# দশকুমাৰ-চৰিত

**শ্ৰীভগৱানচন্দ্ৰ গোস্বামী**
কাব্য-ব্যাকৰণতীৰ্থ

প্ৰকাশন পৰিষদৰ অৰ্থ-সাহায্যত প্ৰকাশিত

**DASA KUMAR CHARITA** Or, 'The adventure of ten princes' by Dandin, adapted from the original Sanskrit by Pt. Bhagawan Chandra Goswami, Kavya Vyakaran Tirtha, published with the financial aid of the Publication Board, Assam, first publication 1963. Price Rs. 4·00

প্ৰকাশক ঃ
শ্ৰীভগৱানচন্দ্ৰ গোস্বামী
সংস্কৃত কলেজ
নলবাৰী

প্ৰথম প্ৰকাশ, ১৯৬৩

মুদ্ৰক—
শ্ৰীৰাধাৰমণ বছাক
শ্ৰীকান্ত প্ৰেছ প্ৰাইভেট লিমিটেড
৭৫, বৈঠকখানা ৰোড,
কলিকাতা-৯

বেচ—৪·০০

# উৎসৰ্গ

মোৰ পৰমাৰাধ্য ৺ পিতৃদেৱ ইন্দ্ৰদেৱ গোস্বামী ভাগৱতভূষণ আৰু মাতৃদেৱী ৺ বসুন্ধৰা দেৱীৰ চৰণৰ উদ্দেশ্যে সমৰ্পণ কৰা হ'ল।

শ্ৰীভগৱান গোস্বামী।

# পাতনি

সংস্কৃত সাহিত্যৰ বিশিষ্ট গদ্যৰচকসকলৰ অন্যতম দণ্ডীৰ 'দশকুমাৰ চৰিত' গদ্যাত্মক ৰচনা। 'দশকুমাৰ-চৰিত' অৰ্থাৎ দহজন ৰাজকোঁৱৰৰ কাৰ্য্য-কলাপৰ বিৱৰণপূৰ্ণ উপন্যাসধৰ্ম্মী এই গ্ৰন্থখনে সংস্কৃত সাহিত্যত বিশিষ্ট ঠাই অধিকাৰ কৰি আহিছে। সংস্কৃত সাহিত্যত দণ্ডীৰ সমান ধৰ্ম্মী অন্য দুজন গদ্যৰচক হ'ল সুবন্ধু আৰু বাণ-ভট্ট। সুবন্ধু দণ্ডীৰ পূৰ্ব্ববৰ্ত্তী আৰু বাণ-ভট্ট সম্ভৱ পৰৱৰ্ত্তী কৰি।

দণ্ডী কোন শতিকাৰ বা কোন সময়ৰ লোক সেই বিষয়ে মতদ্বৈধ এতিয়াও আছে। বিখ্যাত অলঙ্কাৰ গ্ৰন্থ কাব্যাদৰ্শৰ ৰচক দণ্ডী। কাব্যাদৰ্শৰ ৰচক দণ্ডী আৰু দশকুমাৰ-চৰিতৰ ৰচক দণ্ডী একেজননে বেলেগ সেই প্ৰশ্নৰো সন্দেহাতীত সিদ্ধান্ত হোৱা নাই। কাব্যাদৰ্শত দণ্ডীয়ে ছন্দোবিচিতি নামে ছন্দবিষয়ক আৰু এখন গ্ৰন্থৰ উল্লেখ কৰিছে। দণ্ডীৰচিত ছন্দোবিচিতি সম্পূৰ্ণৰূপে বিলুপ্ত হৈ গৈছে। কাব্যাদৰ্শত দণ্ডীয়ে কাব্যৰ স্বৰূপ আৰু বিধিনিষেধৰ যি সূত্ৰ দিছে, দশকুমাৰ-চৰিতত সেই সূত্ৰ অনুসৰণ কৰা দেখা নাযায়। এই কথাৰ ওপৰত ভিৰ দি দুই এজন বিদেশী সমালোচকে ততাতৈয়াকৈ সিদ্ধান্ত কৰিছে দণ্ডী দুজন ; কাব্যাদৰ্শৰ দণ্ডী আৰু দশকুমাৰৰ দণ্ডী। এই মতৰ অনুকূলে কোনোৱে কয় যে 'দণ্ডী' উপাধিবাচক শব্দহে, গতিকে দণ্ডী কেবাজনো হোৱা একো অসম্ভৱ নহয়।

কাব্যাদৰ্শত সমসাময়িক আলঙ্কাৰিক ভামহৰ অলঙ্কাৰ গ্ৰন্থৰ সমালোচনাত্মক উল্লেখৰ ওপৰত ভৰ দি কোনো কোনো সমালোচকে দণ্ডী ভামহৰ সমকালিক বুলি দণ্ডীৰ অৱস্থান কাল খৃষ্টীয় সপ্তম শতিকাত পেলায়। দণ্ডীৰ কাব্যাদৰ্শত উল্লিখিত ভাৰতৰ ভৌগোলিক আৰু ৰাজনৈতিক বিৱৰণলৈ আঙুলিয়াই বহুতে ভাৰতৰ এনে ৰাজনৈতিক



অৱস্থা প্ৰাক্‌হৰ্ষবৰ্দ্ধনীয় বুলি কয় আৰু তাৰ সহায়ত দণ্ডীক খৃষ্টীয় সপ্তম শতিকাৰ আগভাগত ঠাই দিয়ে।

কোনো কোনো সমালোচকে আকৌ দশকুমাৰ-চৰিতত চিত্ৰিত সমাজৰ নৈতিকতাহীন অৱস্থাৰ উল্লেখেৰে দণ্ডীক পিছলৈ টানি অষ্টম শতিকাত থয়। পিছে সমাজৰ এনে ৰূপৰ চিত্ৰ মৃচ্ছকটিক আদিতো দেখা যায়। দণ্ডীৰ অৱস্থান সময় সম্পৰ্কে নিশ্চিত প্ৰমাণৰ অভাৱত দুয়োফালে থকা যুক্তি আৰু পৰোক্ষ প্ৰমাণৰ সহায়ত দণ্ডীক সপ্তম শতিকাত ঠাই দিয়াই যুক্তিসঙ্গত যেন লাগে।

দণ্ডীৰ জন্মক্ষেত্ৰ আৰু কৰ্ম্মক্ষেত্ৰ সম্পৰ্কেও কোনো নিশ্চিত সিদ্ধান্ত হোৱা নাই। বহুতৰে ধাৰণা যে দণ্ডী দক্ষিণ ভাৰতীয়। খুব সম্ভৱ দণ্ডী বিদৰ্ভ বা মহাৰাষ্ট্ৰীয় আছিল। দণ্ডীৰ কাব্য-প্ৰতিভা অতি ওখখাপৰ, অভিজ্ঞতাব্যাপক আৰু গভীৰ আৰু মননশীলতা ঐকান্তিক আছিল। ভৱভূতিৰ দৰে দণ্ডীৰো শব্দসম্ভাৰ অনন্ত আছিল যেন লাগে। বছা বছা শব্দ প্ৰয়োগত দণ্ডীৰ বৈশিষ্ট্য যেনেকৈ দেখা যায়, তেনেকৈ অপ্ৰচলিত শব্দৰাজি সুকৌশলে প্ৰয়োগ কৰাতো তেওঁ সিদ্ধহস্ত।

দণ্ডীৰ শব্দবিন্যাসৰ সুসমঞ্জসতালৈ লক্ষ্য কৰিয়েই পিছৰ যুগৰ কোনো কৱিয়ে কৈছিল—

উপমা কালিদাসস্য ভাৰৱেৰৰ্থগৌৰৱম্।
দণ্ডিনঃ পদলালিত্যং মাঘে সন্তি ত্ৰয়োগুণাঃ ॥

দশকুমাৰ-চৰিত নামটোৱে দহজন ৰাজকুমাৰৰ কাৰ্য্য-কলাপৰ বিৱৰণ বুলি সূচনা কৰে ; কিন্তু বৰ্ত্তমান অৱস্থাত পোৱা দশকুমাৰ-চৰিতৰ আঠজন কুমাৰৰ সাহসিক কাৰ্য্যৰ আলেখ্যহে দণ্ডীৰ লেখনীনিঃসৃত। প্ৰথমাংশ নষ্ট হোৱা বাবে নইবা আন কিবা কাৰণতে হওক পূৰ্ব্ব পীঠিকাৰূপে অপেক্ষাকৃত অৰ্ব্বাচীন অন্য এজনে এক অংশ সংযোগ কৰিছে। বাণভট্টৰ কাদম্বৰী আৰু হৰ্ষচৰিত আকস্মিক ভাৱে শেষ হোৱাৰ দৰে দশকুমাৰ-চৰিতো আকস্মিক ভাৱে শেষ হোৱাত অন্য

এজন কৰিয়ে নিজৰ ৰচনা যোগ দি দশকুমাৰ-চৰিত সম্পূৰ্ণ কৰিছে। এইদৰেই বৰ্ত্তমান দশকুমাৰ-চৰিত সম্পূৰ্ণ হৈ থকা আমি পাইছোঁ।

দশকুমাৰ-চৰিতত নানাপ্ৰকাৰ অলৌকিক ঘটনা সংঘটনৰ মাজেদি কুমাৰসকলৰ সাহসিক কাৰ্য্যাৱলীৰ বৰ্ণনা কৰা হৈছে। ভৰিত বান্ধি থোৱা ৰূপৰ শিকলি আচম্বিতে ৰূপহী যোড়শী হৈ পৰাৰ নিচিনা কাৰ্য্যই আলৌকিকতাৰ মাত্ৰা বৃদ্ধি কৰিলেও, মানৱীয় সুখ-দুখ, আশা আকাঙ্ক্ষাৰ অনুভূতি আৰু সামাজিক চিত্ৰও প্ৰাণৱন্ত হৈ অনেক ক্ষেত্ৰত প্ৰকাশ হৈছে। আজি কেবাশ বছৰ জুৰি দশকুমাৰ-চৰিতে ভাৰতীয় বিদ্বান্‌সকলক আনন্দ যোগাই আহিছে আৰু পিছৰ কৱিকুলৰ উপজীৱ্য স্বৰূপো হৈছে।

দশকুমাৰ-চৰিতৰ আখ্যানসমূহকে মূলৰ আলঙ্কাৰিক প্ৰকাশ ভঙ্গীৰপৰা মুক্ত কৰি অসমীয়ালৈ সংক্ষিপ্ত ভাঙনি কৰিছে পণ্ডিত ভগৱানচন্দ্ৰ গোস্বামীদেৱে।

মূল আখ্যান কেইটা নতুনকৈ অসমীয়াত লেখিলে যেনে হ'লহেঁতেন এতিয়া তেনে হোৱা নাই, কিয়নো লেখকে মূলৰপৰা আঁতৰি নোযোৱাকৈ, মূলৰ প্ৰকাশ-ভঙ্গীৰো ৰীতি মাজে সময়ে অনুসৰণ কৰিহে লেখিছে। এইদৰে লেখাৰপৰা কোনো কোনো ঠাইত অনুবাদৰ গোন্ধ ওলাইছে যদিও, মূলগ্ৰন্থৰ শব্দসম্ভাৰ, বচন-ৰীতি, আৰু বৰ্ণনা কৌশলৰ সৈতে পৰিচয় হোৱাৰো সুযোগ ঘটিছে।

আশাকৰোঁ পুথিখনিয়ে অসমীয়া সাহিত্যত নিজৰ যোগ্য স্থান লাভ কৰিব পাৰিব।

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব,
প্ৰকাশন পৰিষদ, অসম।

গুৱাহাটী
২ অক্টোবৰ '৬৩

ওঁ নমো বাগ্‌দেবতায়ৈ।

# দশকুমাৰ চৰিত।

## কথামুখম্

মগধ নামে এখন দেশ আছিল। দেশখন বৰ সমৃদ্ধিশালী হৈ উঠাত সাগৰৰ দৰে নানাৰত্নৰাজিৰে পৰিপূৰ্ণ হৈছিল। ইয়াৰ ৰাজধানী কুসুমপুৰ। কুসুমপুৰ মগধৰ অলঙ্কাৰৰ স্বৰূপ। সেই কুসুমপুৰত ৰাজহংস নামে এজন শ্ৰেষ্ঠ ৰজা আছিল। ৰজাৰ নিৰ্ম্মল যশস্যা শৰতৰ পূৰ্ণিমাৰ জোনৰ দৰে চাৰিউপিনে বিয়পি পৰিছিল। আনকি সৰগৰ নন্দনকাননতো অপেস্বৰা বিলাকে গীতৰ চলেৰে তাৰ গৰিমা প্ৰকাশ কৰিছিল। শৌৰ্য্যে বীৰ্য্যে জগতত তেওঁ অতুলনীয় আছিল। নানাৰত্নৰাজিৰে ধনৰ ভৰাল উপচি পৰিছিল। তেওঁ পৰোপকাৰী, জিতেন্দ্ৰিয় আৰু দানশীল আছিল। তেওঁৰ যজ্ঞত দক্ষিণাৰে বিশিষ্ট ব্ৰাহ্মন মণ্ডলী অনবৰত প্ৰতিপালিত হোৱাত তেওঁলোকে দাৰিদ্ৰ্য কি নাজানিছিল। অসাধাৰণ প্ৰতাপেৰে সকলো শত্ৰুক নিৰ্ম্মূল কৰি তেওঁ আকাশত ৰেলিৰ দৰে দীপ্তিমান হৈ আছিল। সৌন্দৰ্য্য গৰ্ব্বত তেওঁৰ ওচৰত কামদেৱেও নিজকে নিকৃষ্ট বুলি গণনা কৰিছিল।

ৰজা ৰাজহংসৰ প্ৰধান মহিষী বসুমতী। শ্ৰেষ্ঠ ৰমণীবিলাকৰ ভিতৰত ৰাণী বসুমতী আছিল মুকুট মণিৰ দৰে। ৰজা ৰাজহংসৰ তেওঁ অতিশয় প্ৰেমভাজন আছিল। তেওঁৰ ৰূপ বৰ্ণনাৰ অতীত; চুলিকোচা ভোমোৰাৰ দৰে ঘনকৃষ্ণবৰ্ণ আৰু গড়া লৈ ওলমি পৰা,

মুখৰকান্তি কলঙ্কবিহীন পূৰ্ণিমাৰ জোনৰ দৰে উজ্জ্বল, ওঠ আৰু অধৰৰ শোভা পকা বিম্বফলৰ দৰে মনোহৰ। উন্নত নাকটি আৰু নিবীৰ উন্নত স্তন যুগল পূৰ্ণ কুম্ভৰ দৰে আছিল। বাহুযুগল মৃণালৰ নিচিনা কোমল আৰু ককাল মুঠিতে লুকোৱা আছিল। ৰামকলৰ দৰে কৰঙন। চম্পাফুলক চেৰ পেলোৱা শৰীৰৰ কান্তি। বসুমতীৰ (পৃথিৱীৰ) দৰে সকলো সৌন্দৰ্য্যৰ আধাৰ সেই ৰাণী বসুমতীৰ সৈতে কুসুম পুৰত থাকি ৰজাই ৰাজ্যসুখ অনুভৱ কৰিব ধৰিলে।

ধৰ্ম্মপাল, পদ্মোদ্‌ভৱ আৰু সিতবৰ্ম্মা নামে ৰজা ৰাজহংসৰ তিনিজন বিচক্ষণ মন্ত্ৰী আছিল। মন্ত্ৰী কেইজনৰ স্বভাৱ চৰিত্ৰ অতি নিৰ্ম্মল। তেওঁলোক ৰজাৰ বৰ অনুগত আৰু বিশ্বাস ভাজন। তেওঁলোক সকলো কাৰ্য্যতে, বিশেষকৈ ৰাজনীতিত এনে বিচক্ষণ আৰু পাৰদৰ্শী আছিল যে, দেৱগুৰু বৃহস্পতিয়েও যি কাৰ্য্য সমাধা কৰাত চিন্তা কৰিব লগীয়া হয়, তেনে কাৰ্য্যও তেওঁলোকে বুদ্ধিবলেৰে অনায়াসে সম্পন্ন কৰিব পাৰিছিল।

মন্ত্ৰী-কেইজনৰ ভিতৰত সিতবৰ্ম্মাৰ সুমতি আৰু সত্যবৰ্ম্মা নামে দুজন, ধৰ্ম্মপালৰ সুমন্ত্ৰ, সুমিত্ৰ আৰু কামপাল নামে তিনিজন আৰু পদ্মোদ্‌ভৱৰ সুশ্ৰুত আৰু ৰত্নোদ্‌ভৱ নামে দুজন ল'ৰা ওপজে। মন্ত্ৰীবিলাকৰ এই ল'ৰা কেইজনৰ ভিতৰত সত্যবৰ্ম্মা বৰ ধাৰ্ম্মিক আছিল। তেওঁ সংসাৰৰ অসাৰতা উপলব্ধি কৰি গৃহাশ্ৰম পৰিত্যাগ কৰি তীৰ্থপৰ্য্যটনৰ কাৰণে দেশান্তৰলৈ গুচি যায়। কামপাল আছিল বৰ ধূৰ্ত্ত। তেওঁ বিট নট আৰু বেশ্যাত আসক্ত হৈ মাক-বাপেক আদি গুৰুজনক অৱজ্ঞা কৰি দেশ-দেশান্তৰ ঘূৰি ফুৰিব ধৰিলে। ৰত্নোদ্‌ভৱ আছিল বাণিজ্য কাৰ্য্যত নিপুণ। তেওঁ বাণিজ্য কৰিবলৈ জলপথেৰে অন্য দেশলৈ যাত্ৰা কৰিলে। বাকী কেইজন মন্ত্ৰীকুমাৰে পিতৃসকল স্বৰ্গীহোৱাৰ পাচত পিতৃসকলৰ দৰে মন্ত্ৰী পদত অধিষ্ঠিত হৈ ৰাজকাৰ্য্য পৰিচালনা কৰিবলৈ ধৰিলে।



মালৱ দেশত মানসাৰ নামে এজন ৰজা আছিল। ৰজা মানসাৰ বৰ দাম্ভিক আৰু উৎকট স্বভাৱী। উৎকট স্বভাৱৰ কাৰণে ৰজা ৰাজহংস তেওঁৰ প্ৰতি বৰ বিৰক্ত হৈ উঠে। মানসাৰৰ উদ্ধতালি সহিব নোৱাৰি ৰজা ৰজাহংসই তাৰ প্ৰতিবিধান কৰিবৰ কাৰণে বহুসংখ্যক সৈন্য-সামন্ত লৈ মানসাৰৰ ৰাজ্য আক্ৰমণ কৰিবলৈ বুলি যাত্ৰা কৰিলে। বিজয় যাত্ৰাৰ ভেৰী পটহ আদি বাদ্যসমূহৰ বিপুল ধ্বনিয়ে দিগ্‌বিদিগ্‌ মুখৰিত কৰি তুলিলে। চতুৰঙ্গ সেনাৰ পদৰ ভৰত মেদিনী থৰথৰকৈ কঁপিবলৈ ধৰিলে। সৈন্যৰ সিংহনাদে আকাশ পাতাল তাল মাৰি ধৰিলে।

মালৱ ৰজা মানসাৰে দূতৰ মুখে নিজ ৰাজ্য আক্ৰমণ কৰাৰ খবৰ পালে। হাতী ঘোঁৰা আদি চতুৰঙ্গ সেনাবাহিনী লগত লৈ নিজ ৰাজ্য ৰক্ষাৰ কাৰণে তেওঁ আগুৱাই নগৰৰ বাহিৰত গৈ প্ৰস্তুত হৈ থাকিল। উভয় পক্ষৰ সংগ্ৰাম লাগি গ'ল। তুমুল ৰণ আৰম্ভ হ'ল। সৈন্যৰ সিংহনাদ, হাতীৰ বৃংহন, ঘোঁৰাৰ চেহনি আৰু ঢাক্-ঢোল আদি বাদ্যযন্ত্ৰৰ ধ্বনিয়ে আকাশ পাতাল ভেদি গ'ল। ঘোঁৰাৰ ভৰিৰ ধূলিৰে আকাশ আচ্ছন্ন হৈ পৰিল।

সেই প্ৰৱল ৰণত মালৱ ৰজাৰ সকলো সৈন্যসামন্ত প্ৰায় নিঃশেষ হ'ল। যি অৱশিষ্ট সৈন্য আছিল, সিও ৰণত তিষ্ঠিব নোৱাৰি পলাই পত্ৰং মাৰিলে। মালৱ ৰজা মগধ ৰজাৰ হাতত বন্দী হ'ল। মগধৰ ৰজাই তেওঁক হত্যা নকৰি বন্দী কৰি নিজ ৰাজ্যলৈ লৈ আহিল। যদিও বা বন্দী কৰি আনিলে, তথাপি দয়া লাগি শেষত মুক্তি দিলে, আৰু লগতে জয় কৰা ৰাজ্যও ঘূৰাই দি সন্মান পূৰ্ব্বক নিজ ৰাজ্যলৈ পঠাই দিলে।

সন্তান-সুখ গৃহস্থৰ পক্ষে সকলো সুখৰ ওপৰত। সংসাৰী-মানুহৰ যদি সন্তান নাথাকে, তেনেহলে তেওঁৰ মনত আন কোনো বস্তুৱে সুখ দিব নোৱাৰে। আন কি অতুল ৰাজ-ঐশ্বৰ্য্যও তেওঁৰ মনত বিষ যেন বোধ হয়। ৰজা ৰাজহংস যদিও অসীম ৰাজ ঐশ্বৰ্য্যৰ অধিকাৰী আৰু পৃথিবীৰ একচ্ছত্ৰী সম্ৰাট্ হল, তথাপি সন্তান সন্ততি নোহৱাৰ কাৰণে তেওঁৰ মনত অলপমানো শান্তি লভিব নোৱাৰিলে।

তেওঁ দশোদিশ শূন্য শূন্য যেন বোধ কৰিলে। সকলো ৰাজ ঐশ্বৰ্য্য তেওঁৰ মনত নিষ্ফল বুলি প্ৰতীত হ'ল।

সকলো প্ৰাণীৰ অন্তৰ্য্যামী আৰু সকলো সুখৰ অধিষ্ঠাতা নাৰায়ণৰ অনুগ্ৰহ নহলে মানৱে একোকে পাব নোৱাৰে। গতিকে নাৰায়ণৰ আশ্ৰয় ব্যতীত ইয়াত আৰু অন্য কোনো পথ নাই, এই চিন্তা কৰি ৰজা আৰু ৰাণীয়ে সকলো সুখৰ কাৰণ সেই ভগবান নাৰায়ণৰ সেৱা-পূজাত মনোনিবেশ কৰিলে।

ভগবান ভক্তৰ অধীন। ভক্তিত ভগবান প্ৰসন্ন হয়, যদি একান্ত মনে ভক্তি কৰা যায়। ৰজা আৰু ৰাণীৰ একান্ত ভক্তিত ভগবান তুষ্ট হ'ল।

এদিন ৰাতি ৰাণী বসুমতী শয্যাত শুই আছে। ৰাতি প্ৰায় পুৱাবৰ হৈছে। এনে সময়তে এটা সপোন দেখিলে। সপোনত এজন সুন্দৰ আকৃতিৰ পুৰুষে আহি শিতানত ঠিয় দি তেওঁক ক'লেহি "দেবি! বসুমতি! তুমি চিন্তা নকৰিবা। অলপ দিনৰ ভিতৰতে তুমি ৰজাৰ সৈতে কল্পতৰুৰ ফল লাভ কৰিব পাৰিবা। তোমালোকৰ মনৰ কামনা পূৰ্ণ হব।" সপোন দেখি সাৰ পাই ৰাণীয়ে শয্যাত উঠি বহিল, আৰু সপোনৰ বৃত্তান্ত ৰজাৰ আগত কলে। শুভদিন আহিলে তাৰ কেনেবাকৈ এটা সূচনা হয়। কিছুদিন যোৱাত ৰজাৰ অভিলষিত সন্তান ফলৰ ফুল স্বৰূপ ৰাণীৰ গৰ্ভলক্ষণ প্ৰকাশ পালে। ৰজাই প্ৰিয় মহিষীৰ প্ৰীতিৰ কাৰণে সামন্ত ৰজাসকলক নিমন্ত্ৰণ কৰি, অবস্থাৰ অনুৰূপে মহামহোৎসৱ পাতি বিধি অনুসাৰে ৰাণীৰ সীমন্তোন্নয়ন কাৰ্য্য সমাধা কৰিলে।

এদিন ৰজা ৰাজহংস সভাঘৰত সোনৰ সিংহাসনত বহি আছে। পাত্ৰ মন্ত্ৰী, বিশ্বস্ত বন্ধুবৰ্গ আৰু পুৰোহিত আদিও সভাত উপস্থিত আছে। তেওঁবিলাকৰ সৈতে ৰজাই ৰাজ্যৰ নানাবিধ কাৰ্য্যৰ আলোচনাত আছিল। এনেতে এজন প্ৰহৰীয়ে আহি ৰজাৰ সন্মুখত উপস্থিত হৈ প্ৰণাম কৰি কলে, "মহাৰাজ!—এজন সন্ন্যাসী আহি



আপোনাৰ পূবৰ দুৱাৰত উপস্থিত হৈছেহি।" ৰজাই কলে, "দুৱৰি! যোৱা, সন্ন্যাসীক ইয়ালৈ মাতি আনাগৈ।" ৰজাৰ নিৰ্দ্দেশ মতে প্ৰহৰীয়ে সন্ন্যাসীক সভালৈ মাতি আনিলেগৈ। সন্ন্যাসীক দেখা পাই ৰজাই বুজি পালে যে, সন্ন্যাসী তেওঁৰ এজন গুপ্তচৰহে, আন কোনো নহয়। সন্ন্যাসীয়ে আহি আহি ৰজাক প্ৰণাম জনালে। তেতিয়া ৰজাই সভাভঙ্গ কৰি সভাসদ্‌বৰ্গক বিদায় দিলে। বিশ্বস্ত মন্ত্ৰীবৰ্গৰ সৈতে থাকি তেওঁ মিচিকিয়া হাঁহিমাৰি সন্ন্যাসীক সুধিলে। সন্ন্যাসী! আপুনি এই নিৰ্দ্দোষ বেশ ধৰি নিশ্চয় নানাদেশ পৰ্য্যটন কৰিছে। বাৰু, কওঁকচোন? ক'ৰবাত কেতিয়াবা কিবা আশ্চৰ্য্যজনক ঘটনা দেখিছিলনে অথবা শুনিবলৈ পাইছিলনে? ৰজাৰ নিৰ্দ্দেশ অনুসাৰে পৃথিবী পৰ্য্যটন কৰি অহা সেই সন্ন্যাসীয়ে হাত-যোৰ কৰি কলে, "মহাৰাজ! আপোনাৰ আদেশ মূৰ পাতি লৈ এই নিৰ্দ্দোষ আৰু বিশ্বস্ত সন্ন্যাসী-বেশেৰে মালৱৰজা মানসাৰৰ ৰাজ্যত সোমালোঁ। তাত ছদ্মবেশে গোপনে থাকি তাৰ ভিতৰৰ সকলো খবৰ সংগ্ৰহ কৰিলোঁ। অভিমানী ৰজা মানসাৰে আপোনাৰ সৈতে ৰণত পৰাজয় বৰণ কৰিলে। তেওঁৰ সকলো সৈন্য-সামন্ত ধ্বংস হৈ গ'ল। আৰু শেষত আপুনি বন্দী কৰি আনিলে। পাচত দয়া পৰৱশ হৈ মুক্তি দি নিজ ৰাজ্যৰ সৈতে সসন্মানে আকৌ পঠিয়াই দিলে। আপোনাৰ ওচৰত পৰাজিত আৰু বন্দী হোৱাত যি অপমান পালে, সেইটো তেওঁৰ মনত এটা বিষাক্ত শূলৰ আঘাতৰ দৰে বাজিল। লাজে অপমানে তেওঁ মৰ্ম্মাহত হৈ ঘৰলৈ আৰু উভতি নগ'ল। প্ৰতিহিংসাৰ অনল তেওঁৰ মনৰ মাজত দপ্‌দপ্‌কৈ জ্বলি উঠিল। এই অনল নিৰ্ব্বাপিত কৰাৰ উদ্দেশ্যে মহাকাল নামে ঠাইত প্ৰতিষ্ঠিত ভবানীপতি মহাদেৱৰ মন্দিৰলৈ গ'ল। তাত গৈ মহাদেৱক আৰাধনা কৰিলে। ভবানীপতি আশুতোষ। ৰজাৰ আৰাধনাত তুষ্ট হৈ সেই দেবাদিদেব মহাদেৱে এপাত অমোঘ গদা বৰস্বৰূপে ৰজাক প্ৰদান কৰিলে। সেই প্ৰবল শক্তি সম্পন্ন অমোঘ গদা পাই তেওঁ নিজক অপ্ৰতিদ্বন্দ্বী আৰু অজেয় বুলি মনত স্থিৰ কৰি,

আপোনাৰ ৰাজ্য আক্ৰমণ কৰিবৰ নিমিত্তে সম্প্ৰতি প্ৰস্তুত হব ধৰিছে। অতি সোনকালেই যে, আপোনাৰ ৰাজ্য আক্ৰমণ কৰিব ইয়াত অলপো সন্দেহ নাই। এতিয়া ইয়াৰ উচিত ব্যবস্থা যি কৰিব লাগে সেইটো আপুনিয়েই জানে।”

ৰজা ৰাজহংসই গুপ্তচৰৰ পৰা নিজ ৰাজ্য আক্ৰান্ত হব বুলি জানিব পাৰি, তাৰ প্ৰতিবিধান কৰিবৰ বাবে মন্ত্ৰী সকলক পৰামৰ্শ সুধিলে। মন্ত্ৰী বিলাকে আলোচনা কৰি ৰজাক জনালে, “মহাৰাজ! শত্ৰু যেতিয়া দৈৱশক্তিৰে প্ৰবল হৈ আপোনাৰ বিপক্ষে ঠিয় দিছে, এনে অবস্থাত ৰণ দিয়াৰ কাৰণে আগবঢ়াটো আমি ভাল বুলি ভাবিবলৈ টান পাইছোঁ। কিয়নো—দৈৱশক্তিৰ ওপৰত মানৱশক্তিয়ে কেতিয়াও প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে। সেই কাৰণে যুদ্ধৰ আগ্ৰহ পৰিত্যাগ কাৰ আত্মৰক্ষাৰ ব্যৱস্থা কৰাটো হে সমীচিন। পুৰবাসী বিলাক যাতে শত্ৰুৰ কবলৰ পৰা ৰক্ষা পৰে, তাৰ বাবে সম্প্ৰতি দুৰ্গত আশ্ৰয় লোৱাটোৱেই প্ৰথম আৰু প্ৰধান কাম হ’ব বুলি আমি ভাবোঁ।”

বীৰ পুৰুষে শত্ৰুৱে নিজৰাজ্য আক্ৰমণ কৰা কেতিয়াও সহ্য কৰিব নোৱাৰে। ৰণ পালে তেওঁলোকৰ মনত অপাৰ আনন্দ হয়। ৰণত পিঠি দি আত্মৰক্ষাৰ ব্যৱস্থা কৰাটো এটা মহাপাপ বুলি বিবেচনা কৰে। ৰজা ৰাজহংস এজন বীৰ। মন্ত্ৰী সকলৰ পৰামৰ্শ তেওঁৰ মনত ভাল নালাগিল। তেওঁ বীৰদৰ্পে মানসাৰৰ সৈতে ৰণদিয়াৰ কাৰণে প্ৰস্তুত হবলৈ সৈন্য সকলক আদেশ দিলে।

ইতিমধ্যে ৰজা মানসাৰ সসৈন্যে আহি মগধৰাজ্য আক্ৰমণ কৰিলে। অপ্ৰতিহত দৈৱশক্তিৰ সহায়ত প্ৰতাপেৰে ৰাজহংসৰ পুৰৰক্ষী সৈন্য সামন্তক ভেদ কৰি যুদ্ধৰ সকলো সামগ্ৰীলৈ নগৰ আক্ৰমণ কৰিলে। যেতিয়া দেখিলে যে, শত্ৰুৱে আহি নগৰ আক্ৰমণ কৰিলে, তেতিয়া মন্ত্ৰী সকলে ৰজাক যুদ্ধৰ পৰা বিৰত হৈ পুৰবাসী সকলৰ নিৰাপত্তাৰ ব্যবস্থা কৰিবলৈ বহু অনুনয় কৰিলে। ৰজা ৰাজহংসয়ো অৱস্থা বিষম যেন দেখি, পুৰবাসী সকলক ৰক্ষাৰ



ব্যৱস্থা কৰিবলৈ মন্ত্ৰীবৰ্গক আদেশ দিলে। ৰজাৰ আদেশ পাই মন্ত্ৰী সকলে যুক্তি কৰি, যাতে শত্ৰুৱে কোনো গুংসূত্ৰ উলিয়াব নোৱাৰে, এনেভাবে গোপনে অন্তঃপুৰিকাবিলাকক নি বিন্ধ্যাৰণ্যৰ দুৰ্লঙ্ঘ্য বনৰ মাজত থৈ দিলে,—আৰু তেওঁলোকক ৰক্ষা কৰিবৰ কাৰণে কিছুমান বিশ্বাসী নিপুন সৈন্যও নিযুক্ত কৰিলে।

ইফালে মানসাৰে অবাধে মগধৰাজ্য আক্ৰমণ কৰিলে। শত্ৰুৱে ৰাজ্য আক্ৰমণ কৰা দেখি ৰজা ৰাজহংসৰ প্ৰাণ আকুল হৈ উঠিল। বিপক্ষৰ আক্ৰমণে তেওঁক অতিষ্ঠ কৰি তুলিলে। মৰণক বৰণ কৰি কেতবোৰ উৎসাহী সৈন্য লগত লৈ মানসাৰৰ বিপক্ষে যুদ্ধ কৰিবলৈ আগুৱাই গ’ল। পৰস্পৰে বৈৰী ভাব কৰা বীৰ দুজনৰ ভয়ানক যুদ্ধ আৰম্ভ হ’ল। এনে অদ্ভুত যুদ্ধ হ’ল যে যুদ্ধ দেখি আকাশবাসী দেৱতা সকলো স্তম্ভিত হৈ পৰিল। ৰজা মানসাৰ বৰ ক্ৰুদ্ধ হ’ল। তেওঁ ক্ৰোধ কৰি ধনুৰ্বিদ্যা বিশাৰদ্ ইন্দ্ৰতুল্য পৰাক্ৰমী বীৰ মগধৰাজ ৰাজহংসক লক্ষ্য কৰি শিৱপ্ৰদত্ত গদা মাৰি পঠিয়ালে। মগধৰজাৰ অস্ত্ৰৰ আঘাতত সেই গদা যদিও দুইখণ্ডহৈ গ’ল, তথাপি দৈৱশক্তি কেতিয়াও ব্যৰ্থ নহয় কাৰণে সেই চিগা গদা আহি মগধৰজাৰ সাৰথিক মাৰি ৰজাৰ শৰীৰত আঘাত কৰিলে। মগধৰাজ মূৰ্চ্ছিত হৈ ৰথত পৰি গ’ল।

যেতিয়া ৰথৰ সাৰথি মৰিল, আৰু ৰথী ৰজাও মূৰ্চ্ছিত হৈ পৰি গ’ল, তেতিয়া ৰথৰ ঘোঁৰা বিলাক অসংযত হৈ পৰিল। ঘোঁৰা বিলাকে ভয়ত চঞ্চল হৈ যেনি পাই তেনি ৰথখন টানি লৈ গ’ল। সিহঁতে ৰথখন টানি লৈ বিন্ধ্যাটবীৰ মাজত সোমাল গৈ। বিন্ধ্যাটবীৰ যি ঠাইত অন্তঃপুৰিকা বিলাকক ৰখা হৈছিল, দৈৱক্ৰমে সেই ঠাইলৈ গৈ এজোপা গছত থেকা খাই ৰ’ল গৈ।

মালৱ ৰাজ মানসাৰ যুদ্ধত জিকিল। তেওঁ মগধৰাজ্য নিজৰ আয়ত্তলৈ আনি ৰাজধানী কুসুম পুৰত প্ৰৱেশ কৰিলে। সেই যুদ্ধত ৰজামানসাৰৰ বানৰ তীব্ৰ আঘাতত মগধৰজাৰ মন্ত্ৰী আদিও

আহত হৈ যুদ্ধক্ষেত্ৰত সংজ্ঞাহীন হৈ পৰি আছিল। কিন্তু কাৰো প্ৰাণবায়ু ওলাই যোৱা নাছিল। নিশাৰ জোনৰ শীতল কিৰণৰ পৰশ পাই ক্ৰমে সংজ্ঞা ঘূৰি আহিবলৈ ধৰিলে। ৰাতি পুৱালত পুৱাৰ মৃদু শীতল বতাহৰ পৰশ পাই তেওঁলোকৰ চৈতন্য সম্পূৰ্ণ ঘূৰি আহিল। যেতিয়া তেওঁলোকে সংজ্ঞা সম্পূৰ্ণৰূপে লাভ কৰিলে, তেতিয়া তেওঁবিলাকে ৰজাৰ অনুসন্ধান কৰিবলৈ ধৰিলে। বহু অনুসন্ধান কৰিলে, কিন্তু ৰজাৰ কোনো শুংসূত্ৰ ধৰিব নোৱাৰিলে। তেওঁ বিলাকৰ মনত তেতিয়া আতঙ্কৰ সৃষ্টি হ'ল। বিষণ্ণ মনে তেওঁলোক গৈ ৰাণীৰ ওচৰত উপস্থিত হ'ল, আৰু ৰজাৰ নিৰুদ্দেশৰ কথা ভয় ভয় কৰি জনালে। ৰজাৰ নিৰুদ্দেশ আৰু সকলো সৈন্য সামন্তৰ বিনাশৰ কথা শুনি ৰাণী বসুমতী মূৰ্চ্ছিতা হৈ পৰিল। তেওঁৰ অন্তৰত সেই সংবাদটো এটা বিষাক্ত শূলৰ তীব্ৰ আঘাত যেন হ'ল। মূৰ কপালত ভুকুৱাই ভুকুৱাই তেওঁ কান্দিবলৈ ধৰিলে। অন্তঃপুৰৰ ৰমণী বিলাকৰ মাজত কান্দোনৰ ৰোল উঠিল। করুণ কান্দোনৰ ধ্বনিয়ে তৰু-লতাকো সম সুখ দুখভাগী কৰি তুলিলে।

সতী ৰমণীৰ যদি কিবা সহিব নোৱাৰা থাকে তেন্তে সেইটো হৈছে পতিবিৰহ। ৰাণী বসুমতী সতী ৰমণী। তেওঁ পতিবিৰহ তিলমাত্ৰও সহ্য কৰিব নোৱাৰি পতিৰ পথ অনুসৰণ কৰিবলৈ সঙ্কল্প কৰিলে। মন্ত্ৰী প্ৰভৃতিৰ মনৰ মাজত আকৌ দ্বিতীয় উদ্‌বেগ এটাৰ আবিৰ্ভাৱ হ'ল। তেওঁলোকে তেতিয়া ৰাণীক প্ৰবোধ দি কলে "দেবি! আপুনি অস্থিৰ নহব। আপুনি মহাৰাজৰ অনুগমন কৰাৰ যি সঙ্কল্প কৰিছে, সেই টো মুঠেই যুক্তিযুক্ত নহয়। কিয়নো মহাৰাজৰ যে কি হৈছে, তাৰ এতিয়াও একো নিশ্চয় হোৱা নাই? এনে অনিশ্চত অবস্থাত আপোনাৰ জানো আত্মহত্যাৰ সঙ্কল্প কৰাটো অন্যায় নহয়। মহাৰাজ যে কৰবাত কেনেবাকৈ জীয়াই আছে, তাত সন্দেহ নাই। কিয়নো আপোনাৰ উদৰত এজন দৃপ্ত শত্ৰু হন্তা, ইন্দ্ৰৰ নিচিনা তেজস্বী ৰাজ চক্ৰবৰ্ত্তী কুমাৰ জন্মিব এই বুলি যে



অভিজ্ঞ দৈবজ্ঞ সকলে আপোনাৰ প্ৰতি ভৱিষ্যৎ বাণী কৈছিল, সেইটো জানো আপোনাৰ মনত নাই? আপুনি উত্ৰাৱল নহব। প্ৰাণবিসৰ্জ্জনৰ সংকল্প এৰি ধৈৰ্য্য ধৰক।"

মন্ত্ৰী পুৰোহিত আদিৰ প্ৰবোধ কথাত ৰাণী অলপ আশ্বস্তা হ'ল। শোকৰ বেগো কিছু পৰিমাণে কমিল। মৰণৰ সঙ্কল্প পৰিহাৰ কৰি নিস্তব্ধ হৈ ৰ'ল।

যদিও মন্ত্ৰী আদিৰ কথা এৰাব নোৱাৰি মনে মনে ৰ'ল, তথাপি পতিৰ বিয়োগ অনল তেওঁৰ অন্তৰত জ্বলিয়ে থাকিল। সতী স্ত্ৰীৰ পতি বিৰহ বেদনা অন্তৰৰ এটা দুৰ্ব্বহ যন্ত্ৰণা। সেই যন্ত্ৰণা ৰাণীৰ অন্তৰালৰ পৰা নাতৰিল।

ৰাতি দোভাগমান হৈছে। কাৰো ক'তো একো সাৰি শব্দ নাই। প্ৰকৃতিয়ে যেন এটা নিস্তব্ধ ৰূপ ধাৰণ কৰিছে। যেতিয়া শিবিৰৰ সকলো লোক টোপনিত অবশ হৈ পৰিল, ৰাণী বসুমতী সেই অৱস্থাত বিচনাৰ পৰা উঠি কোনোৰে একো গম নোপোৱাকৈ তাৰ পৰা ওলাই বনৰ মাজত সোমাল। অলপ দূৰ আগবাঢ়ি গৈ এজোপা বট গছৰ গুৰিত উপস্থিত হ'ল। ডিঙিত ফাচলগাই উদ্‌বন্ধন কৰি মৰিম বুলি সেই গছৰ ওলমি থকা ডাল এটাত বিহাৰ আচলখন লগালে, আৰু শোকত অধীৰ হৈ ৰজাক সুঁৱৰি-সুঁৱৰি এইদৰে কান্দিব ধৰিলে, "হে কন্দৰ্পসুন্দৰ মহাৰাজ! ভৱিষ্যৎ জনমতো যেন আপোনাক পতিৰূপে পাওঁ। মোৰ দুৰ্ভাগ্যৰ কাৰণে আজি মনৰ সকলো আশা অসময়তে মাৰ গ'ল। জন্ম জন্মান্তৰতো যেন ভগবানে মোক আপোনাৰ চৰণ সেৱা কৰিবলৈ সুযোগ দিয়ে। যি কোনো প্ৰাণীৰূপে জনম নহওঁক লাগে, আপোনাক হে যেন পতিৰূপে পাওঁ। হে পৰমেশ্বৰ! মোৰ এই মনোবাঞ্ছা যেন পূৰণ কৰা।"

নিয়তিৰ কি বিচিত্ৰ গতি? যি জোপা গছৰ তলত ৰাণীয়ে আত্মহত্যা কৰোঁ বুলি উপস্থিত হৈছিল, মূৰ্চ্ছিত অবস্থাত পৰি থকা ৰজাৰ সাৰথিহীন ৰথখন লৈ ঘোঁৰা বিলাক সেই জোপা গছত

থেকা লাগি অলপ আতৰত বৈ আছিল। ৰণত মালৱৰজাৰ শৰৰ তীব্ৰ আঘাতত ৰজা ৰাজহংসৰ শৰীৰ ক্ষতবিক্ষত হৈ গৈছিল। শৰীৰৰ পৰা ধাৰাসাৰে ৰক্ত নিৰ্গত হোৱাৰ বাবে তেওঁৰ শৰীৰ বৰ অবশ হৈ গৈছিল। ৰাতিৰ জুৰ বতাহ আৰু জোনৰ শীতল কিৰণ লাগি তেওঁৰ সংজ্ঞা উভতি আহিছিল। ৰাণীৰ সেই কান্দোনৰ করুণ ধ্বনি ৰজাৰ কানত সোমাল। ধ্বনি শুনি ৰজাই উচ্‌পখাই উঠিল, আৰু "কোনেনো কান্দে?" এই বুলি সেই ফালে ভালকৈ কাণ পাতিলে। তেতিয়া তেওঁৰ কণ্ঠৰবত ৰাণী বসুমতীৰ কান্দোনৰ ধ্বনি বুলি বুজিব পাৰিলে। ৰজা আতঙ্কিত হ'ল। লাহে লাহে এখোজ দোখোজ কৰি গৈ ৰাণীৰ কাষত ঠিয় দিলে। ঠিয় হৈ দেখিলে যে সচাঁকৈ ৰাণীৰেই এই করুণ বিননি! তেওঁ আত্মহত্যা কৰিবলৈ উদ্যত হৈছে। তেতিয়া "ৰাণী কি কৰা? কিয় এনে দুঃসাহসিক কাম কৰিব খুজিছা? আত্মহত্যা যে মহাপাপ এই কথা জানো তোমাৰ মনত নাই?" এই বুলি ৰজাই ক্ষীণ স্বৰেৰে কবলৈ ধৰিলে।

ৰজাক হঠাতে তেনে ভাবে উপস্থিত হোৱা দেখি ৰাণীয়ে যেন হাততে সৰগ হে পালে। কোনোৱাই যেন গভীৰ অন্ধকাৰৰ পৰা একেবাৰে আলোকমালাৰ মাজলৈহে টানি আনিলে। আনন্দত উৎফুল্ল হৈ তেওঁৰ হৃদয়ে যেন নৃত্য কৰিব ধৰিলে। তেওঁ মন্ত্ৰী পুৰোহিত আদিক চিঞৰি চিঞৰি মাতিবলৈ ধৰিলে। তেওঁলোক গৈ তাত উপস্থিত হ'ল। তেনেভাবে ৰজাক দেখা পাই তেওঁলোকৰ হিয়াত অপাৰ আনন্দ লাগিল। তেওঁলোকে ঈশ্বৰক অশেষ ধন্যবাদ দি ৰজাক প্ৰণাম জনাই সুধিলে; "মহাৰাজ! মালৱ ৰজাৰ সেই অমোঘ গদাৰ আঘাতত যেতিয়া আপোনাৰ সাৰথিয়ে প্ৰাণত্যাগ কৰিলে, আৰু আপুনিও আঘাত পালে, তেতিয়া আপোনাৰ সাৰথিহীন ৰথখন ঘোঁৰাবিলাকে কোনোবা ফালে লৈ যোৱা আমাৰ চকুত পৰিল! কিন্তু এইফালেইযে আনিলে সেইটোৰ একোগম ধৰিব নোৱাৰিলোঁ।"

তেতিয়া ৰজাই কবলৈ ধৰিলে—



"সেই অব্যৰ্থ গদাৰ আঘাত সাৰথিৰ গাত তীব্ৰভাবে লগাত সাৰথিয়ে তেতিয়াই প্ৰাণ ত্যাগ কৰিলে, আৰু মোৰ গাত লগাত ময়ো সংজ্ঞাহীন হৈ ৰথত পৰিলোঁ। বোধঁকৰোঁ সেই সময়ত ঘোঁৰাবিলাকে ৰথখন টানি আনি এই খিনি ঠাইত গছত থেকা খাই বৈ থাকিল। ৰাতিৰ চন্দ্ৰৰ শীতল কিৰণ আৰু জুৰ বতাহ লাগি মোৰ চেতনা ফিৰি আহিল। অলপ সুস্থ হোৱা যেন পালোঁ। হঠাৎ মোৰ কানত এটা তিৰোতা মানুহৰ কান্দোনৰ ধ্বনি বাজি উঠিল। কোনে কান্দিছে বুলি ভালকৈ কান পাতি বুজিব পাৰিলোঁ যে সেই ধ্বনি ৰাণীৰ। তেতিয়া লাহে লাহে ইয়ালৈ আহি দেখিলো ৰাণীয়ে চিপজৰিলৈ আত্মহত্যা কৰিবলৈ সাজু হৈছে। মোক দেখা পাই তেওঁ আপোনালোকক মাতিছে।"

বিপক্ষৰ শৰৰ আঘাতত ৰজাৰ শৰীৰ ক্ষত বিক্ষত হৈ পৰিছিল। উপযুক্ত ঔষধ প্ৰয়োগ আৰু যথোচিত পৰিচৰ্য্যা কৰাত ৰজাই আৰোগ্য লাভ কৰিলে। শৰীৰ ক্ৰমে সুস্থ হ'ল। মানুহ যিমানে ধৈৰ্য্যশালী হওঁক নালাগে, বিপদৰ কৰাল গ্ৰাসত পৰিলে ধৈৰ্য্যৰ সীমা পাৰ হৈ যায় আৰু চিত্ত আকুল হৈ পৰে। ৰজা ৰাজহংসৰো অবস্থা তেনে হ'ল। তেওঁ ৰাজ্যখন আৰু মান সন্মান সকলো যোৱাত অস্থিৰ হৈ পৰিল। অতুল ৰাজ ঐশ্বৰ্য্যৰ মাজত পৰমানন্দে থাকি দীন দৰিদ্ৰৰ দৰে দিন নিয়াব লগাত পৰাৰ বাবে ৰজা শোকত অধীৰ হৈ পৰিল। দিগ্‌বিদিক্ শূন্য যেন বোধ কৰিলে।

ৰাণী বসুমতী আছিল ঠিক বসুমতীৰ দৰে বৰ সহিষ্ণু আৰু ধীৰ প্ৰকৃতিৰ। ৰজাৰ তেনে অবস্থা হোৱা দেখি তেওঁ কোকিলৰ দৰে মধুৰ সুৰেৰে কলে "মহাৰাজ। আপুনি এজন ধীৰ প্ৰকৃতিৰ বিচক্ষণ লোক বুলি বিখ্যাত, কিন্তু আজি তাৰ বিপৰীত হোৱা যেন দেখা গৈছে। আপুনি দেখো বৰ উত্ৰাৱল হৈ পৰিছে! অদৃষ্টৰ কথা নাজানাৰ দৰে তুচ্ছ ৰাজ্যধন আদিৰ বাবে আপুনি কিয় এনে অনুশোচনা কৰিব ধাৰিছে? বলে, বীৰ্য্যে ধনে মানে আৰু গৌৰবত

আপুনি জানো পৃথিৱীত শ্ৰেষ্ঠ বুলি পৰিগণিত নাছিল? কিন্তু মহাৰাজ! আজি কি হ'ল? কিহৰ বাবে এই মহা অৰণ্যৰ মাজত ফল-মূল খাই মুনিৰ দৰে, নিৰাশভাবে জীৱন নিৰ্ব্বাহ কৰিব লগাত পৰিছে? কি কাৰণে বা আজি ব্যাধৰ শৰৰ আঘাতত বিক্ষত হৰিণৰ দৰে ক্ষত বিক্ষত হৈ বনৰ মাজত ধৰফৰাব লগীয়াত পৰিছে? সকলো জানো অদৃষ্টৰ পৰিণাম নহয়? পৰিবৰ্ত্তনশীল জগতত এনে প্ৰকাৰে পৰিবৰ্ত্তন হৈয়ে থাকে। তাৰ কাৰণে অনুশোচনা কৰাৰ আৱশ্যক কি? আপোনাৰ এই অৱস্থাৰ পৰিবৰ্ত্তন যে আকৌ নহব তাৰ কিবা প্ৰমাণ আছেনে? যেতিয়া আপোনাৰ শুভদিন আহি পৰিব, তেতিয়া নিশ্চয় অৱস্থাৰো আকৌ পৰিবৰ্ত্তন হব। তেতিয়া ধনাদি সকলো বস্তুকে সেই অনুকূল দৈৱই আপোনাক আকৌ ঘূৰাই আনি দিব। ৰাজ্য ধনাদি সকলো বস্তু পানীৰ ফেনৰ দৰে ক্ষণস্থায়ী। এইবোৰ বিজুলিৰদৰে পলকতে আহে আৰু পলকৰ ভিতৰতে নাইকিয়া হৈ যায়। সেই কাৰণে মনিষী সকলে এনে অস্থায়ী বস্তুৰ কাৰণে কেতিয়াও বিব্ৰত নহয়। চাওঁক মহাৰাজ! অকল আমাৰেই যে, অৱস্থাৰ এনে বিপৰিনাম হৈছে, তেনে নহয়। আগৰ কালতো শ্ৰীৰামচন্দ্ৰ, হৰিশ্চন্দ্ৰ, নল প্ৰভৃতি প্ৰৱল পৰাক্ৰান্ত ধাৰ্ম্মিক শ্ৰেষ্ঠ ৰজা সকলেও দুৰদৃষ্ট বশতঃ যন্ত্ৰনা সাগৰৰ চাকনৈয়াত পৰি অশেষ কষ্ট-ভুগি শেষত শুভ দৈৱযোগত আকৌ ৰাজ্য ধন আদিৰে সমৃদ্ধিশালী হৈ বহুদিনলৈ নিষ্কন্টক ৰাজ্য ভোগ কৰি কাল অতিবাহিত কৰিছিল। আপোনাৰ যেতিয়া এই দুৰ্যোগৰ ভোগকাল শেষ হব, আপুনি ও সিসকলৰ দৰে শুভ দৈৱযোগত সকলো সম্পদ্ ফিৰাই পাব। গতিকে শৰীৰ আৰু মনৰ সন্তাপকাৰী দুশ্চিতা পৰিত্যাগ কৰি সকলো শান্তিৰ নিকেতন সেই পৰমেশ্বৰত শৰণ লওক। তেওঁৰেই আমাৰ সকলো দুখৰ ওৰ পেলাব।"

বাণীৰ অমৃতময় ৱাণীয়ে ৰজাৰ মনৰ মাজত জ্বলি উঠা শোকানল নিৰ্ব্বাপিত কৰিলে। ৰজাৰ মনৰ মল আতৰি গ'ল। চিত্তস্থিৰ



কৰি হৰিৰ সেৱাত মনোনিবেশ কৰিলে। নিজৰ মনৰ বাসনা সিদ্ধিৰ কাৰণে সপৰিয়ালে বামদেব মুনিৰ আশ্ৰমত উপস্থিত হৈ মুনি বামদেৱক ভক্তি ভাবে প্ৰণাম জনালে। মুনিয়েও ৰজাক প্ৰীতি সহকাৰে স্বাগত সম্ভাষণ জনাই যথোচিত অতিথি সৎকাৰ কৰিলে। মুনি বামদেৱৰ আদেশ অনুসাৰে ৰজা ৰাজহংস সেই আশ্ৰমতে সপৰিয়ালে থাকিল। সাধুসঙ্গই মানুহৰ অসাধুমনকো সাধু কৰি তোলে।

কিন্তু মনৰ নিভৃত কোনত যদি কোনো প্ৰৱল আকাঙ্ক্ষা জাগৃত হৈ থাকে তেনে হলে ফল লাভ নহয় মানে তাৰ এটা তীব্ৰ দ্বন্দ্ব চলি থাকে। ৰজা ৰাজহংসৰ মনৰ মাজতো তেনে এটা প্ৰৱল আকাঙ্ক্ষাৰ দ্বন্দ্ব চলি আছিল। এদিন কথা প্ৰসঙ্গত ৰজা ৰাজহংসই মুনি বামদেৱক কলে, "মুনিৰাজ! ৰজামানসাৰে শিৱক আৰাধনা কৰি দৈৱবলত বলবান হৈ মোৰ যথাসৰ্ব্বস্ব কাঢ়ি ললে। ময়ো তেওঁৰ দৰে তপস্যা কৰি দৈবলত বলবান হৈ আপোনাৰ অনুগ্ৰহত সেই শত্ৰু মানসাৰক নিৰ্ম্মূল কৰিবৰ প্ৰৱল তৃষ্ণা লৈ আপোনাৰ চৰণ প্ৰান্তত উপস্থিত হৈছোঁ। আপুনি অনুগ্ৰহ কৰি সাধনাৰ পথ দেখুৱাই দি মোৰ ইচ্ছা পূৰণত সহায় কৰিব বুলি ভাবোঁ।" মুনি বামদেব ত্ৰিকালদৰ্শী সাধক পুৰুষ। ৰজাৰ মনৰ কথা তেওঁ স্পষ্ট ভাবে জানিব পাৰি মৰম কৰি কলে, ৰজা! তপস্যা কৰাটো সহজ কাম নহয়। তপস্যাই মানুহৰ শৰীৰ, মন আৰু প্ৰাণ শুকাই পেলায়। এনে বিঘ্ন বহুল আৰু কষ্টসাধ্য কাম কৰাৰ আপোনাৰ কিবা প্ৰয়োজন আছে বুলি মই বিবেচনা নকৰোঁ। আপুনি কিছু দিন ধৈৰ্য্য অবলম্বন কৰক। তপস্যা নকৰাকৈয়ে আপোনাৰ মনৰ কামনা পূৰণ হব। অলপ কালৰ ভিতৰতে আপোনাৰ ৰাণী বসুমতীৰ এটি ল'ৰা উপজিব। আপুনি নিশ্চয় জানিব যে, সেই কুমাৰে আপোনাৰ শত্ৰু সমূলে নিৰ্ম্মূল কৰি বাহুবলেৰে আকৌ আপোনাৰ ৰাজ্য ফিৰাই আনিব।" ঠিক এই সময়তে এটা আকাশী বাণী হল—"মহাৰাজ! মুনিৰ বচন অসত্য নহয়। আপোনাৰ ৰাণী

বসুমতীৰ গৰ্ভত দৃপ্তশত্ৰুহন্তা কুমাৰ নিশ্চয় জন্মিব।" ৰজাৰ মনৰ সংশয় দূৰ হ'ল। তেওঁ উত্ৰাৱল হৈ প্ৰতীক্ষা কৰিবলৈ ধৰিলে, কেতিয়া নো সেই শুভ মুহূৰ্ত্ত আহি পৰে।

শুভদিনৰ আগবাতৰিৰ দৰে ৰাণীৰ পূৰ্ণ প্ৰসবৰ দশম মাহ উপস্থিত হ'ল। শুভমুহূৰ্ত্তত ৰাণীয়ে ৰাজলক্ষণযুক্ত এটি বালক প্ৰসৱ কৰিলে। মনস্বী ৰজা ৰাজহংসই মুনি বামদেৱক খবৰ দিলে। বামদেৱ আহি ৰজাৰ কুটিৰত উপস্থিত হ'ল। বেদজ্ঞ ব্ৰাহ্মণৰ হতুৱাই বামদেৱৰ আদেশ অনুসাৰে বালকৰ জাতকৰ্ম্ম কৰিলে। বিজ্ঞ দৈবজ্ঞবিলাকে গণনা কৰি কুমাৰৰ নাম ৰাখিলে ৰাজবাহন।

শুভদিন যেতিয়া আহিবলৈ ধৰে তেতিয়া ইটোৰ পাচতে সিটো আহি দেখা দিয়ে। ঠিক প্ৰায় একে সময়তে ৰজা ৰাজবাহনৰ সুমতি, সুমন্ত্ৰ, সুমিত্ৰ আৰু সুশ্ৰুত এই চাৰিজন মন্ত্ৰীৰো প্ৰমতি, মিত্ৰগুপ্ত, মন্ত্ৰগুপ আৰু বিশ্ৰুত নামে চাৰিটি লৰা উপজিল। শুক্লপক্ষৰ চন্দ্ৰৰ দৰে কমনীয় কান্তি সেই কুমাৰ কেইজন ক্ৰমে বাঢ়িবলৈ ধৰিলে।

কুমাৰ ৰাজবাহনে সমান বয়সীয়া সেই মন্ত্ৰীৰ কুমাৰ বিলাকৰ সৈতে খেলা-ধূলা কৰি শৈশৱ কাল নিয়াব ধৰিলে।

—ঃ০ঃ—

# উপহাৰ বৰ্ম্মাৰ বৃত্তান্ত

এদিন ৰজা ৰাজহংস সভাঘৰত বহি আছে। এনেতে এজন তপস্বী আহি ৰজাৰ ওচৰত উপস্থিত হ'ল। তেওঁ এটি ধুনীয়া ৰাজ-লক্ষণ যুক্ত ল'ৰা লৈ আহিছিল। তপস্বীয়ে লৰাটো ৰজাক দি কলে, মহাৰাজ! মই সমিধ্ কুশ আদি সংগ্ৰহ কৰিবৰ কাৰণে বনলৈ গৈছিলোঁ। বনৰ মাজত ইফালে সিফালে ফুৰি থাকোতে এগৰাকী তিৰোতা মোৰ চকুত পৰিল। তেওঁ সেই নিৰ্জ্জন বনৰ মাজত বহি কান্দি আছিল। মই তেওঁৰ ওচৰলৈ গৈ সুধিলোঁ, ভনী! তুমি এই নিৰ্জ্জন বনৰ মাজত অকলে কিয় কান্দিব ধৰিছা? তেওঁ চকুলো মুচি গদগদ স্বৰে কলে, "মুনিৰাজ! মিথিলা ৰাজ্যত প্ৰহাৰ বৰ্ম্মা নামে এজন শ্ৰেষ্ঠ ৰজা আছিল। তেওঁৰ কীৰ্ত্তিৰ গৰিমা বৰ্ণাব নোৱাৰি। সৰগতো তেওঁৰ গুণৰ গৰিমা অপেস্বৰা বিলাকে গায়। কামদেৱকো চেৰ পেলায় তেওঁৰ সৌন্দৰ্য্যই। মগধ ৰজা ৰাজহংস তেওঁৰ পৰম মিত্ৰ। মগধৰজা ৰাজহংসৰ মহিষী বসুমতীয়ে যেতিয়া প্ৰথম গৰ্ভধাৰণ কৰিলে, তেতিয়া মহিষীৰ সীমন্তোন্নয়ন উপলক্ষে ৰজা ৰাজহংসই মিথিলাৰ ৰজাক আমন্ত্ৰণ কৰিলে। ৰজা প্ৰহাৰ বৰ্ম্মা সপৰিবাৰে মগধলৈ আহিল। মিত্ৰৰ অনুৰোধ এৰাব নোৱাৰি তাতে কিছুদিন থাকিল। মালৱৰ ৰজাই শিৱক আৰাধনা কৰি এটা অব্যৰ্থ গদা লাভ কৰে, আৰু দেৱতাৰ অনুগ্ৰহত বলদৃপ্ত হৈ মগধৰাজ্য আক্ৰমণ কৰে। প্ৰসিদ্ধ সেই বীৰ দুজনাৰ মাজত ঘোৰতৰ ৰণ লাগিল। দুয়ো পক্ষৰ অসংখ্য সৈন্যসামন্ত হতাহত হ'ল। যুদ্ধত ৰজা ৰাজহংস পৰাজিত হ'ল। মিত্ৰৰ সাহায্যৰ কাৰণে প্ৰহাৰ বৰ্ম্মায়ো ৰণত যোগ দিছিল। তেওঁ বিপক্ষ ৰজা মানসাৰৰ হাতত বন্দী হ'ল। শেষত দয়া কৰি মানসাৰে তেওঁক মুক্তি দিলে। অৱশিষ্ট সেনাবিলাকৰ সৈতে সপৰিবাৰে তেওঁ নিজ ৰাজ্যৰ অভিমুখে

যাত্ৰা কৰিলে। ছুৰ্গম বণৰ মাজৰ বাটেৰে গৈ থাকোতে কেতবোৰ প্ৰবল কিৰাতে তেওঁক আক্ৰমণ কৰিলে। তেওঁ নিৰুপায় হৈ কিছুমান বলবান সৈনিকেৰে পৰিবৃত হৈ অন্তঃপুৰিকা বিলাকৰ সৈতে কোনোবা ফালে পলাই গ'ল। তেওঁৰ ছুটা যমজ লৰা আছিল। সেই ল'ৰা ছুটাৰ ধাইৰূপে মই আৰু মোৰ ছোৱালীজনী নিযুক্ত আছিলোঁ। ৰজা বেগেৰে পলাই যোৱাৰ কাৰণে আমি তেওঁলোক নো কোন ফালে গ'ল একো গম নাপালোঁ। আমিও বনৰ মাজত সোমালোঁ।

তাতো এটা আন্ বিপদে আগভেটি ধৰিলে। এটা প্ৰকাণ্ড বাঘ আহি আমাৰ আগত ওলাল, বাঘটো যেন এটা মূৰ্ত্তিমান ক্ৰোধহে। মুখমেলি মোৰফালে খেদি আহিল। মই প্ৰাণৰ ভয়ত দৌৰ মাৰিলোঁ। হঠাৎ এডোখৰ শিলত উজুটি লাগি মই দূৰৈত চিতিকি পৰিগলোঁ। মোৰ কোলাত থকা সেই কুমাৰ বাগৰি পৰি গৈ এটা মৰা গৰুৰ শটোৰ আৰত লুতিখাই নেদেখা হৈ থাকিল বাঘটো গৈ সেই গৰুৰ শটোৰ আনফালে কামুৰি টানিব ধৰিছে মাথোন, এনেতে কোনোবা ফালৰ পৰা কাড় এপাত তীব্ৰবেগে আহি বাঘৰ গাত পৰিল। বাঘটো তৎক্ষণাৎ তিনি পাকমান খাই মাটিত হাঁউৎ কৰি দীঘলদি পৰিগল। বাঘটো পৰাৰ লগে লগে এজাক কিৰাত আহি উপস্থিত হ'ল. আৰু সেই কুমাৰজনক লৈ তাৰপৰা কোনোবা ফালে গুচি গ'ল। আনটো ল'ৰাক লৈ মোৰ ছোৱালী জনীও যে কলৈ গ'ল, তাৰো মই কোনো গম নাপালোঁ। মই অজ্ঞান হৈ বনৰ মাজত পৰি ৰ'লো। এজন ভেৰা ৰখীয়াই তেনে অবস্থাত পাই মোক ঘৰলৈ নি শুশ্ৰূষা কৰিলে। মই সুস্থ হলোঁ। সুস্থ হোৱাত ৰজাৰ ওচৰলৈ যাবৰ কাৰণে মোৰ মন উদ্বিগ্ন হৈ পৰিল। কিন্তু যাওঁ কেনেকৈ? মই যে অকলশৰীয়া? তাতে কন্যা-জনীও নিৰুদ্দেশ হ'ল? তথাপি মৰ সাহ কৰি যাম বুলি ওলাই আহি, ভাগৰ লগাত ইয়াতে অলপ জিৰণি লৈছোঁ। ৰজাৰ কুমাৰৰ কথা মনত পৰি মোৰ চকুলো ওলাইছে।"



আপোনাৰ মিত্ৰ বিদেহ ৰাজৰ বিপদৰ কথাশুনি মই মনত বৰ আঘাত পালোঁ। বুঢ়ীৰ পৰা কুমাৰৰ ঘটনা শুনি তৎক্ষণাৎ তাৰ অনুসন্ধান কৰিব ধৰিলোঁ। অনুসন্ধান কৰি কৰি গৈ এটা চণ্ডিকা মণ্ডপৰ ওচৰত উপস্থিত হলোঁ গৈ। সেই মণ্ডপটো কিৰাত বিলাকৰ। কিৰাত বিলাকে কুমাৰক তালৈ নি দেবীৰ ওচৰত কি ভাবে তাক বলি দিব তাৰে জল্পনা-কল্পনা কৰিব ধৰিছে। কোনোৱে কৈছে যে এই বালকক গছৰ ডালত আঁৰি তৰোৱালেৰে বলি দিয়া হওক। কোনোবাই কৈছে মাটিত ভৰি ছুখন পুতি থৈ কাড়েৰে বিন্ধি মৰা হওক। কোনোবাই বা কৈছে কুকুৰ পোৱালি লগাই দি কামোৰাই মাৰা হওক। সিহঁতৰ এই জল্পনা-কল্পনা মোৰ কানত পৰিল। মই ততালিকে তালৈ গৈ এটা বুদ্ধি কৰি সিহঁতৰ পৰা লৰাটো বচাবৰ দিহা কৰিলোঁ। সিহঁতক কলোঁ; "হেৰা কিৰাত ভাইসকল! মই এজন বুঢ়া বামুন। মই— এই ছুৰ্গম বনৰ মাজেদি গৈ থাকোতে বাট হেৰুৱালোঁ। মোৰ এটি সৰু ল'ৰা লগত আছিল। তাক এজোপা গছৰ ছাঁত বহুৱাই থৈ মই বাট বিচাৰি গলোঁ। বাটবিচাৰি উভতি গৈ দেখিলো যে ল'ৰাটো থোৱা থলত নাই। লৰাটোৱেই মোক বিচাৰি কৰবালৈ গল নে কোনোবাই তাক নিলে একো গম ধৰিব নোৱাৰিলোঁ। বহু অনুসন্ধান কৰিলোঁ, কিন্তু এতিয়ালৈ তাৰ একো খা-খবৰ নাপালোঁ। তাক নাপাই মই বৰ বিমোৰত পৰিছোঁ। কি কৰোঁ? ক'তনো তাৰ গম পাওঁ? ভাইহঁত! তেনে ল'ৰা এটা কেতিয়াবা কৰবাত তোমালোকৰ চকুত পৰা নাইনে?" "দ্বিজোত্তম! আমাৰ ইয়াতে এটা লৰা আছে। এইটোৱেই আপোনাৰ ল'ৰা কিজানি? হয় নেকি চাওকচোঁন বাৰু?" এই বুলি কিৰাত বিলাকে লৰাটো মোক আনি দিলে। মই তেওঁলোকক আশীৰ্ব্বাদ দি লৰাটো লৈ আহিলোঁ। কিৰাতৰ ভয়ত ল'ৰাটো অজ্ঞান প্ৰায় হৈ আছিল। মই চেঁচা পানী আনি দি সুস্থ কৰি আপোনাৰ ওচৰলৈ লৈ আহিছোঁ। আপুনি ল'ৰাটোৰ পিতৃতুল্য। গতিকে ইয়াক আপুনি অপত্যস্নেহেৰে প্ৰতিপালন কৰা উচিত হব।

নিজকে নিমিত্ত কৰি বন্ধুৰ বিপদৰ কথা শুনি ৰজা ৰাজহংস যদিও দুঃখিত হ'ল, তথাপি ল'ৰাটো পোৱাৰ কাৰণে মনত আনন্দও পালে। ল'ৰাটোক তেওঁ কুমাৰ ৰাজবাহনৰ দৰে মৰম কৰি প্ৰতিপালন কৰিব ধৰিলে। নাম থলে উপহাৰ বৰ্ম্মা।

---

# অপহাৰ বৰ্ম্মাৰ বৃত্তান্ত

এদিন এটা পৰ্ব্ব উপলক্ষে ৰজা ৰাজহংসই সপৰিবাৰে তীৰ্থস্নান কৰিবলৈ যাত্ৰা কৰিলে। তেওঁ কিৰাত গাৱঁৰ বাটেদি গৈ আছিল। যাওঁতে এজনী কিৰাত ৰমণীৰ কোলাত সোনৰ প্ৰতিমাৰ দৰে মনোহৰ আকৃতিৰ সুকুমাৰ বালক এটি ৰজাৰ চকুত পৰিল। ৰজাই সেই কিৰাত ৰমণীৰ ওচৰলৈ গৈ সুধিলে; "হেৰা', এই ল'ৰাটো নিশ্চয় তোমালোকৰ বংশৰ নহয়? বাৰু কোৱাছোন এই ল'ৰাটো কাৰ বংশৰ? কেনেকৈবা তোমাৰ কোলাত ঠাই পালে?" কিৰাত ৰমণীয়ে উত্তৰ দিলে—"মহাৰাজ! এসময়ত ইন্দ্ৰতুল্য পৰাক্ৰমী মিথিলাৰ ৰজা আমাৰ এই কিৰাত পল্লীৰ ওচৰত বনৰ মাজেদি গৈ আছিল। লগত সৈন্য সামন্ত সিমান বেচি নথকাৰ কাৰণে আমাৰ কিৰাত বিলাকে সাহ পাই তেওঁক আক্ৰমণ কৰিলে। ভয়ত তেওঁ পলাই গ'ল। তেওঁৰ যথাসৰ্ব্বস্ব আমাৰ কিৰাত বিলাকে লুতি আনিলে। সেই সময়ত মোৰ স্বামীয়ে এই লৰাটো চুৰ কৰি আনি মোক দিলে। মই ইয়াক পুহিপালি আছোঁ।"

ৰজাই মুনিয়ে কোৱা মতে এই ল'ৰাটোকে দ্বিতীয় ৰাজকুমাৰ বুলি নিশ্চয় কৰি কিৰাত ৰমণীক প্ৰিয় মধুৰ কথাৰে সন্তুষ্ট কৰিলে। সেই কিৰাত ৰমণীক কিছু ধন দি ল'ৰাটো লৈ আহি প্ৰতিপালন কৰিবৰ নিমিত্তে ৰাণী বসুমতীক দিলে। ল'ৰাটোৰ নাম ৰাখিলে "অপহাৰ বৰ্ম্মা"॥

---

# পুষ্পোদ্‌ভৱ বৃত্তান্ত

মুনি বামদেৱৰ শিষ্য সোমদেৱ শৰ্ম্মা। তেওঁ এদিন বালক এটা আনি ৰজাক দি কলে, "মহাৰাজ! মই এদিন ৰামতীৰ্থলৈ স্নান কৰিবলৈ গৈছিলোঁ। স্নান কৰি বনৰ মাজৰ বাটেদি ঘূৰি আহিব ধৰিছোঁ। আহোতে বাটৰ কাষত এজনী বুঢ়ীয়ে এটি সুন্দৰ ল'ৰা কোলাত লৈ বহি থকা দেখিলোঁ। ল'ৰাটো দেখা পাই মোৰ বৰ মৰম লাগিল। বুঢ়ীৰ ওচৰলৈ গৈ সুধিলোঁ, বুঢ়ী আই! তুমি কোন? এই অটব্য হাবিৰ মাজত অকনমান লৰাটো লৈ অকলে কিয় কষ্ট পাব ধৰিছাঁ?" তেতিয়া বুঢ়ীয়ে উত্তৰ দিলে—"মুনিবৰ! কালযৱন নামে এটা দ্বীপ আছে। সেই দ্বীপত কালগুপ্ত নামে এজন ধনী সদাগৰ বাস কৰে। মগধৰ ৰজা ৰাজহংসৰ মন্ত্ৰীৰ ল'ৰা ৰত্নোদ্‌ভৱ বাণিজ্য কৰিবলৈ বুলি সেই দ্বীপলৈ যায়। ৰত্নোদ্‌ভৱে বাণিজ্য কৰি পৃথিবীৰ প্ৰায় সকলো দেশ পৰ্য্যটন কৰিছিল। সকলো মানুহৰ চিত্ত আকৰ্ষণ কৰিব পৰা তেওঁৰ এটা অসাধাৰণ গুণ আছে। বেহা-বেপাৰতো তেওঁ বৰ নিপুণ আৰু পাৰদৰ্শী।

সদাগৰ কালগুপ্তৰ এজনী সুন্দৰী কন্যা আছিল, নাম সুবৃত্তা। ৰত্নোদ্‌ভৱৰ গুণত মুগ্ধহৈ সদাগৰ কালগুপ্তই নিজৰ কন্যা সুবৃত্তাক তেওঁলৈ বিয়া দিয়ে আৰু লগতে অসংখ্য ধনৰত্নও জোৰাঁয়েকক যৌতুক স্বৰূপে দান কৰে। সুবৃত্তাৰ সৈতে ৰত্নোদ্‌ভৱে তাতে কিছুদিন বাস কৰিলে। কালক্ৰমে সুবৃত্তাৰ গৰ্ভলক্ষণ প্ৰকাশ পালে। বহুদিনৰ পৰা ভায়েক আদি জাতি বৰ্গৰ কোনো খা-খবৰ নাপাই ৰত্নোদ্‌ভৱ নিজ দেশলৈ ফিৰি যোৱাৰ কাৰণে উৎসুক হ'ল। শহুৰ-শাহুৱেক আদি কুটুম্ববিলাকৰ পৰা বিদায় লৈ তেওঁ বিলাকৰ সম্মতি অনুসাৰে সুবৃত্তাৰ সৈতে কুসুমপুৰ অভিমুখে নৌকাপথেৰে যাত্ৰা কৰিলে। ময়ো সুবৃত্তাৰ ধাত্ৰী ভাৱে সেই নাৱঁতে আহিলোঁ।



দৈব দুৰ্ব্বিপাকত সাগৰত বতাহ উঠিল। পাৰপোৱাৰ কিছু আগতে বতাহৰ কোবত নাওঁখন বুৰ গ'ল। আমি নিৰুপায় হৈ পৰিলোঁ। কিবা অনুকূল দৈবৰ কাৰণেই নেকি? হঠাৎ ডাঙৰ কাঠ এডাল ভাঁহি আহিল। আমি তাতে ধৰি কোনোমতে পাৰত উঠিলোঁ। বিপদৰ সময়ত সকলোৱে নিজৰ প্ৰাণ বচাবৰ কাৰণে চেষ্টা হয়। আনৰ কথা তেতিয়া আৰু মনত নাথাকে। ৰত্নোদ্‌ভৱ সঙ্গীবিলাকৰ সৈতে কেনেবাকৈ পাৰত উঠিব পাৰিলে, নে, নাই পানীতে বুৰ গ'ল আমি তাৰ কোনো তৎ ধৰিব নোৱাৰিলোঁ। পাৰত উঠিলো সঁচা, কিন্তু যাম কেনেকৈ? কেনেকৈয়ে বা এই অটব্য হাবিৰ মাজত যাওঁ! বিষম চিন্তা লাগিল। ইতিমধ্যে সুবৃত্তাৰ প্ৰসবৰ বেদনা উপস্থিত হ'ল। অশেষ যন্ত্ৰণা ভোগকৰি এটি ল'ৰা প্ৰসব কৰিলে। প্ৰসবৰ বেদনাত তেওঁ অস্থিৰ হৈ এজোপা গছৰ তলত পৰি আছে। জনমানৱহীন এই ঘোৰ অৰণ্যৰ মাজত নিৰাশ্ৰয় অৱস্থাত থকাটো বৰ সঙ্কটজনক বুলি ভাবি মই মানুহৰ বসতি বিচাৰি আহিছোঁ। কেচুৱাটোক মাকৰ ওচৰত পেলাই এৰি অহাটো নিৰাপদ নহয় বুলি ইয়াক মই লগত লৈ আহিছোঁ।" এই দৰে কথাবতৰা পাতি থাকোতে হঠাৎ বনৰীয়া হাতী এটা আহি আমাৰ মাজত ওলাল। হাতীটো অহা দেখা পাই বুঢ়ীৰ চুলিৰ আগে জীৱ উৰি গ'ল। ল'ৰাটো তাতে পেলাই থৈ লতাৰ আঁৰত সোমাল। হাতীটোৱেনো কি কৰে তাকে চাই ময়ো বনৰ মাজত সোমাই মনে মনে ৰ'লো। হাতীটো আহি সেই পৰি থকা ল'ৰাটোক ঘাঁহৰ কোচাৰ দৰে শুৰৰ আগেৰে ধৰিছে মাথোন, এনেতে ক'ৰবাৰ পৰা সিংহ এটা আহি অতৰ্কিতে হাতীটোক আক্ৰমণ কৰিলে। হাতীটোৱে ভয়তে ল'ৰাটোক ওপৰ মুখে দলিয়াইদি দৌৰ মাৰিলে। তাতে এজোপা গছৰ ওপৰত এটা বান্দৰ বহি আছিল। সেই বান্দৰটোৱে পকা ফল যেন ভাবি ল'ৰাটোক ওপৰতে ধৰি পেলালে। পাচত ফল নহয় জানি গছৰ জোপোহাত পেলাই থৈ কৰবালৈ গুচি গ'ল।

সকলো বিঘিনি আতৰ হোৱা দেখি মই লতাৰ ঝাৰণিৰ মাজৰ পৰা ওলাই আহি ল'ৰাটোক গছৰ পৰা ততালিকে নমাই আনিলোঁ। বনৰ মাজত বুঢ়াক ইফালে সিফালে বিচাৰিলোঁ; কিন্তু বুঢ়াৰ শুংসূত্ৰ নাপালোঁ। আশ্ৰমলৈ আনি ল'ৰাটোক গুৰুৰ ওচৰত দিলোঁ। গুৰুৱে আপোনাক দিবলৈ কোৱাত তেখেতৰ আদেশ অনুসাৰে আপোনাৰ ওচৰলৈ লৈ আহিলোঁ।

বৃত্তান্ত শুনি ৰজাৰাজহংস বৰ বিস্মিত হ'ল। ৰত্নোদ্‌ভবৰ কি হ'ল? এই চিন্তায়ো ৰজাৰ মনত এটা উৎকণ্ঠাৰ সৃষ্টি কৰিলে। একে সময়তে ৰজাৰ মনত হৰ্ষ আৰু বিষাদৰ সংঘাত লাগিল। ৰত্নোদ্‌ভবৰ ভায়েক মন্ত্ৰী সুশ্ৰুতক মাতি আনি ল'ৰাটো গতাই দিলে। ল'ৰাটোৰ নাম থলে "পুষ্পোদ্‌ভব"।

---

# অৰ্থপালৰ বৃত্তান্ত

এদিন ৰাণী বসুমতীয়ে এটি সুন্দৰ ল'ৰা বুকুত সাবটি লৈ ৰজা ৰাজ-হংসৰ ওচৰত উপস্থিত হ'ল। সেই সুন্দৰ লৰাটো দেখা পাই ৰজাই হাঁহি মাৰি ৰাণীক সুধিলে। "ৰাণী! এইটো আকৌ নতুন ল'ৰা ক'ত পালা?" "মহাৰাজ! মই যোৱা কালি ৰাতি বিচনাত শুই আছোঁ। মোৰ টোপনি আহিছে। এজনী দিব্য আকৃতিৰ ৰমণীয়ে মোৰ শিতানত ঠিয় হৈ মোক টোপনিৰ পৰাই জগাই এই এই ল'ৰাটো গতাই দি কলে 'দেবি! মই মনিভদ্ৰ নামে যক্ষৰ কন্যা। মোৰ নাম তাৰাৱতী। আপোনাৰ মন্ত্ৰী-ধৰ্ম্মপালৰ ল'ৰা কামপাল মোৰ স্বামী। যক্ষৰাজ কুবেৰৰ আদেশ অনুসাৰে মোৰ এই ল'ৰাটোক সসাগৰা পৃথিবীৰ ভাবী ৰাজচক্ৰৱৰ্ত্তী আপোনাৰ ল'ৰা কুমাৰ ৰাজবাহনৰ পৰিচৰ্য্যা কৰাৰ কাৰনে লৈ আহিছোঁ। কামদেৱৰ দৰে সৌন্দৰ্য্যৰ আধাৰ এই ল'ৰাটো আপুনি নিজ সন্তানৰ দৰে পতি পালন কৰিব।' যক্ষিণী গৰাকীৰ কথা শুনি মই বৰ বিস্ময় মানিলোঁ। গাৰ নোম দাল দাল হৈ সিঁহৰি উঠিল। তেওঁৰ যথোচিত আদৰ অভ্যৰ্থনা কৰিলোঁ, কিন্তু মনত হলে ভয় কিজানি বা কি হয়? মোৰ অভ্যৰ্থনাত তেওঁ সন্তুষ্ট হল। ল'ৰাটো মোক গতাই দি তেওঁ অদৃশ্যহৈ পৰিল।" ৰাণীয়ে কলে।

যক্ষৰ কন্যাৰ লগত মন্ত্ৰীৰ পুত্ৰ কামপালৰ বিয়াৰ কথা শুনি ৰজাৰ মনত যদিও আচৰিত যেন লাগিল, তথাপি আনন্দও নোপোৱাকৈ নাথাকিল। তেওঁ প্ৰিয় সুহৃদ্ সুমিত্ৰক মতাই অনি তেওঁৰ ভাতৃপুত্ৰক গটাই দিলে। সেই ল'ৰাটোৰ নাম ৰাখিলে "অৰ্থপাল"॥

—ঃ০ঃ—

# সোমদত্ত বৃত্তান্ত

বামদেৱৰ আশ্ৰমৰ এজন শিষ্যই আন এদিন কামদেৱৰ দৰে ধুনীয়া সুকুমাৰ লৰা এটা লগত লৈ ৰজা ৰাজহংসৰ ওচৰত উপস্থিত হ'ল। ল'ৰাটো ৰজাক গটাই দি, তেওঁ কলে; "মহাৰাজ! মই তীৰ্থভ্ৰমন কৰি গৈ কাবেৰী নদীৰ তীৰত উপস্থিত হলোঁ। এজনী বুঢ়ীয়ে এটা সৰু লৰা কোলাত লৈ নদীৰ পাৰত বহি কান্দি থকা মোৰ চকুত পৰিল। মই তেওঁৰ কাষচাপি সুধিলোঁ। 'আই! তুমি কোন? তোমাৰ কোলাত থকা এই সুকুমাৰ বালকটোৱেই বা কাৰ বংশধৰ? আৰু এই অকনমান বালকটো লৈ ইয়াত অকলশৰীয়াকৈ কিয়বা কষ্টভোগ কৰিব ধৰিছা জানিব পাৰোনে?'

"বুঢ়ীয়ে এটা দীঘল হুমুনীয়াহ পেলালে। আৰু সন্তৰ মনতে এই বুলি ধাৰণা কৰিলে—এওঁৰ যোগে মোৰ শোকৰ অৱসান হয়নে কি! অলপ সময় একো নমাতাকৈ থাকি অলপ আশ্বস্ত হৈ কলে; 'মুনিৰাজ! ৰজা ৰাজহংসৰ মন্ত্ৰী সিতবৰ্ম্মা। তেওঁৰ কনিষ্ঠ ল'ৰা সত্য বৰ্ম্মা। সত্য বৰ্ম্মাই নানা তীৰ্থ পৰ্য্যটন কৰি ঘূৰি ফুৰি এই দেশলৈ আহিল। এই দেশৰ ৰজাই তেওঁৰ সাধুতাৰ কাৰণে সন্তুষ্ট হৈ এডোখৰ ভূমি দান কৰিলে। তাতে বসতি কৰি কালীনামে এজনী ব্ৰাহ্মণৰ কন্যা তেওঁ বিয়া কৰালে। বহুদিনলৈ কালীৰ কোনো সতি সন্ততি নোহোৱাৰ বাবে গৌৰী নামে কালীৰে সৰু ভনীয়েক জনীক পাচত বিয়া কৰায়। গৌৰীৰ এটি ল'ৰা উপজিল। কালী আৰু গৌৰী দুয়ো সতীনীয়েকৰ মাজত বৰ কাজিয়া। কালীয়ে সতীনীয়েকৰ খঙত এদিন গৌৰীয়ে নেদেখাকৈ মনে মনে গৌৰীৰ সেই ল'ৰাটোক এই কাবেৰী নদীৰ পানীত পেলাই দি তাই ঘৰলৈ গুচি গ'ল। দৈৱ চক্ৰত ময়ো নদীলৈ আহিছিলোঁ। ঘটনাটো মোৰ চকুত পৰিল। মই তৎক্ষণাৎ সাতুৰি গৈ ল'ৰাটোক এহাতেদি ধৰি এহাতেদি সাতুৰি সাতুৰি আহিবলৈ



ধৰিলোঁ। এনেতে পানীৰ ধাৰত এডাল কাঠ ভাহি আহিল। কাঠ ডালৰ দোন্দত এটা সাপ সোমাই আছিল। সাপটোৱে দোন্দৰ পৰা ওলাই মোক কামোৰ মাৰিলে। কাঠ ডাল কোনো মতে ভাঁহি আহি পাৰত লাগিল। বিষৰ উৎকট যন্ত্ৰনাই মোক মৃত্যুৰ মুখলৈ টানিব ধৰিলে। মোৰ অবহনে এই নিৰাশ্ৰয় বালকৰ কি গতি হব? ইয়াকে চিন্তা কৰি মোৰ কান্দন ওলাইছে।"

চাই থাকোতে থাকোতে বিষৰ তীব্ৰগতিত বুঢ়ীৰ সকলো শৰীৰ অবশ হ'ল। শৰীৰ বিবৰ্ণ হৈ পৰিল। মুখৰ মাত নাইকিয়া হ'ল। উৎকট বিষৰ কোৱত অবশ হৈ বুঢ়ী মাটিত বাগৰি পৰিল। তেওঁৰ অবস্থা দেখি দুঃখত মোৰ হিয়া যেন ফাটি গ'ল। কিন্তু কৰিবলৈকো কোনো উপায় নাই। মই বিষক্ৰিয়া নিষেধক কোনো মন্ত্ৰ-তন্ত্ৰও নাজানো। অলপ ঔষধ জনা আছিল। তাকে বিছাৰি বনত সোমালোঁ। ঔষধ লৈ ঘূৰি আহি দেখিলো বুঢ়ীৰ প্ৰাণবায়ু ওলাই গৈছে। মই বৰ হতাশ হলোঁ। অবশেষত কাঠ কুঠ গোটাই চিতা এখন পাতি বুঢ়ীৰ শেষ সংস্কাৰ কৰিলোঁ। এই লৰা আমাৰ মহাৰাজৰ মন্ত্ৰীৰ ল'ৰা যেতিয়া ইয়াক মহাৰাজকে অৰ্পণ কৰা ভাল হব; এই বুলি ভাবি ল'ৰাটো লৈ আহিলোঁ। এতিয়া আনি আপোনাৰ ওচৰত উপস্থিত কৰিছোঁ। সত্য বৰ্ম্মাৰ খবৰটোহে বুঢ়ীৰ পৰা জানিব পাৰিলোঁ, কিন্তু কি ভাবে যে তেওঁ ক'ত আছে, তাৰ বিশদ বিবৰণ একো জানিব নোৱাৰিলোঁ। জানিব পৰা হেতেন তেওঁৰ অনুসন্ধানো কৰিলোঁ হেতেন।"

ঘটনা শুনি ৰজা ৰাজহংসৰ মনত সত্যবৰ্ম্মা জীৱিত আছেনে নাই এই বুলি সন্দেহৰ ভাব এটা আহিল। তেওঁ মন্ত্ৰী সুমতিক সৰুভায়েকৰ ল'ৰাটো গতাই দিলে। ল'ৰাটোৰ নাম থলে "সোমদত্ত"। মন্ত্ৰী সুমতিয়ে নিজৰ সন্তানৰ দৰে ভায়েকৰ ল'ৰাটো প্ৰতিপালন কৰিবলৈ ধৰিলে।

এনেভাবে নানাপ্ৰকাৰে লগলগা কুমাৰ বিলাকৰ সৈতে লগলাগি

কুমাৰ ৰাজবাহনে শৈশবোচিত নানা খেলাধূলা কৰি আনন্দময় শিশুকাল অতিক্ৰম কৰি যৌৱনৰ প্ৰথম সোপানত ভৰি দিলে। চূড়াকৰণ আদি দ্বিজাতিৰ সকলো সংস্কাৰ কৰ্ম্ম একে একে কৰা হ'ল। বেদাদি সকলো শাস্ত্ৰ উপযুক্ত গুৰুৰ ওচৰত অধ্যয়ন কৰিলে। নানা দেশৰ লিপি জ্ঞান আহৰণ কৰিলে। সকলো ভাষাত ব্যুৎপত্তি জন্মিল। কাব্য নাট্য আদি সকলো সুকুমাৰ কলা আয়ত্ত কৰিলে। ধনুৰ্ব্বেদ পুঙ্খানুপুঙ্খৰূপে আয়ত্ত কৰিলে। সকলো প্ৰকাৰ অধ্যাত্ম শাস্ত্ৰৰ তত্ত্ব অৱগত হ'ল। বাৎসায়ন আদিৰ কামশাস্ত্ৰ আৰু চাণক্য আদিৰ অৰ্থশাস্ত্ৰ ভালৰূপে অধ্যয়ন কৰিলে। বীণা আদি সকলো প্ৰকাৰ বাদ্যযন্ত্ৰ অভ্যাস কৰিলে। ঘোঁৰা প্ৰভৃতি সকলো বাহনত উঠিব পৰা শক্তি উপাৰ্জ্জন কৰিলে। চৌৰ্য্য শাস্ত্ৰৰো নিয়ম প্ৰণালী শিকিলে।

সকলো বিষয়তে কুমাৰবিলাকে পাৰদৰ্শিতা লাভ কৰা দেখা পাই ৰজা ৰাজহংসৰ মনত অপাৰ আনন্দ লাগিল। পৃথিবীত তেওঁ নিজকে অজেয় বুলি মনত থিৰ কৰিলে।

---

## ৰাজবাহনৰ দিগ্বিজয় প্ৰসঙ্গ

এদিন ৰজা ৰাজহংস সভা ঘৰত বহি আছে। পৰম্পৰে ভ্ৰাতৃভাবাপন্ন কুমাৰ সকলৰ সৈতে কুমাৰ ৰাজবাহনো পিতাকৰ ওচৰতে আছিল। মুনি বামদেৱ এই সময়ত আহি উপস্থিত হ'ল। মুনি অহা দেখা পাই সকলো ঠিয় হ'ল আৰু মুনিক অভিবাদন জনালে। মুনিয়ে কুমাৰ সকলক প্ৰীতিসহকাৰে আলিঙ্গন কৰি স্নেহাশীৰ্ব্বাদ দিলে। মুনি আসনত বহিল আৰু কুমাৰ বিলাকক লক্ষ্য কৰি ৰজাক কলে ; ৰজা ! বন্ধুপ্ৰিয় কুমাৰ ৰাজবাহন আপোনাৰ মনোৰথৰ পৰিপূৰ্ণ ফল। অশেষ গুণ আৰু লাৱণ্যৰ আধাৰ কুমাৰ সম্প্ৰতি যৌৱনত উপস্থিত হৈছে। সমান বয়সীয়া অন্যান্য কুমাৰ বিলাকো অনুৰূপ বয়সত উপনীত হৈছে। এওঁলোক সকলোৰে সকলো প্ৰকাৰ কষ্ট সহ্য কৰিব পৰা ক্ষমতা হৈছে। ক্ষত্ৰিয়জাতিৰ দিগ্‌বিজয় কৰাটোও এটা জাতীয় ধৰ্ম্ম। গতিকে সমনীয়া বিলাকৰ সৈতে কুমাৰ ৰাজবাহনৰ দিগ্‌বিজয় কৰাৰ ব্যৱস্থা কৰিব লাগে। এই সময়ত কুমাৰৰ বিজয় যাত্ৰা কৰা সমীচিন হব বুলি মই ভাবোঁ। ঋষি বামদেৱে ৰাজবাহনৰ দিগ্‌বিজয়ৰ প্ৰস্তাব কৰা শুনি কুমাৰ বিলাকৰ মনত বৰ উল্লাস হ'ল। তেওঁলোকৰ মনৰ মাজত যেন এটা আনন্দৰ উত্তাল তৰঙ্গ উঠিল। মনৰ মাজত সুপ্ত বীৰৰস যেন অঙ্কুৰিত হৈ পৰিল। পৰশুৰামৰ দৰে তেজোদ্দীপ্ত সেই কুমাৰ বিলাকে যেন ইঙ্গিতেৰে সকলো শত্ৰুক নিৰ্ম্মূল কৰি পেলালে। তেওঁলোকৰ বিজয়যাত্ৰাৰ ভাব পৰিস্ফুট হৈ পৰিল। কুমাৰ বিলাকৰ মনৰ ভাব বুজিব পাৰি ৰজা ৰাজহংসই সন্মানৰ সৈতে মুনিৰ আদেশ স্বীকাৰ কৰিলে। কুমাৰ ৰাজবাহনৰ বিজয়যাত্ৰাৰ ভৱিষ্যৎ উজ্জ্বলতাই ৰজাৰ মনত এটা ডাঙৰ আশাৰ সঞ্চাৰ কৰিলে। মনত অপাৰ আনন্দ লাগিল।

শুভ লগ্নত ৰাজবাহনক যুবৰাজৰূপে অভিষিক্ত কৰা হ'ল। লগতে মন্ত্ৰীৰ কুমাৰ কেইজনকো ৰাজবাহনৰ মন্ত্ৰীপদত নিযুক্ত কৰিলে। নানা উপদেশ দি মুনি বামদেৱৰ অনুমতি অনুসাৰে শুভ-মুহূৰ্ত্তত বিজয় যাত্ৰাৰ আদেশ দিলে। ৰজাৰ নিৰ্দ্দেশ অনুসাৰে কুমাৰ ৰাজবাহনে সমনীয়া বন্ধু বিলাকৰ সৈতে ৰাজৰাণী আদি গুৰুজনৰ আশীৰ্ব্বাদ লৈ শুভ-লগ্নত যাত্ৰা কৰিলে। নানাবিধ শুভ নিমিত্তই তেওঁলোকৰ মন উল্লাসিত কৰি তুলিলে। নানাদেশ দেশান্তৰ নদ-নদী পৰ্ব্বতপ্ৰান্তৰ পৰিভ্ৰমন কৰি এসময়ত বিন্ধ্যাৰণ্যৰ ওচৰ পালেগৈ। বনৰ কমনীয়া প্ৰাকৃতিক শোভাই কুমাৰ সকলৰ মন আকৃষ্ট কৰিলে। সেই বিন্ধ্যাৰণ্যৰ ওচৰত তেওঁলোকে চাউনি পাতি কিছুদিন থাকিল।

ইফালে সিফালে ফুৰি থাকোতে এদিন এজন পুৰুষৰ লগত দেখা হ'ল। পুৰুষজনৰ শৰীৰটো যেন লোহাৰেহে নিৰ্ম্মাণ কৰা। দেখাত অতি কদাকাৰ। শৰীৰৰ বৰণ চকুৰ চায়ৰ দৰে কিচ্‌কিচীয়া ক'লা। শৰীৰৰ নানা ঠাইত শৰৰ আঘাতৰ অসংখ্য চিন আছে। আকৃতি প্ৰকৃতিৰে কিৰাত জাতিৰ লোক যেন বোধ হয়। পুৰুষ জনে ৰাজবাহনক দেখা পাই আদৰ অভ্যৰ্থনা কৰিলে।

---

# মাতঙ্গ ব্ৰাহ্মণৰ লগত সাক্ষাৎ আৰু ব্ৰাহ্মণৰ উপকাৰ।

ৰাজবাহনে সেই পুৰুষজনক প্ৰশ্ন কৰিলে। "হেৰা! তুমি কোন? এই দুৰ্ঘোৰ অৰণ্যৰ মাজত কিয় অকলে বাস কৰিছা? তোমাৰ শৰীৰত থকা শৰৰ আঘাতৰ চিনবিলাকে তোমাৰ কিৰাত জাতিৰ পৰিচয় দিয়ে। আনফালে ডিঙিত ওলমি থকা লগুন ডালে ব্ৰাহ্মণ বুলিও সন্দেহ জন্মায়? বাৰু কোৱাছোন? তোমাৰ পৰিচয় কি?"

মানুহজনে ৰাজবাহনৰ প্ৰশ্নৰ উত্তৰ নিদি মনে মনে ৰ'ল। তেওঁ মনতে চিন্তা কৰিলে যে এইজন সাধাৰণ লোক নহয়। কোনাবা ৰাজপুত্ৰহে হব। তেওঁ ৰাজবাহনৰ সহচৰ সকলৰ ওচৰলৈ গ'ল, আৰু ৰাজবাহনৰ পৰিচয় লৈ শেষত ৰাজবাহনক কলে। "মহাশয়! এই বনপ্ৰদেশত ম্লেচ্ছজাতিৰ অন্নভোজী হীন জাতিৰ কেতবোৰ ব্ৰাহ্মণ আছিল। সিহঁতে ব্ৰাহ্মণৰ আৱশ্যকীয় কৰ্ত্তব্য বেদাদি শাস্ত্ৰৰ অধ্যয়ন অধ্যাপনা পৰিত্যাগ কৰিলে। কৌলিক সদাচাৰ জলাঞ্জলি দিলে। ধৰ্ম্মৰ নামকে নুশুনাত পৰিল। নিৰন্তৰ পাপকৰ্ম্মত আসক্ত হ'ল। ম্লেচ্ছৰ সংসৰ্গত একেবাৰে ম্লেচ্ছ ভাবাপন্ন হৈ পৰিল। ম্লেচ্ছৰ অন্নেৰে প্ৰতিপালিত হৈ কোনোমতে অতি কষ্টে কাল কটাবলৈ ধৰিলে। ময়ো সেই বংশৰে এজন ল'ৰা। মোৰ নাম মাতঙ্গ। ময়ো সিহঁতৰ লগতে এই নিন্দনীয় কামত জপিয়াই পৰিলোঁ। ধনী মানুহ বিলাকক বলপূৰ্ব্বক এই বনলৈ টানি আনি সিহঁতক অন্ধকূপত পেলাই দিওঁ, আৰু সিহঁতৰ সৰ্ব্বস্ব অপহৰণ কৰি জীৱন নিৰ্ব্বাহ কৰিবলৈ ধৰিলোঁ।

এনেকৈ কিছুদিন গ'ল। এদিন এজন বামুণে এই দুৰ্গম বনৰ মাজৰ বাটেৰে যাব ধৰিছিল। মোৰ জ্ঞাতিবিলাকে অকল শৰীয়া ভাৱে সেই

বামুণক দেখা পাই হত্যা কৰিবলৈ মনে মনে আলচ কৰিলে। মই কথাটো বুজিব পাৰিলো। কি কাৰণে কব নোৱাৰো, বামুণজনৰ প্ৰতি মোৰ হৃদয়ত দয়া উপজিল। মই জ্ঞাতিবৰ্গক কলো; হেৰ পাপিষ্ঠ হঁত। এই নিৰীহ বামুণজনক কিয় মিছাতে হত্যা কৰ। এওঁক বধ কৰিলে কি হব? ব্ৰহ্মবধ যে মহা পাপ তহঁতৰ জনা নাইনে এওঁক মাৰিব নোৱাৰ। বাধা কৰা দেখি মোৰ ওপৰত সিহঁত ৰুষ্ট হ'ল। সিহঁতে মোক বহু গালি সপনি দিলে। সিহঁতৰ নিষ্ঠুৰ বাক্য মোৰো সহ্য নহ'ল। ফলত বামুণৰ কাৰণে সিহঁতৰ সৈতে মোৰ এখন খণ্ড-যুদ্ধ লাগিল। বামুণৰ প্ৰাণৰক্ষাৰ কাৰণে প্ৰাণপণে যুদ্ধ কৰিলো কিন্তু শেষত তিষ্ঠিব নোৱাৰিলো। মই ক্ষত বিক্ষত হৈ পৰিলো। ব্ৰণৰ বেদনাত মোৰ প্ৰাণবায়ু ওলাই গ'ল।

যমৰ দূত আহি মোক যম পুৰীলৈ বান্ধি নিলে। মই যম পুৰীলৈ গ'লো, দেখিলো যমৰাজ চিক্‌মিকিয়া বিচিত্ৰ সোনৰ সিংহাসনত বহি আছে। দূতবিলাকে মোক তেওঁৰ ওচৰত উপস্থিত কৰিলে। যম-ৰজাৰ চাৰিওফালে অসংখ্য পাৰিষদ্ আৰু হিচাব ৰক্ষক চিত্ৰগুপ্ত মন্ত্ৰী বহি আছে। মই যম ৰজাৰ ওচৰ চাপি মাটিত দীঘলদি প্ৰণাম কৰিলো। তেওঁ মোৰফালে একে ধ্যানে বহু সময় চাই থাকি চিত্ৰগুপ্তক কলে; মন্ত্ৰী! এই মানুহজনক এতিয়াই কিয় অনা হ'ল? ইয়াৰ এতিয়া মৃত্যু হব নোৱাৰে। এওঁ এজন বামুণৰ প্ৰাণৰক্ষাৰ কাৰণে নিজপ্ৰাণ উছৰ্গা কৰিছে। সেই কাৰণে এওঁৰ সকলো পাপক্ষয় হৈ গৈছে। এতিয়াৰ পৰা এওঁৰ মন পুণ্যকাৰ্য্যত ৰত হৈ পৰিব। ইয়াত পাপীবিলাকে যিবোৰ যাতনা ভোগ কৰে, এওঁক সেইবোৰ দেখুৱাই আকৌ আগৰ ঠাইত থৈ আহিব লাগে। এওঁ পুনৰাই পূৰ্ব্বৰ শৰীৰ লাভ কৰিব।

ৰজা যমৰ নিৰ্দ্দেশ অনুসাৰে মন্ত্ৰী চিত্ৰগুপ্তই প্ৰাণী বিলাকৰ যাতনা ভোগা বেলেগ বেলেগ ঠাইবিলাক এটা এটাকৈ দেখুৱালে। সেই যাতনাময় ঠাই আৰু যন্ত্ৰণা ভোগ কৰা প্ৰাণীবিলাকক দেখা পাই মোৰ



ভৰিৰ পৰা মূৰলৈ গা শিহৰি উঠিল। সেই যাতনা দিয়া ঠাই বিলাকলৈ গৈ দেখা পালো, যে কিছুমান পাপীক উত্তপ্ত লোহাৰ খুটাত বান্ধি থৈ দিছে। কিছুমানক আকৌ তপত তেলৰ থালিত পেলাই দিছে। কিছুমানক লোহাৰ টাঙোনেৰে মূৰত কোৱাই ঠেটেলা কৰিছে। কেত-বোৰ লোহাৰ চাচেৰে চাচি পেলাব ধৰিছে। কিছুমানক দুৰ্গন্ধ অন্ধ-কূপত পেলাই ৰাখিছে, আৰু কিছুমানক বা উত্তপ্ত বালিৰ ওপৰত চিৎ কৰি পেলাই ৰাখিছে। সেইবোৰ প্ৰাণীৰ অৱস্থা আৰু আৰ্ত্তনাদ শুনি মোৰ গা শিহৰি উঠিল আৰু ভয়ত শৰীৰত তৎ নোহোৱা হ'ল। ভৰিৰপৰা মূৰলৈ গাৰ নোম ডাল ডাল হৈ পৰিল। এইবোৰ দেখুৱাই চিত্ৰগুপ্তই মোক নানা সৎ উপদেশ দি এটা বহল বাটত আগবঢ়াই থৈ ফিৰি গ'ল। মই সেই বাটেৰে আহি মোৰ শৰীৰত সোমালো। জ্ঞাতি-বিলাকে মৰিলো বুলি ভাবি এডোখৰ ডাঙৰ শিলৰ ওপৰত পেলাই থৈ গৈছিল, কিন্তু সেই বুঢ়া বামুণজনে কৃতজ্ঞতা পাশত আবদ্ধ হৈ মোৰ শৰীৰটোৰ কাষত বহি চেচাপানী আদি দি নানা শুশ্ৰূষা কৰি আছিল; আৰু মই মৰিছোনে বাচি আছো, তাৰে কিবা কিবি পৰীক্ষা কৰি আছিল।

মই যেতিয়া সংজ্ঞা লাভ কৰিলো তেতিয়া মোৰ বন্ধুবান্ধব বিলাকে আহি মোক তাৰপৰা ঘৰলৈ নি ভালদৰে শুশ্ৰূষা কৰিলে। ক্ষত হোৱা ঠাই বিলাকত ঔষধ পাতি দিয়াত সেইবিলাক ক্ৰমে শুকাল। মই আগত দৰে আকৌ সুস্থ হলোঁ!

বুঢ়া বামুণ জনে তেতিয়াও মোক এৰি যোৱা নছিল। তেওঁ মোৰ প্ৰতি স্নেহত আবদ্ধ হৈ মোক অক্ষৰ পৰিচয় কৰালে। ক্ৰমে নানা শাস্ত্ৰতত্ত্বৰ উপদেশ দি কলে, যে সদাচাৰেইহে পাপক্ষয়ৰ একমাত্ৰ উপায়। আচাৰ সম্পন্ন নহলে মানুহ কেতিয়াও পবিত্ৰ হব নোৱাৰে। এই কথাটো মোক ভালদৰে হৃদয়ঙ্গম কৰাই দি শেষত কলে যে দিব্যজ্ঞান উপাৰ্জ্জন কৰিবলৈ হলে, দেবাদিদেব মহাদেবৰ উপাসনা কৰিব লাগে। অনুগ্ৰহ কৰি তেওঁ মোক দেবাদি দেবৰ উপাসনাৰ নিয়মৰ সৈতে মন্ত্ৰ আৰু

দীক্ষা দিলে। সেই মহাত্মা ব্ৰাহ্মণৰ অনুগ্ৰহত মোৰ জ্ঞান চক্ষু উন্মীলিত হ'ল। কিছুদিনৰ মূৰত মোৰ যথোচিত পূজা গ্ৰহণ কৰি অন্য ঠাইলৈ তেওঁ গুছি গ'ল।

তেতিয়াৰ পৰা মই মোৰ জ্ঞাতি কুটুম্বৰ সংস্ৰৱ একেবাৰে পৰিত্যাগ কৰি দেবাদিদেব মহাদেবৰ অৰ্চ্চনাৰে পূৰ্ব্ব কলঙ্ক মচি পেলাবৰ অভিপ্ৰায়ে এই নিৰ্জ্জন বনত বাস কৰি আছোঁ। মহাৰাজ! আপোনাৰ ওচৰত মোৰ অলপ গোপনে কবলগীয়া কথা আছে। যদি অনুগ্ৰহ কৰি মোৰ কুটীৰত পদাৰ্পণ কৰে, তেন্তে কৃতাৰ্থ হম।" কুমাৰ ৰাজবাহনে মাতঙ্গৰ অনুৰোধ এৰাব নোৱাৰিলে। বন্ধুসকলক এৰি থৈ তেওঁ অকলে মাতঙ্গৰ কুটীৰলৈ গ'ল। মাতঙ্গই কুমাৰক স্বাগত সম্ভাষণ জনাই কলে; "মহাৰাজ! মই যোৱা ৰাতি শয্যাত শুই আছিলো তেনেতে সপোনত গৌৰীপতি মহাদেৱে শিতানত বহি মোক টোপনিৰ পৰা জগাই তুলি প্ৰসন্নচিত্তে কলে,—মাতঙ্গ! এই দণ্ডকাৰণ্যৰ মাজেদি এখন নদী বৈ গৈছে। সেই নদীৰ পাৰত সিদ্ধ সাধ্য সকলৰ আৰাধ্য স্ফটিকময় এটা শিৱলিঙ্গ আছে। সেই লিঙ্গটোৰ পাচৰ ফালে গৌৰীৰ পদচিহ্নযুক্ত এডোখৰ শিল দেখা যাব। শিল ডোখৰৰ নিচেই ওচৰতে এটা সুন্দৰ গাঁত। সেই গাঁতেৰে পাতাললৈ যোৱা এটা বহল প্ৰশস্ত বাট আছে। সেই বাটেৰে কিছুদূৰ আগবাঢ়ি গ'লে ব্ৰহ্মাৰ আদেশ পত্ৰৰ দৰে এখন তামৰ শাসনলিপি পোৱা যাব। তাত কিছুমান কাৰ্য্যৰ কথা লিখা আছে। যদি সেইবোৰ কাৰ্য্য যথাযথভাবে সম্পূৰ্ণৰূপে কৰিব পাৰা, তেন্তে আপোনা আপুনি উপস্থিত হোৱা ৰাজ্যৰ দৰে পাতাল পুৰৰ ৰাজ্য তোমাৰ হাতলৈ আহিব। আজি বা কাইলৈৰ ভিতৰত তোমাৰ এই ঠাইলৈ এজন ৰাজকুমাৰ আহিব। তেওঁ তোমাক এই কাৰ্য্যত সাহায্য কৰিব, এই বুলি কৈ মহাদেব অন্তৰ্হিত হ'ল। বোধ কৰোঁ সেই দেবাদিদেবৰ অনুগ্ৰহত মোৰ ভাগ্য গুণে আপুনি আহি আজি উপস্থিত হৈছে। মই আপোনাৰ ওচৰত সবিনয়ে এই কাৰ্য্যত সাহায্য কৰিবলৈ প্ৰাৰ্থনা কৰিছো। আশাকৰোঁ আপুনি মোৰ মনোৰথ সিদ্ধ কৰিব।"



পৰৰ উপকাৰ কৰা সাধুসকলৰ পৰম ব্ৰত। মনস্বী কুমাৰ ৰাজবাহনেও মাতঙ্গক সাহায্য কৰিবৰ কাৰণে মুক্ত কণ্ঠে স্বীকাৰ কৰি নিজৰ থকা ঠাইলৈ উভতি আহিল। মাতঙ্গয়ো অবনত মস্তকে ৰাজবাহনৰ প্ৰতি আনুগত্য দেখুৱাই কুটীৰতে ৰ'ল।

ৰাতি দুভাগমান হৈছে। জগত নিতাল নিস্তব্ধ, কাৰো ক'তো একো সাৰ সিকতি নাই। নিবীড় অন্ধকাৰে সকলো দিশ আগুৰি পেলাইছে। যেন প্ৰকৃতিয়ে এটা তমোময় ৰূপ হে ধাৰণ কৰিছে। কুমাৰ ৰাজবাহন এই সময়ত শয্যাত উঠি বহিল। দেখিলে লগৰীয়া বিলাক টোপনিত একেবাৰে নিশ্চেষ্ট হৈ শুই পৰি আছে। তেতিয়া তেওঁ হাতৰ সাৰে ভৰিৰ সাৰে কোনোৱে একো গম নোপোৱাকৈ বাহিৰৰ পৰা ওলাই আহি মাতঙ্গৰ কুটীৰৰ দুৱাৰ মুখত উপস্থিত হ'ল। মাতঙ্গৰ সৈতে লগ লাগি দুয়ো সেই নিবীড় অন্ধকাৰৰ মাজেদি দণ্ডকাৰণ্যৰ মাজত সোমাল।

ৰাতিপুৱাল। পূব আকাশত বেলিৰ পোহৰে নিশাৰ পুঞ্জীভূত অন্ধকাৰ ৰাশি আতৰাই দিলে। ৰাজবাহনৰ লগৰীয়া কুমাৰ বিলাক তেতিয়া টোপনিৰ পৰা উঠিল। তেওঁলোকে টোপনিৰ পৰা উঠি দেখিলে যে কুমাৰ ৰাজবাহন তাত নাই। ৰাজবাহনক দেখা নাপাই সকলো কুমাৰ বিস্মিত আৰু স্তম্ভিত হ'ল। কি হ'ল ক'লৈ গ'ল একো থিৰ কৰিব নোৱাৰিলে। তেওঁলোক উদ্‌বিগ্নহৈ ইফালে সিফালে বিচাৰিব ধৰিলে, কিন্তু ক'তো একো শুংসূত্ৰ নাপালে। তেতিয়া তেওঁলোক বৰ বিমৰ্ষ হৈ পৰিল। বহু ভাবিচিন্তি থিৰ কৰিলে যে কুমাৰ ৰাজবাহনক বিচাৰি উলিয়াবই লাগিব। আমি প্ৰত্যেকেই ভিন্ ভিন্ হৈ বিচাৰি যাওঁ, আৰু ইমান দিনৰ ভিতৰত এই ঠাইত আহি সকলোৱে লগ হম; এই বুলি এখন ঠাই নিৰ্দ্দিষ্ট কৰি কুমাৰ-সকল ৰাজবাহনক বিচাৰি দিহাদিহি গ'ল।

ইফালে অদ্বিতীয় বীৰ কুমাৰ ৰাজবাহনে সেই মাতঙ্গৰ সৈতে দণ্ডকাৰণ্যৰ মাজেদি অন্ধকাৰ নিশাত গৈ শিৱই নিৰ্দ্দিষ্ট কৰি দিয়া ঠাইত গৈ উপস্থিত হ'ল। তাতে দেখিলে এটা জক্‌মকীয়া স্ফটিকৰ

শিবলিঙ্গ। সেই লিঙ্গটোৰ পাচৰ ফালে এটা গাঁত এইটোৱে সেইগাঁত হব, এই ভাবি নিৰ্ভয়মনে ছুয়ো সেই গাঁতেৰে পাতালপুৰলৈ সোমাই গ'ল। গৈ এখন তামৰ ফলি পালে। সেই ফলিখন লৈ পাতাল-পুৰৰ নগৰৰ ওচৰত উপস্থিত হ'ল। নগৰৰ নিচেই ওচৰতে এখন মনোৰম উদ্যান দেখা পালে। সেই উদ্যানৰ মাজত এটা মনো-মুগ্ধকৰ সৰোবৰ। বিকশিত পদুমেৰে সেই সৰোবৰটো জতিষ্কাৰহৈ আছে। ভ্ৰমৰৰ অব্যক্ত মধুৰ গুঞ্জনে দিঙ্‌মণ্ডল মুখৰিত কৰি তুলিছে। মাতঙ্গই সেই পুখুৰীৰ পাৰত শৈববিধি অনুসাৰে মহাদেৱৰ পূজা কৰি হোম জ্বলালে। নানাবিধ দ্ৰব্য সম্ভাৰেৰে বিধি অনুসাৰে অগ্নিত আহূতি দিলে। শিখা বিস্তাৰ কৰি হোমৰ জুই দপ্‌দপ্‌ কৰি জ্বলি উঠিল। তেতিয়া মাতঙ্গই পাপপুণ্যৰ আধাৰভূত নিজশৰীৰ সেই জুইত পূৰ্ণাহূতি দিলে। চাই থাকোতেই আগৰ সেই কুৎসিত মাতঙ্গ শৰীৰ গুচি সেই হোমৰ বেদীৰ পৰা এটা উজ্জ্বল দিব্যমূৰ্ত্তি ওলাই পৰিল।

চকুৰ আগতে সকলো ঘটনা দেখাপাই কুমাৰ ৰাজবাহনে বৰ বিস্ময় মানিলে। সকলো ঘটনা তেওঁৰ মনত সপোন যেন লাগিল।

অলপ পৰৰ পাচত দেখিলে আগৰ ফালে অপৰূপা এজনী যুৱতী ৰমণী ৰত্নময় বিবিধ সোণৰ অলঙ্কাৰৰ জ্যোতিৰে দশোদিশ আলোকিত কৰি ৰাজহংসৰ নিচিনা ধীৰগতিৰে আহি মাতঙ্গৰ ওচৰত উপস্থিত হ'ল। তেওঁ আহি মাতঙ্গৰ হাতত এটা উজ্জ্বল ৰত্ন উপহাৰ দিলে। তেওঁৰ লগত বহু সহচৰীও আহিছে।

সংযত চিত্তে মাতঙ্গই সেই ৰমণীক গম্ভীৰ স্বৰে সুধিলে "ভদ্ৰে! তুমি কোন?" হাত যোৰ কৰি কুলিৰ নিচিনা মধুৰ কণ্ঠে ৰমণীয়ে কলে "মই দানৱৰজাৰ কন্যা। নাম মোৰ কালিন্দী। অতি প্ৰতাপশালী মোৰ পিতা এই পাতালপুৰৰ ৰজা আছিল। প্ৰবল পৰাক্ৰমেৰে পিতাই দেৱতাবিলাকক অত্যাচাৰ কৰাত ভগবান বিষ্ণুৱে সহিব নোৱাৰি তেওঁক হত্যা কৰিলে। পিতাৰ শোকত মই বৰ কাতৰ



হৈ পৰিলো। মোক বৰ শোকাতুৰা দেখাপাই এজন তপস্বীয়ে কলে, "বালিকা! তুমি শোক নকৰিবা। অলপ দিনৰ ভিতৰতে তুমি এজন দিব্যৰূপবান্ পতি লাভ কৰিব পাৰিবা। এই পাতালপুৰৰ সকলো শাসনভাৰ তেওঁৱেই বহন কৰিব। তুমি ধৈৰ্য্য নেহেৰুৱাবা। সেই তপস্বীৰ আদেশবাক্য মনৰ মাজত সাৱতি লৈ কেতিয়ানো মোৰ সেই শুভ মুহূৰ্ত্তটো আহে তাৰে প্ৰতীক্ষা কৰি আছো। আজি মোৰ শুভ দৈৱযোগত আপুনি আহি উপস্থিত হৈছে। আজি সেই মহাপুৰুষৰ আশীৰ্ব্বাদৰ ফল ফলিছে।

এইৰাজ্যৰ মন্ত্ৰীমহোদয়েই সম্প্ৰতি একমাত্ৰ অৱলম্বন। তেওঁৰ আদেশ অনুসাৰে অনঙ্গদেৱৰ প্ৰবল প্ৰেৰণাৰ পৰবশ হৈ চঞ্চল হৃদয়েৰে আপোনাৰ ওচৰত আত্মসমৰ্পণ কৰিছো। আপুনি এই পাতালপুৰৰ ৰাজ-লক্ষ্মীৰ পাণিগ্ৰহণ কৰি তেওঁৰ সপত্নীৰ ঠাইত মোক অধিষ্ঠিত কৰে যেন।"

মাতঙ্গই কোনো উত্তৰ নিদি কুমাৰ ৰাজবাহনৰ মুখৰ পিনে চালে। মাতঙ্গৰ মনৰ অভিপ্ৰায় বুজিব পাৰি কুমাৰ ৰাজবাহনে ইঙ্গিতেৰে মাতঙ্গক অনুমতি দিলে। কুমাৰৰ সন্মতি জ্ঞাপক ইঙ্গিত পাই মাতঙ্গই দানৱ কন্যাৰ পাণি গ্ৰহণ কৰিলে।

অলোকসামান্য ৰূপৱতী মনোৰমা পত্নী আৰু ৰাজ ঐশ্বৰ্য্য লাভ কৰি মাতঙ্গৰ মনত আনন্দই নধৰা হ'ল। পাতালপুৰৰ শাসনভাৰ তেওঁ নিজ হাতলৈ আনিলে।

কুমাৰ ৰাজবাহন বন্ধুসকলৰ অজ্ঞাতসাৰে মাতঙ্গৰ কাৰ্য্যত সহায় কৰাৰ কাৰণে পাতাল পুৰলৈ আহিল। মাতঙ্গৰ কাৰ্য্য শেষ হোৱাত বন্ধুসকললৈ তেওঁৰ মনত পৰিল। তেওঁৰ মন বন্ধু সকলৰ বাবে উৎকণ্ঠিত হ'ল। আগৰ ঠাইলৈ উভতি যোৱাৰ কাৰণে তেওঁ ইচ্ছা প্ৰকাশ কৰিলে। ৰাজবাহনৰ কাৰ্য্যত মাতঙ্গ বৰ সন্তুষ্ট হৈছিল। তেওঁ মনত ভাবিলে, "মই এই উপকাৰৰ কি প্ৰতিদান দি মুক্ত হম? কালিন্দীয়ে উপহাৰ দিয়া ক্ষুধা তৃষ্ণা নিবাৰক এটা ৰত্ন আছে। বাটত যাওঁতে যাতে ৰাজবাহন ক্ষুধা তৃষ্ণাত কাতৰ নহয় তাৰ বাবে এই

মণিটোকে তেওঁক অৰ্পণ কৰো” এই বুলি চিন্তা কৰি মাতঙ্গই সেই মণিটো ৰাজবাহনক দিলে। কিছুদূৰ আগবঢ়াই থৈ মাতঙ্গই কৃতজ্ঞতা প্ৰকাশ কৰি ঘূৰি আহিল। কুমাৰো অহা পথেৰে ফিৰি গৈ সেই গাঁতৰ মুখেৰে বাহিৰ হৈ ওলাল। আগৰ ঠাইলৈ আহি দেখে যে বন্ধুবিলাক তাত নাই। বিন্ধুবিলাকক দেখা নাপাই তেওঁৰ মনত চিন্তা হ'ল “বন্ধুবিলাকে মোক দেখা নাপাই কোনোবা ফালে বিছাৰিয়ে গ'ল নে ৰাজ্যলৈ উভতি গ'ল? বাৰু যিয়ে নহওঁক মোৰ কৰ্ত্তব্য হব তেওঁলোকৰ অনুসন্ধান কৰাটোৱেই।” ইয়াকে ঠিক কৰি নানাদেশ পৰ্য্যটনৰ সঙ্কল্প কৰি সেই ঠাইৰ পৰা যাত্ৰা কৰিলে।

নানা দেশ দেশান্তৰ পৰ্য্যটন কৰি কৰি এসময়ত এখন নগৰত উপস্থিত হ'ল। নগৰৰ ওচৰত তেওঁ এখন উদ্যান দেখিবলৈ পালে। জিৰণি লোৱাৰ অভিপ্ৰায়ে তেওঁ সেই উদ্যানত সোমাল। দেখিলে এজন লোক এখন দোলাত উঠি উদ্যানলৈ আহিব ধৰিছে। তেওঁৰ লগত এগৰাকী সুন্দৰী ৰমণীও আছে। অন্যান্য পৰিজনো বহু আহিছে। সেই লোকজনে ৰাজবাহনক দূৰতে দেখা পাই—“আহা মোৰ আজি কি সৌভাগ্য! এইজন দেখো চন্দ্ৰবংশৰ অলঙ্কাৰ পবিত্ৰকীৰ্ত্তি কুমাৰ ৰাজবাহন। নিয়তিৰ কি বিচিত্ৰ গতি। অকস্মাতে আজি সাক্ষাৎ পালো। আজি মোৰ এই নয়ন যুগলৰ জন্ম সাৰ্থক হ'ল। অতৰ্কিতে যেন মোৰ চকুৰ আগত এটা মহোৎসব আহি পৰিছে.”—এই বুলিকৈ সেই মানুহ-জনে দোলাৰ পৰা তৎক্ষণাৎ নামিল, আৰু আগপাচ নোচোৱাকৈ আনন্দত উত্ৰাৱল হৈ ৰাজবাহনৰ ফালে আগবাঢ়ি গ'ল। যেন কোনোৱাই তেওঁক সেই ফালে টানিহে নিলে। ৰাজবাহনৰো সেই মানুহ জন চকুত পৰিল। তেতিয়া ৰাজবাহনো উঠি কেই খোজমান আগবাঢ়ি গৈছে মাথোন এনেতে মানুহ জন আহি ৰাজবাহনৰ ভৰিত লুটি খাই পৰিল। তেনেকৈ পৰা দেখা পাই ৰাজবাহনে তেওঁক মাটিৰ পৰা তুলি বুকত সাবটি ধৰি কলে, “সাধু সোমদত্ত! কৰা কি ভাই! আহা, আহা” এইবুলি কুমাৰ আনন্দত আত্মহাৰা হৈ পৰিল।



আনন্দত চকুলোৰে দুয়োৰে চকু চল্‌চলীয়া হ'ল আৰু বিভোৰ হৈ দুয়ো দুয়োকো বহু সময় আলিঙ্গন কৰি এজোপা নাগেশ্বৰ গছৰ চাঁত বহিল।

ৰাজবাহনে সুধিলে, “সখি! তুমি ইমানদিনে ক'ত কি ভাৱে আছিলা? এই গৰাকী ৰমণীয়েই বা কোন? এই পৰিজনবিলাকক বা পালা কেনেকৈ? আদিৰ পৰা সকলো বৃত্তান্ত শুনিবৰ কাৰণে মোৰ বৰ হেপাহ হৈছে. নকবা জানো?”

বহুদিনৰ পাচত আকস্মিকভাৱে হোৱা বন্ধুৰ সমাগমে মনৰ মাজৰ পৰা যেনেদৰে সংশয়ৰ ভাৰ এটা আতৰাই দিলে আনফালে তেনেকৈ এটা অনিৰ্ব্বচনীয় আনন্দও আনি দিলে। তেনে অৱস্থাত সোমদওৱো কুমাৰ ৰাজবাহনৰ ওচৰত কৰপুটে নিজ বৃত্তান্ত বৰ্ণাব ধৰিলে।

দশকুমাৰ চৰিতৰ মাতঙ্গ ব্ৰাহ্মণৰ কথা সমাপ্ত।

---

# সোমদত্ত চৰিত

## [ ১ম ৰাজকুমাৰ ]

কুমাৰ ! ক'তনো আপোনাৰ দৰ্শন লাভ কৰিব পাৰো, এই আকাঙ্ক্ষা হৃদয়ৰ নিভৃত কক্ষত সাবটি লৈ দেশ ভ্ৰমণৰ কাৰণে যাত্ৰা কৰিলো। নানাদেশ দেশান্তৰ পৰ্য্যটন কৰি এদিন এখন গহন বনৰ মাজত সোমালোঁ। পিয়াহত মোৰ অণ্ঠ কণ্ঠ শুকাই গৈছে। কিছুদূৰ সেই দুৰ্গমবনৰ মাজেদি আগবাঢ়ি গৈ দেখিলো এখন সৰু নৈ আঁকাই পকাই বনৰ মাজেদি বৈ গৈছে। নানা তৰহৰ পুষ্পিত তৰুলতা বাজিৰে নদীৰ দুয়ো পাৰ ভৰপূৰ। সেই তৰুলতাবিলাকে প্ৰকৃতিৰ বিচিত্ৰতাৰ মনোমোহা সৌন্দৰ্য্য এটাহে যেন ডাঙি ধৰিছে। মই পানী খাবৰ ইচ্ছাৰে ৰূপৰ গল পতাৰ দৰে নদীৰ বালিচৰত নামিলোঁ। দেখিলোঁ বালিচৰত এটা উজ্জ্বল মণি পৰি আছে। মণিটো বুটলি লৈ সেই নদীৰ অমৃতোপম জল পান কৰিলোঁ। প্ৰখৰ ৰ'দৰ তাপ আৰু পথ পৰ্য্যটন কৰাৰ কাৰণে পৰিশ্ৰমত শৰীৰ ভাগৰি পৰিছে। ভৰি আৰু আগলৈ নচলা হৈছে। কেই খোজমান আগবাঢ়ি গৈ এটা দেৱ মন্দিৰ দেখা পালোঁ। বিশ্ৰাম লোৱাৰ এইটোৱে উৎকৃষ্ট ঠাই হব, এই বুলি সেই মন্দিৰলৈ গলোঁ। এজন বুঢ়া বামুণে কেইটামান সৰু সৰু লৰাৰ সৈতে সেই মন্দিৰৰ এচুকত আশ্ৰয় লৈ আছিল।

বুঢ়া বামুণজনৰ অৱস্থা দেখা পাই মোৰ মনত বৰ দুখ লাগিল। মই তেওঁৰ কুশল বাতৰি আৰু পৰিচয় সুধিলো। দাৰিদ্ৰ্যৰ দাৰুণ যাতণাত বামুণৰ মুখ অতি মলিন। তেওঁক দেখা পাই মোৰ মনত এনে এটা ধাৰণা হ'ল, যে এই বামুণজনৰ হৃদয় কিবা এটা আকাঙ্ক্ষাৰে ভাৰাক্ৰান্ত। বামুণজনে মোক কলে, "মহাশয় মই এজন দৰিদ্ৰ বামুণ। মোৰ এই ল'ৰা কেইটা মাওৰা। এই দেৱালয়ত আশ্ৰয় কৰি অতি কষ্টেৰে খুজি মাগি লৰাকেইটাৰ কোনোমতে প্ৰাণ



বচাই আছোঁ। এই ৰাজ্যখনৰো অৱস্থা বৰ বেয়া। ইয়াত এতিয়া ভিক্ষাও প্ৰায় নিমিলা হৈছে। কি কৰিম ; তথাপি ইয়াতে আশ্ৰয় কৰি কোনো মতে জীৱন যাপন কৰিছোঁ।"

সেই দেৱালয়ৰ অলপ দূৰৈত এটা সেনানিবাস মোৰ চকুত পৰিল। মই বামুণক সুধিলো—"দেউ ! এই সেনানিবাসটো কাৰ ? এওঁ কোনদেশৰ ৰজা ? নাম কি ? আৰু কিয়বা ইয়াত চাউনি পাতি আছে ?"

বামুণে উত্তৰ দিলে—

"মহাশয় ! এইজন লাট দেশৰ ৰজা। এওঁৰ নাম মত্তকাল। এইদেশৰ ৰজা বীৰকেতুৰ অতিশয় ৰূপলাৱণ্যৱতী এটি কন্যা আছে। কন্যাটিৰ নাম বামলোচনা। সেই কন্যাৰ ৰূপত মুগ্ধ হৈ লাটৰ ৰজা মত্তকালে কন্যাক প্ৰাৰ্থনা কৰি বীৰকেতুৰ ওচৰলৈ দূত পঠালে। ৰজা বীৰকেতুৱে মত্তকালৰ প্ৰাৰ্থনা উপেক্ষা কৰিলে। বীৰকেতুৱে প্ৰাৰ্থনা ভঙ্গ কৰা দেখি মত্তকাল ক্ৰুদ্ধ হ'ল আৰু তাৰ প্ৰতিশোধ লবৰ কাৰণে বীৰকেতুৰ ৰাজধানী পাটলীপুত্ৰ আক্ৰমণ কৰিলে। ৰাজধানী আক্ৰমণ কৰা দেখা পাই বীৰকেতুৰ মনত বৰ ভয় লাগিল। তেতিয়া তেওঁ নানাচিন্তা কৰি ৰাজ্য ৰক্ষাৰ কাৰণে বহু যৌতুকৰ সৈতে কন্যা বামলোচনাক মত্তকালৰ ওচৰত অৰ্পণ কৰিলে। মত্তকাল অভিপ্ৰেত কন্যাৰত্ন বামলোচনাক পাই আনন্দিত হ'ল। তেওঁ মনত স্থিৰ কৰিলে যে এই কন্যাৰত্নক নিজ ৰাজ্যলৈ নি বিধিমতে এওঁৰ পাণি গ্ৰহণ কৰিব লাগিব।

মত্তকাল মৃগয়াত বৰ আসক্ত। সেই কাৰণে নিজ দেশলৈ ঘূৰি যোৱাৰ আগতে মৃগয়া কৰিবলৈ বুলি ইয়াতে চাউনি পাতি আছে।

ৰজা বীৰকেতুৰ এই কন্যাটিয়েই একমাত্ৰ সন্তান। নিজ ৰাজ্য ৰক্ষাৰ কাৰণে কন্যাটিক সেইভাবে মত্তকালৰ ওচৰত গতাই দি তেওঁ সেই শোকত বিহ্বল হৈ পৰিছে। লাজে অপমানে তেওঁ অতিষ্ঠ হৈ পৰিছে। মানপাল নামে তেওঁৰ এজন সাহসী চতুৰ সেনাপতি আছে। ৰজা

বীৰকেতুৰে মত্তকালৰ ওপৰত প্ৰতিশোধ লবৰ কাৰণে চতুৰঙ্গ সেনাৰ সৈতে গোপনভাৱে সেই সেনাপতিক নিৰ্দ্দেশ দিছে। মানপালে ৰজাৰ নিৰ্দ্দেশ অনুসাৰে আন এঠাইত গোপনে সেনা সন্নিবেশ কৰি সময় অপেক্ষা কৰি আছে। লগতে সুযোগ সুবিধা চাই গুপ্তচৰ বিলাকৰ দ্বাৰা মত্তকালৰ সেনা সমূহৰ মাজত ভেদভাৱ জন্মাবৰ কাৰণেও চেষ্টা চলাইছে।”

বামুণজন বিশিষ্ট বিদ্বান বুলি মোৰ বোধ হ'ল। দেখিলো এনে বিদ্বান আৰু দৰিদ্ৰ ব্ৰাহ্মণকে ধন দান কৰা উচিত। এনেবিধৰ লোকেই সৎপাত্ৰ, এই বুলি মই, সেই ৰত্নটো বামুণ জনক দান কৰিলো। বামুণজনে ৰত্নটো পাই বৰ উল্লসিত হ'ল, আৰু মোক অশেষ আশীৰ্ব্বাদ কৰি তাৰ পৰা আন ঠাইলৈ গ'ল।

সেই দেৱমন্দিৰৰ এচুকত এখন কঠ দেখা পালো। কঠখন আনি শুই পৰিলো। বৰ ভাগৰ লগাৰ কাৰণে মোৰ তৎক্ষণাৎ টোপনি আহিল। মই নিশ্চেষ্ট হৈ শুই পৰিলো। কিছু সময়ৰ পাচত সেই বামুণ জন আহি দেৱমন্দিৰৰ চোতালত উপস্থিত হ'ল। তেওঁৰ হাতদুখন শিকলিৰে বন্ধা। লগত কেতবোৰ চিপাহীও আছে। গোটেই শৰীৰত তেওঁৰ বেতৰ কোবৰ চিন। বামুণ জনে অলপ দূৰৰ পৰা আঙুলিয়াই মোক দেখুৱাই দি চিপাহীহঁতক ক'লে, হেৰা! এই জনেই চোৰ। তেতিয়া চিপাহীবিলাকে বামুণক এৰি দি সেই শিকলিৰে মোক বান্ধি পেলালে। ৰত্নটোৰ কাৰণে যে বামুণৰ আৰু মোৰ শাস্তি ভোগ কৰিব লগীয়া হ'ল মই সেইটো ভাল দৰে বুজিব পাৰিলো। মই চিপাহীহঁতক ৰত্নটো পোৱাৰ বিবৰণ কলো, কিন্তু সিহঁত মোৰ কথাত পতিয়ন নগৈ মোক বহু তৰ্জ্জন গৰ্জ্জন কৰি বান্ধি পেলালে। অকস্মাতে বন্ধা দেখি যদিওবা মই অলপ কিংকৰ্ত্তব্য বিমূঢ় যেন হৈছিলো, তথাপি সিহঁতৰ প্ৰতি মোৰ সমূলি ভয় লগা নাছিল। সিহঁতে মোক বন্দী কৰি কাৰাগাৰত সুমাই থৈ ‘এওঁলোকেই তোমাৰ লগৰীয়া’ এই বুলি আনকেইজনমান ফাটেকিয়ালক দেখুৱাই দি দুৱাৰ বন্ধ কৰি ওলাই গ'ল।



মই তেতিয়া বিবুদ্ধি হৈ পৰিলো। এই কষ্টৰ প্ৰতিকাৰ মোৰ শক্তিৰ অতীত যেন লাগিল। পাচত বহু ভাবিচিন্তি সেই ফাটেকিয়াল-বিলাকক কলো,—ভাই সকল! আপোনালোকক বৰ শক্তিশালী যেন লাগিছে। কি কাৰণে আপোনালোকে এই যাতনাময় দুৰ্ঘোৰ কাৰাবাস খাটিব ধৰিছে? আৰু চিপাহীবিলাকে যে আপোনালোকক মোৰ বন্ধু বুলি কৈ গ'ল, ইয়াৰে বা অৰ্থ কি? সিহঁতৰ দৰে মোৰো অৱস্থা দেখি সেই শক্তিমান ফাটেকিয়ালবিলাকে বামুণৰ মুখত আগতে যি লাটদেশৰ ৰজাৰ ঘটনা শুনিছিলো সেই ঘটনাটো বহলাই কবলৈ আৰম্ভ কৰিলে।

“মহাভাগ! আমি ৰজা বীৰকেতুৰ মন্ত্ৰী মানপালৰ অনুচৰ। তেওঁৰ আদেশ অনুসাৰে লাটপতিক হত্যা কৰিবলৈ বুলি এদিন ৰাতি সুৰঙ্গ কৰি তেওঁ থকা ঘৰত সোমালো। তাত ৰজাক দেখা নাপাই আমি বৰ হতাশ হৈ—পৰিলোঁ। শেষত সেই ঘৰত থকা যাবতীয় ধন সোণ লুতি লৈ বাহিৰ ওলালোঁ। ধনবোৰ আনি এখন বনৰ মাজত পুতি থলোঁ। পিচদিনা পুৱা ৰজাঘৰত চুৰি হোৱাৰ কথা জনাজ্ঞাত হৈ পৰিল। চোৰ ধৰিবৰ কাৰণে লাটপতিয়ে অসংখ্য সৈন্য নিযুক্ত কৰিলে। সৈন্যবিলাকে চাৰিওফালে তন্ন তন্নকৈ বিচাৰ কৰি আমি থকা সেই বনখন সন্দেহ কৰি আগুৰি পেলালে। আমি ধৰা পৰিলো। লোহাৰ শিকলিৰে আমাক কটকটীয়াকৈ বান্ধি চিপাহীবিলাকে ৰজাৰ ওচৰলৈ টানি নিলে। প্ৰাণৰ ভয়ত চুৰ কৰা ধন বিলাক আমি বাধ্য হৈ উলিয়াই দিলো, কিন্তু মূল্যবান ৰত্ন এটা পোৱা নগল। সম্ভৱত সেই ৰত্নটো কৰবাত পৰি গৈছে। সেই ৰত্নটো পোৱাৰ আশাতে আমালোকক বধ নকৰি এতিয়ালৈ এই কাৰাগাৰত সুমাই ৰাখিছে।”

মই যি ঠাইত ৰত্নটো পাইছিলোঁ তেওঁলোকৰ পৰা সেইটো জানিব পাৰি বামুণক দিয়া ৰত্নটোৱেই যে সেই ৰত্ন হব এইটো মনত থিৰ কৰিলোঁ। পাচত বামুণক ৰত্নদান কৰাৰ কাৰণে হোৱা অৱস্থা, আপোনাৰ অনুসন্ধানৰ বাবে নানা দেশ পৰ্য্যটন আদি নানা আলাপ আলোচনাৰে তেওঁবিলাকৰ সৈতে এটা মিলা প্ৰীতিৰ ভাৱ গঢ়ি তুলিলোঁ।

দিনটো সেইভাৱেই গ'ল। ৰাতি আহিল। গাঢ় অন্ধকাৰে পৃথিবী তমোময় কৰি তুলিলে। ৰাতি যেতিয়া দুভাগমান হ'ল, তেতিয়া আমি সকলো ফাটেকিয়ালে মিলি পৰস্পৰে পৰস্পৰৰ বান্ধবিলাক সোলোকাই বহু কৌশল আৰু কষ্ট কৰি দুৰ্ভেদ্য কাৰাগাৰৰ পৰা বাহিৰ হৈ আহিলো। তেতিয়া প্ৰহৰীবিলাক টোপনিত অভিভূত হৈ লালকাল দি শুই পৰি আছিল। আমি কৌশল কৰি সিহঁতৰ হাতৰ পৰা গম নোপোৱাকৈ অস্ত্ৰবিলাক আয়ত্ত কৰিলোঁ। সকলো বন্ধুৱে মোক অনুসৰণ কৰিলে। নগৰৰক্ষী প্ৰহৰী বিলাকে গম পাই আমাক বন্দী কৰিবৰ কাৰণে পাচে পাচে খেদা দিলে। আমি অতি সতৰ্ক হৈ আছিলোঁ। সিহঁতক অনায়াসে ঘটুৱাই মন্ত্ৰী মানপালৰ শিবিৰত সোমালোঁ। সেনাপতি মানপালে তেওঁৰ চৰবিলাকৰ পৰা বংশ মান মৰ্য্যদা আৰু শৌৰ্য্য বীৰ্য্যৰ কথা শুনি মোক বৰ সমাদৰ কৰিলে। পাছ দিনা মত্তকালে কেই-জনমান দূত মানপালৰ ওচৰলৈ পঠাই দিলে। সিহঁতে আহি কৰ্কশ-ভাষাৰে মানপালক কলে, "মন্ত্ৰি! কিছুমান চোৰে আমাৰ ৰজা ঘৰত চুৰ কৰি বহু ধনৰত্নলৈ পলাই আহি তোমাৰ শিৱিৰত আশ্ৰয় কৰি থকা বুলি গম পোৱা গৈছে। তুমি সেই চোৰবিলাকক এতিয়াই আমাৰ ৰজাৰ আদেশ অনুসাৰে শিৱিৰৰ পৰা বাহিৰ কৰি আমাক দি দিব লাগে নহলে তোমাৰ বিপদ অনিবাৰ্য্য।" সিহঁতৰ এই দৰ্পযুক্ত কটু কথা মন্ত্ৰীৰ হৃদয়ত শেলৰ আঘাত যেন লাগিল। তেওঁ তেতিয়া বৰ ক্ৰুদ্ধ হৈ সিহঁতক কলে,—হেৰ অসভ্যহঁত। কোন সেই লাটপতি! আমাৰ প্ৰতি আদেশ কৰিবৰ তাৰ কি অধিকাৰ আছে, সি জানো আমাৰ প্ৰভু? তহঁতৰ যদি জীৱনৰ ওপৰত মৰম আছে, তেতিয়া হলে এই মুহূৰ্ত্ততে ইয়াৰ পৰা গুলাই যা, নহলে ৰক্ষা নপৰিবি।

সিহঁত মত্তকালৰ ওচৰলৈ উভতি গ'ল। চৰৰ মুখত সেনাপতি মান পালৰ সগৰ্ব বচন শুনি ক্ৰোধত উন্মত্ত হৈ পৰিল। বাহু বলত দৰ্পিত হৈ মত্তকালে অল্পসংখ্যক সেনা লগতলৈ খণ্ডত জ্বলি পকি মানপালৰ শিবিৰ আক্ৰমণ কৰিলে। বীৰ মানপাল মত্তকালৰ প্ৰতিশোধ লবৰ



কাৰণে আগৰ পৰাই সুসজ্জিত হৈ আছিল। তেওঁ নিসঙ্কোচে যুদ্ধ কৰিবলৈ আগবাঢ়ি গ'ল। মন্ত্ৰী মানপালে সসন্মানে মোক বহু হাতীঘোৰাৰ সৈতে কিছুমান বিশিষ্ট সেনা দিলে, আৰু উপযুক্ত অস্ত্ৰ শস্ত্ৰ পৰিপূৰ্ণ দুটা তূণ, দৃঢ় কৱচ আৰু বেগবান ঘোৰাযুক্ত ৰথ আদি যুদ্ধৰ যাবতীয় সামগ্ৰীও দিলে। মই সেইবিলাক লৈ সুসজ্জিত হৈ ৰণ দিয়াৰ কাৰণে নিৰ্ভয় মনে আগবাঢ়ি গ'লো? মন্ত্ৰীয়ে মোৰ ওপৰত বিশ্বাস স্থাপন কৰি প্ৰাণ পণে যুদ্ধ কৰিবলৈ ধৰিলে। দুই পক্ষৰ সেনাৰ মাজত তুমুল ৰণ আৰম্ভ হ'ল।

মই প্ৰৱল পৰাক্ৰমেৰে দুয়োপক্ষক অতিক্ৰম কৰি বাহুবলেৰে বিপক্ষৰ সৈন্য সামন্তক ক্ষত বিক্ষত কৰি পেলালো। পাচত সুৰুঙা পাই অতিশয় বেগবান এটা ঘোৰাত উঠি তীব্ৰ বেগে গৈ অতৰ্কিতে মত্তকালৰ মূৰটো তৰোৱালেৰে কাটি পেলালো। মত্তকাল পৰা দেখা পাই অন্যান্য সেনা সকল ভয়ত সন্ত্ৰস্ত হৈ চাৰিওফালে পলাবলৈ ধৰিলে। মন্ত্ৰীয়ে মোৰ পৰাক্ৰম, সাহস আৰু ৰণৰ কৌশল দেখা পাই অত্যন্ত সন্তুষ্ট হ'ল। হাতী ঘোৰা ধনৰত্ন আদি উপহাৰ দি তেওঁ মোৰ যথেষ্ট সৎকাৰ কৰিলে।

বিজয়ৰ মঙ্গল বাতৰি দি ৰজা বীৰকেতুৰ ওচৰলৈ দূত পঠোৱা হ'ল। দূতৰ পৰা ৰজাই মোৰ বীৰত্বৰ কথা শুনি বিস্মিত আৰু আপ্যায়িত হ'ল। মোৰ অভ্যৰ্থনাৰ কাৰণে ৰজাই বিশেষ আয়োজন কৰিলে। বন্ধুবান্ধৱ, মানপাল আদি মন্ত্ৰিমণ্ডলী আৰু নগৰৰ প্ৰধান প্ৰধান নাগৰিক বৰ্গক নিমন্ত্ৰণ কৰি মন্ত্ৰী মানপালৰ পৰামৰ্শ অনুসাৰে কন্যা বামলোচনাক মোলৈ বিয়া দিলে, আৰু লগতে যুৱৰাজ পদত অভিষিক্ত কৰিলে।

ৰজাৰ নিৰ্দ্দেশ অনুসাৰে মই সদায় উদ্যম আৰু উৎসাহৰ সৈতে প্ৰতিদিনে অনলসভাৱে ৰাজকাৰ্য্য চলাই যাবলৈ ধৰিলো। যদিওবা মই অনুৰূপা ভাৰ্য্যা বামলোচনাক পাই নানাবিধ বৈষয়িক সুখ সম্ভোগত আত্মবিস্মৃত যেন হৈ পৰিছিলো, তথাপি আপোনাৰ চিন্তাই মোক মাজে

সময়ে অতিষ্ঠ কৰি তুলিছিল। সেই সময়ত ৰাজভোগেও মনত শান্তি আনি দিব পৰা নাছিল।

কিছুদিন যোৱাত হঠাৎ এদিন এজন সিদ্ধপুৰুষৰ সৈতে মোৰ সাক্ষাৎ হ'ল। আপোনাৰ বিষয়ে সোধাত সেই মহাপুৰুষে কলে, "তুমি যিদিনা মহাকাল নামে ঠাইত প্ৰতিষ্ঠিত মহাদেৱক অৰ্চ্চনা কৰিবলৈ যাবা, সেই দিনাই তোমাৰ বন্ধুৰ সৈতে সাক্ষাৎ হব।" আজি গৃহিণীক লগতলৈ সেই উদ্দেশ্যেই মহাদেৱৰ পূজা কৰিবৰ মানসে ইয়ালৈ অহিছিলো। সিদ্ধ মহাপুৰুষৰ আদেশ আৰু ভগবান ভবাণীপতিৰ অনুগ্ৰহত আজি হঠাতে আপোনাৰ সাক্ষাৎ লাভ হ'ল।

সোমদত্তৰ বৃত্তান্ত শুনি ৰাজবাহনে বহু প্ৰশংসা কৰিলে। কিন্তু বিনা কাৰণে কাৰাবাস খাতিব লগীয়া হোৱা কাৰণে তেওঁ মনত দুখ কৰি কলে "আপোনাৰ কাৰাবাসটো বোধ কৰো কিবা প্ৰাক্তন দুষ্কৃতিৰ ফল।" ইয়াকে কৈ তেওঁ নিজৰ বৃত্তান্ত বৰ্ণাব ধৰিছে মাথোন, এনেতে কৰবাৰ পৰা কুমাৰ পুষ্পোদ্‌ভৱ আহি তাত উপস্থিত হ'ল। তেওঁ আহি সসম্ভ্ৰমে যোৰহাত কৰি ৰাজবাহনৰ সমুখত থিয় দিলে! ৰাজবাহনে আকস্মিক-ভাৱে তেওঁক উপস্থিত হোৱা দেখা পাই আনন্দত উত্ৰাৱলহৈ গলত সাবতি ধৰি সোমদত্তক কলে, "ভাই সোমদত্ত! চোৱা! এইয়াই আমাৰ সেই প্ৰিয় বন্ধু পুষ্পোদ্‌ভৱ" এই বুলি তেওঁক দেখুৱাই দি দুয়োজন আনন্দত আত্মহাৰা হৈ পৰিল।

সকলো বিলাক লগ হৈ এজোপা গছৰ ছাঁত বহিল। তেতিয়া কুমাৰ ৰাজবাহনে মিচিকিয়া হাঁহিমাৰি কলে, "বন্ধু! মই সেই বামুণৰ ওচৰত প্ৰতিজ্ঞাবদ্ধ হৈ তেওঁৰ কাৰ্য্যৰ সাহায্য কৰাৰ কাৰণে আপোনালোকক একো খবৰ নিদি অকলে গোপনে গ'লো। গম পালে জানোচা আপোনালোকে বাধা দিয়ে—এই ভাবি আপোনালোক সকলোবিলাক যেতিয়া টোপনিত অভিভূত হৈ পৰিল, তেতিয়া মই আপোনালোকক এৰি থৈ অকলে গৈছিলো। বামুণৰ কাৰ্য্যসিদ্ধি হোৱাৰ পাচত তাৰ পৰা আগৰ ঠাইলৈ ঘূৰি আহি



আপোনালোকক তাত দেখা নাপাই আপোনালোকৰ অনুসন্ধানৰ কাৰণে যাত্ৰা কৰিলো? কি ঠিক কৰি আপোনালোক কোন কলৈ গ'ল তাৰ একো গম ধৰিব নোৱাৰিলো।" তেতিয়া পুষ্পোদ্‌ভৱে সবিনয়ে কলে—

সোমদত্ত চৰিত সমাপ্ত।

# পুষ্পোদ্ ভৱ চৰিত

## [ ২য় কুমাৰ ]

পুষ্পোদ্ভৱে কলে, "মহাৰাজ! আপুনি বামুণৰ সাহায্যৰ কাৰণে যোৱাৰ কথা জানিলেও আপুনি যে ক'লৈ গ'ল বন্ধুবিলাকে তাৰ একো শুংসূত্ৰকে ধৰিব নোৱাৰিলে। হঠাৎ তেনেকৈ বিচ্ছিন্ন হৈ পৰাৰ কাৰণে বন্ধুবিলাক বৰ বিমৰ্ষ হৈ পৰিল। তেওঁলোকে কি কৰিব নকৰিব একোকে ঠিক কৰিব নোৱাৰা হল। শেষত সকলোৱে যুক্তি কৰি আপোনাৰ অনুসন্ধানৰ কাৰণে দিহাদিহি গ'ল। ময়ো আপোনাৰ অনুসন্ধান কৰাৰ বাবে পৃথিবী পৰ্য্যটন কৰাৰ সঙ্কল্প কৰিলো। বহুদেশ দেশান্তৰত ঘূৰি ফুৰিলো। এদিন বেলা দুপৰমান হৈছে। বেলিৰ প্ৰখৰ তাপত সকলো পৃথিবী উত্তপ্ত হৈ পৰিছে। মই বৰ পৰিশ্ৰান্ত হৈ ঘূৰি ঘূৰি এখন পাহাৰৰ ওচৰ পালো গৈ। পাহাৰৰ নামনিৰ এজোপা গছৰ চাঁত অলপ পৰ জিৰাম বুলি বহিলোঁ। দেখিলো মোৰ মুখৰ আগত কাছৰ আকুতিৰ দৰে এটা মানুহৰ চাঁ। এইটোনো কিহৰ চাঁ পৰিল? এই বুলি অলপ বিস্ময়ান্বিত হৈ উপৰলৈ মুখ তুলিলোঁ। দেখিলো এজন মানুহ থৎমৎ খাই ওপৰৰ পৰা পৰিব ধৰিছে, যেন তেওঁক ওপৰৰ পৰা কোনোৱাই গতামাৰি বগৰাইহে দিছে। মই তৎক্ষণাৎ থিয় হলো, আৰু মাটিত পৰিব নিদি অতি সন্তৰ্পণে দুই হাতদি ওপৰতে ধৰি লাহে লাহে মাটিত নমাই থলোঁ। মানুহ জন সংজ্ঞাহীন হৈ গৈছে। ওচৰতে পাহাৰৰ নিজৰাৰ পৰা চেঁচা পানী আমি মূৰত দিলো। ক্ৰমে সংজ্ঞা ফিৰি আহিল। অলপ সুস্থ হোৱাত তেওঁ বৰ শোক কৰি কান্দিব ধৰিলে।"

"আপুনি কোন! এনেকৈ ওপৰৰ পৰা পৰাৰে বা আপোনাৰ কাৰণ কি?" মই সুধিলো। নদীৰ ধাৰৰ দৰে অনবৰত তেওঁৰ চকু দুটাৰে লোৰ ধাৰ পৰি আহিল। মোক পোৱাৰ কাৰণে তেওঁ



অলপ আশ্বস্ত হ'ল নেকি নাজানো, তেওঁ চকুলো মুচি কলে, "মহাশয়! মোৰনাম ৰত্নোদ্ভৱ। পিতাৰ নাম পদ্মোদ্ভৱ। তেওঁ মগধৰ ৰজাৰ মন্ত্ৰী আছিল। বাণিজ্য কৰিবৰ কাৰণে মই কালযৱন দ্বীপলৈ গৈছিলো। তাতে কিছুদিন বেহা বেপাৰ কৰি থাকোতে এজন বেপাৰীৰ কন্যাক মই বিয়া কৰালোঁ। ঘৰলৈ উভতি আহিবলৈ মোৰ মন বৰ চঞ্চলহে পৰিল। গৃহিণীক লগতলৈ নাৱেৰে সমুদ্ৰ পথেদি যাত্ৰা কৰিলো। দৈব দুৰ্যোগত সমুদ্ৰত প্ৰৱল বতাহ উঠিল। পাৰ পাবলৈ কিছুদূৰ থাকোতে নাওখন বতাহৰ পাকত পৰি সাগৰৰ পানীত বুৰ গ'ল। আয়ু শেষ নোহোৱাৰ কাৰণেই হবলা ভাহি ভাহি আহি কোনোমতে পাৰত উঠিলো। বিপদত সকলোৰে প্ৰাণ বচাবৰ এটা প্ৰৱল চেষ্টা হয়। তেতিয়া আৰু আনৰ প্ৰতি মনত নপৰে। মোৰ সেই অৱস্থা হ'ল। ঘৈণীলৈ মোৰ তেতিয়া মনত নপৰিল। তেওঁৰ যে কি দশা হ'ল কব নোৱাৰিলোঁ। তেওঁৰ বিৰহ-বেদনাত মোৰ প্ৰাণ আকুল হৈ পৰিল। এনে দুশ্চিন্তাৰ মহা আৱৰ্ত্তত পৰি অতি কষ্টে কিছুদিন কটালো। এদিনাখন এজন সিদ্ধ মহাপুৰুষৰ লগত সাক্ষাৎ হ'ল। মোৰ সকলো অৱস্থাৰ কথা তেওঁৰ ওচৰত নিবেদন কৰাত কিছুসময় তেওঁ ধ্যানস্থ হৈ মোক কলে; ষোল্ল বছৰ পূৰ্ণ হলে তোমাৰ পত্নী আৰু পুত্ৰৰ সৈতে মিলন হব। কেতিয়ানো সেই শুভদিন আহে? তাৰে প্ৰতীক্ষা কৰি আশাত আবদ্ধ হৈ ইমানদিন অতি কষ্টে জীৱন ধাৰণ কৰি আছোঁ। আজি সেই সিদ্ধই কোৱামতে যোল্ল বছৰৰ শেষ দিন। আজিলৈকেও যেতিয়া প্ৰিয়াৰ সৈতে সাক্ষাৎ নহল, তেতিয়া এই নিষ্ফল জীৱন ধৰি থকাৰ আৱশ্যক কি? এই বুলি আত্মহত্যা কৰি প্ৰাণত্যাগ কৰাৰ অভিপ্ৰায়ে পৰ্ব্বতৰ ওপৰৰ পৰা পৰিছিলো।"

এনে সময়তে কোনোবা তিৰোতামানুহৰ করুণ ক্ৰন্দনৰ ধ্বনি এটা আহি মোৰ কাণত পৰিল। 'ষোল্ল বছৰৰ মূৰত পতিপুত্ৰৰ মিলন হব বুলি কোৱা সিদ্ধ মহাপুৰুষৰ আদেশত বিশ্বাস নকৰি বিৰহ বেদনাত

কাতৰহৈ এনেভাবে আত্মহত্যা কৰা জানো উচিত ?' এই বুলি কোৰা সেই নিষেধ কাতৰ উক্তিয়ে মোৰ মনত এটা চমক লগাই দিলে। কিন্তু তেতিয়া মোৰ মনৰ মাজত এই ভাৱৰ উদয় হ'ল যে এই পুৰুষ জন মোৰ নিশ্চয় পিতা হব। মই তিতিয়া পিতা বুলি জানিব পাৰি কলো পিতা ? আপুনি অলপ ইয়াতে বহক। আপোনাৰ ওচৰত মোৰ কবলগীয়া বহু কথা আছে। পাচত কম। সম্প্ৰতি কোন তিৰোতাই কিয় কান্দিছে, তাৰ অলপ অনুসন্ধান কৰোঁগৈ এই বুলি পিতাক তাত এৰি থৈ সেই কান্দোনৰ অনুসৰণ কৰি তালৈ গলোঁ, দেখিলো এজনী তিৰোতাই শোকত কাতৰ হৈ একুৰা জুই জ্বলাই তাতে জাপ দিবৰ কাৰণে উপক্ৰম কৰিছে। আন এজনী বয়সীয়া তিৰোতাই বাৰে বাৰে বাধা দিছে। এনে সময়তে মই তাত উপস্থিত হৈ সেই তিৰোতা গৰাকীক অনুনয় বিনয় কৰি জুইৰ ওচৰৰ পৰা নিলগলৈ আনিলো। পাচত দুয়োকো পিতা থকা ঠাইলৈ নিলো। তেওঁ-লোকক অলপ প্ৰবোধ দি বুঢ়ী তিৰোতা গৰাকীক সুধিলো, "আই ! আপোনালোক ক'ত থাকে ? কি কাৰণেই বা এই অটব্য হাবৰ মাজত কষ্ট ভোগ কৰিছে। এখেতেই বা কি কাৰণে আত্মহত্যা কৰিবলৈ উদ্যত হৈছিল ?"

বুঢ়ীয়ে ক'লে—

"বোপা ! আমাৰ দুৰ্ভাগ্যৰ কথা কি কম ? কালযৱণ নামে দ্বীপত কালগুপ্ত নামে এজন বৈশ্য আছে। এওঁ সেই বৈশ্যৰ কন্যা। নাম সুবৃত্তা। এওঁৰ স্বামীৰ নাম ৰত্নোদ্ভব। ৰত্নোদ্ভবে কালযৱন দ্বীপৰপৰা নিজ দেশলৈ আহোতে এওঁকো লগতলৈ আহে। সমুদ্ৰ-পথেৰে আহোতে হঠাত নাওঁখন বুৰ গ'ল। মই এওঁৰ ধাত্ৰী। দৈবক্ৰমে এডোখৰ কাঠত ধৰি ভাঁহি ভাঁহি আহি কোনোমতে পাচত উঠিলো। সেই সময়ত এওঁ পূৰ্ণ গৰ্ভৱতী আছিল। সমুদ্ৰৰ পাৰৰ বনৰ মাজত এটি লৰা প্ৰসৱ হ'ল। দুৰ্ভাগ্যৰ কাৰণে সেই ল'ৰাটো বনৰীয়া হাতীয়ে লৈ যায়। অভাগিনী মই পতি পুত্ৰে বিৰহিতা এওঁৰ



সৈতে নানান দুখদৈন্যৰ মাজেদি নানা ঠাই ফুৰি ফুৰি থাকোতে এদিন এজন সিদ্ধপুৰুষক লগ পালো। তেওঁৰ ওচৰত আমাৰ দুখদৈন্যৰ কথা নিবেদন কৰাত তেওঁ কলে যে যোল্ল বছৰৰ মূৰত এওঁৰ পতিপুত্ৰৰ সৈতে মিলন হব। তাৰে প্ৰতীক্ষা কৰি এখন আশ্ৰমত ইমান দিন কটালো। পতিপুত্ৰৰ বিৰহবেদনা সহ্য কৰিব নোৱাৰি আকুল হৈ আজি জ্বলন্ত জুইত জাপ দিবৰ কাৰণে এওঁ উপক্ৰম কৰিছিল।"

নিজ মাতৃ বুলি জানিব পাৰি মই তেওঁৰ ভৰিত দীঘল দি পৰি প্ৰণাম কৰিলো। হেৰোৱা সন্তান ঘূৰাই পাই আয়ো মৰমতে পমি গ'ল। বুকুৰ মাজত সাবটি ধৰি আনন্দত ওলোৱা চকুৰ লোৰে বুকু তিয়াই পেলালে। মই আইক মোৰ সকলো বৃত্তান্ত কৈ পিতাৰ ওচৰলৈ লৈ গ'লো। পিতা আৰু আই পৰস্পৰক পৰস্পৰে চিনি পাই বৰ আনন্দিত হ'ল। তেওঁলোক দুয়ো বুকৰ মাজত সাবটি ধৰি গায়ে মুখে চুমা খালে। পাচত আমি সকলো এজোপা গছৰ ছাঁত বহিলো। তেতিয়া পিতাই মোক সুধিলে, 'বোপা ! মহাৰাজ ৰাজ-হংস কেনে আছে ?'

মহাৰাজ ৰাজহংসৰ ৰাজ্যনাশ, আপোনাৰ জন্ম, কুমাৰবিলাকৰ মিলন বৃত্তান্ত, আপোনাৰ দিগ্‌বিজয়ৰ আৰম্ভ, মাতঙ্গ ব্ৰাহ্মণৰ সৈতে আপোনাৰ গমন আৰু আপোনাৰ অনুসন্ধানৰ বাবে কুমাৰ বিলাকৰ নানা ঠাইলৈ যাত্ৰা কৰা আদি সকলো বৃত্তান্ত কলো। পাচত তেওঁ বিলাকক এজন ঋষিৰ আশ্ৰমত থৈ দি আপোনাৰ অনুসন্ধান কৰাৰ কাৰণে যাত্ৰা কৰিলো।

মনত এটা ভাৱ খেলালে যে ধন নহলে কোনো কাৰ্য্য সিদ্ধ নহয়। কিন্তু ধন উপাৰ্জ্জন কৰাৰ কোনো সহজ উপায় নাই ? এদিন এজন সিদ্ধ পুৰুষৰ লগত দেখা হ'ল। তেওঁৰ সৈতে মিলি কেতবোৰ শিষ্য সংগ্ৰহ কৰিলো। শুনিলো বিন্ধ্যাৰণ্যৰ মাজত কিছুমান পুৰণি নগৰ আছে। সন্ন্যাসীৰ আশ্ৰয়ত তালৈ গলো। চকুত সিদ্ধ অঞ্জন দি ধন থকা নথকাৰ বহু পৰীক্ষা কৰি বুজিব পাৰিলো, যে কিছুমান

ধন তাত পোতা আছে। মই লগৰীয়া বিলাকৰ সহায়ত কলহত ভৰাই পুতি থোৱা সেই ধনবোৰ মাটিৰ তলৰ পৰা উলিয়ালোঁ। সোনৰ মোহৰেৰে পৰিপূৰ্ণ অসংখ্য কলহ পোৱা গ'ল। কিন্তু পাছে কি হব? কেনেকৈ নিওঁ? আৰু নিয়ে বা ক'ত ৰাখোঁ? অলপ দূৰত এখন বৈশ্যৰ গাওঁ আছিল। এজন লোক পঠাই দি তাৰ পৰা কেইটামান বলধ আৰু কিছুমান বস্তা কিনি অনালোঁ। সেই ধনৰ কলহবিলাক বস্তাত ভৰাই বলধৰ পিঠিত তুলি দি অন্য বস্তু নিয়াৰ ছলেৰে সেই বৈশ্যৰ গাৱঁলৈ লৈ গলোঁ। তাতে চন্দ্ৰপাল নামে এজন বণিক্ আছে। সেই বণিকজনেই তাত সকলোতকৈ ডাঙৰ ধনী সদাগৰ আৰু সম্ভ্ৰান্ত লোক। মই তেওঁৰ সৈতে বন্ধুত্ব স্থাপন কৰি তেওঁৰ সাহায্যত উজ্জয়িনীলৈ গ'লো।

পিতা আৰু আইকো তালৈ আনিলোঁ।

চন্দ্ৰপালৰ পিতাকৰ নাম বন্ধু পাল। তেওঁ বৰ গুণী আৰু সদাশয় লোক। তেওঁ দয়া কৰি মোক মালবৰ ৰজাৰ সৈতে পৰিচয় কৰি দিলে। মালব ৰজাৰ অনুমতি লৈ মই তাতে বাস কৰি থাকিলো; কিন্তু মনটো হ'লে আপোনাৰ কাৰণে উৎকণ্ঠিত হৈ থাকিল। এদিন আপোনাৰ অনুসন্ধান কৰাৰ কাৰণে যাত্ৰা কৰিলো। এনেতে মিত্ৰ বন্ধু পালে মোক কলে; "বন্ধু! আপোনাৰ জানো এই সসাগৰা পৃথিবী ভ্ৰমণ কৰিবৰ শক্তি আছে? আপুনি অনৰ্থক কষ্ট নকৰি মনে মনে থক ছোন? আপোনাৰ বন্ধুৰ যেতিয়া দৰ্শন পাবৰ হব, মই আপোনাক শুভচিন চাই কৈ দিম।"

মই তেওঁৰ কথাত বিশ্বাস স্থাপন কৰি কেতিয়ানো সেই সময় আহে, তাৰে অপেক্ষা কৰি বহি থাকিলো। এদিন এই উদ্দেশ্যে মই তেওঁৰ ওচৰলৈ গ'লো। যাওঁতে এগৰাকী সুন্দৰী তৰুণী ৰমণী মোৰ চকুত পৰিল। পাট গাভৰু সেই ৰমণী গৰাকী বণিক গাৱঁৰ মূৰ্ত্তিমতী চন্দনশীলা লক্ষ্মী যেন বোধ হ'ল। তেওঁৰ শৰীৰত উপচি পৰা তাৰুণ্যৰ স্বভাৱ চঞ্চল লাবণ্য প্ৰবাহে মোৰ চকুত চমক



লগাই দিলে। নাম তেওঁৰ বালচন্দ্ৰিকা। সেই হৰিণনয়না বালচন্দ্ৰিকাই কামবাণৰ দৰে কুটিল কটাক্ষ নিক্ষেপ কৰি মোৰ ফালে বাৰে বাৰে চাব ধৰিলে। বতাহত কম্পিত লতাৰ দৰে তেওঁৰ শৰীৰটো কপিব ধৰা মোৰ চকুত পৰিল। তেওঁৰ মনৰ মাজত লাজ আৰু অনুৰাগত এটা সংঘৰ্ষ উপস্থিত হ'ল। ইঙ্গিতেৰে তেওঁ মোক যেন অন্তৰৰ ভাৱ বুজাই দিলে। লোমহৰ্ষণ আদি বাহ্যিক সাত্তিকভাৱ আৰু শাৰীৰিক ক্ৰিয়া কলাপেৰে মোৰ প্ৰতি যে তেওঁ অনুৰক্তা হৈ পৰিছে, এই কথা মোৰ আৰু বুজিবৰ বাকী নৰল। মই মিলনৰ উপায় চিন্তা কৰিব ধৰিলো।

কেইদিন মানৰ পাচত মিত্ৰ বন্ধু পাল এদিন আপোনাৰ সৈতে কোন দিনা মিলন হব এই খবৰটো শুভচিন চাই কৈ দিওঁবুলি কৈ মোৰ সৈতে এখন উদ্যানলৈ গ'ল। তেওঁ এজোপা গছৰ তলত বহি পখীৰ কণ্ঠধ্বনিৰ পিনে কাণ দি বহি ৰ'ল। মই কন্যাৰ প্ৰতি অনুৰাগত উৎকণ্ঠিত মনটোক অলপ শান্তি দিবৰ অভিপ্ৰায়েৰে বাগিছাখনৰ ইফালে সিফালে ফুৰি ফুৰি গৈ এটা পুখুৰীৰ পাৰত ওলালো। দেখিলো মোৰ সেই মানস প্ৰিয়া বালচন্দ্ৰিকা সেই পুখুৰীৰ পাৰত বিষণ্ণ মনে বহি আছে। মোক দেখা পাই তেওঁৰ মুখৰ ওপৰত প্ৰেম, লজ্জা আৰু উৎকণ্ঠাৰ মিশ্ৰিত ভাৱ এটা ফুটি উঠিল। প্ৰথমে যে তেওঁক বিষণ্ণ দেখিলো, মোৰ মনত ধাৰণা হ'ল যে প্ৰবল কামবেদনাত তেওঁৰ তেনে এটা অৱস্থা হৈছে। মই লাহে লাহে গৈ ওচৰত ঠিয় হলো, আৰু সুধিলো, "সুন্দৰি! তোমাৰ মুখৰ ওপৰত যে এই বিষণ্ণতাৰ ছাঁ দেখা গৈছে ইয়াৰ কাৰণ জানিব পাৰোনে?"

"সাধু! এই ৰাজ্যৰ ৰজা মানসাৰ। তেওঁৰে ল'ৰা দৰ্পসাৰ। ৰজা মানসাৰ বুঢ়া হোৱাৰ কাৰণে কুমাৰ দৰ্পসাৰক যৌবৰাজ্যত অভিষিক্ত কৰিলে। কুমাৰ দৰ্পসাৰে সসাগৰা পৃথিবী নিজৰ আয়ত্তলৈ অনাৰ অভিপ্ৰায় অন্তৰত পোষণ কৰি পিতাকৰ ভাগিনীয়েক উগ্ৰস্বভাৱ চণ্ডবৰ্ম্মা আৰু দাৰুবৰ্ম্মাৰ ওপৰত ৰাজ্য

পৰিচালনাৰ ভাৰ অৰ্পণ কৰি তপস্যা কৰাৰ উদ্দেশ্যে কৈলাস পৰ্ব্বতলৈ গৈছে। সম্প্ৰতি চণ্ডবৰ্ম্মাই নিষ্কণ্টক ভাবে সমগ্ৰ ৰাজ্য পৰিচালনা কৰিব ধৰিছে। দাৰুবৰ্ম্মাই ককায়েকৰৰ আৰু মোমায়েকৰ শাসন উলঙ্ঘা কৰি পৰৰ স্ত্ৰী আৰু পৰৰ ধন অপহৰণ আদি দুষ্কৰ্ম্মত আসক্ত হৈ পৰিছে। এদিন দাৰুবৰ্ম্মাই মোক অকলে দেখা পাই মোৰ ৰূপত মুগ্ধ হ'ল, আৰু মোক বলাৎকাৰ কৰিবৰ চেষ্টা কৰিলে। মই আগতে আপোনাত আত্মসমৰ্পণ কৰিছো। তাৰ হাতৰ পৰা আত্মৰক্ষা কৰাৰ কোনো উপায় নেদেখি মোৰ মনটো একেবাৰে ভাগি পৰিছে। সেই দুখতে মই ইয়াত এনেকৈ বিফল মনে কিংকৰ্ত্তব্য বিমূঢ় হৈ বহি আছো।" এই বুলি বালচন্দ্ৰিকাই উত্তৰ দিলে।

মোৰ ওপৰত যে বালচন্দ্ৰিকা একান্ত অনুৰক্তা হৈ পৰিছে এই কথাটো মই ভালদৰে বুজি পালো আৰু এই মিলনৰ দাৰুবৰ্ম্মায়ে প্ৰধান অন্তৰায় ইয়াকো মোৰ বুজিবৰ বাকী নৰল। মই তেতিয়া বালচন্দ্ৰিকাক আশ্বাস দি কলো, "সুমুখি চিন্তা নকৰিবা। মই দাৰুকৰ্ম্মাক এটা সহজ উপায়েৰে হত্যা কৰি আমাৰ মিলনৰ কণ্টক গুচাই দিম।"

"এজন যক্ষই বালচন্দ্ৰিকাক আশ্ৰয় কৰি আছে। যদি কোনোবাই বালচন্দ্ৰিকাক পাবলৈ ইচ্ছা কৰে তেনেহলে তেওঁ এজনী মাত্ৰ সখীৰ সৈতে তেওঁক নিজ ৰতি মন্দিৰলৈ নিব লাগিব। যদি বালচন্দ্ৰিকাক আশ্ৰয় কৰা যক্ষক পৰাস্ত কৰি তেওঁ অক্ষত শৰীৰে ওলাই আহিব পাৰে তেতিয়া হলে বালচন্দ্ৰিকাৰ পাণি গ্ৰহণ কৰি সুখসম্ভোগত কাল নিয়াব পাৰিব। এই বুলি এজন সিদ্ধমহাপুৰুষে আদেশ দিছে।"

তুমি এই কথাটো তোমাৰ বিশ্বস্ত বন্ধুবান্ধবৰ দ্বাৰা জনসমাজত প্ৰচাৰ কৰিবা। কথাটো চাৰিওফালে প্ৰচাৰ হলে যদি দাৰুবৰ্ম্মাই যক্ষলৈ ভয় কৰি তোমাক পোৱাৰ আশা এৰি দি মনে মনে থাকে তেন্তে ভালেই হ'ল। যদি দুৰ্জ্জনতাৰ কাৰণে ভয় নকৰি তোমাক ধৰ্ষণ কৰিবৰ চেষ্টা কৰে তেতিয়া তোমাৰ সখীৰ দ্বাৰা এনেকৈ কোৱাবা "মহাত্মন! আপুনি মহাৰাজ দৰ্পসাৰৰ মন্ত্ৰী। আপোনাৰ দৰে সম্ভ্ৰান্তলোক এজনে পুৰবাসী প্ৰজাৰ ঘৰত এনে কাম কৰাটো জানো যুক্তিযুক্ত? যদি আপুনি একান্ত অনুৰক্ত হৈ পৰিছে, তেতিয়া এনে অবৈধ ভাবে গ্ৰহণ নকৰি পুৰবাসীসকলৰ আগতে আপোন ঘৰলৈ নি যদি যক্ষক পৰাস্ত কৰি ওলাই আহিব পাৰে, তেতিয়া হলে বিধিমতে পাণিগ্ৰহণ কৰি আপুনি পূৰ্ণকাম হব পাৰিব।" সেই পাষণ্ডই নিশ্চয় তাকে কৰিবলৈ গাত লব। তেতিয়া মই এজনী সখীৰ বেশ লৈ গোপন ভাৱে তোমাৰ সৈতে তালৈ গৈ ঘৰৰ এচুকত খাপ দি বহি থাকিম। সি যেতিয়া তোমাৰ ৰূপ আৰু প্ৰেমত আত্মবিস্মৃত হৈ তোমাক আলিঙ্গন কৰিবৰ উপক্ৰম কৰিব তেতিয়া মই তাক কিল ভুকুমাৰি ইহলোকৰ পৰা বিদায় দি আকৌ সখী বেশে তোমাৰ সৈতে বাহিৰ হৈ ওলাই আহিম। এই উপায়েৰে যেতিয়া আমাৰ মিলনৰ কণ্টক আতৰি যাব, তুমি তেতিয়া লাজ ভয় এৰি তোমাৰ আই পিতা আদি বন্ধুবৰ্গৰ ওচৰত আমি দুয়োকে দুয়োকো পাবলৈ অত্যন্ত ইচ্ছুক হৈ পৰিছো এই কথাটো প্ৰকাশ কৰিবা। আমাৰ অন্তৰৰ ভাৱ বুজি পালে বোধ কৰো আমাৰ বিবাহত তেওঁলোক অসম্মত নহব। দাৰুবৰ্ম্মাৰ নিধনৰ উপায় যিটো কলো সেইটো তেওঁলোকৰ আগত প্ৰকাশ কৰিলে তেওঁলোকে কি কয় মোৰ আগত আহি কবা।"

মোৰ কথাশুনি বালচন্দ্ৰিকাৰ মুখৰ ওপৰত আনন্দৰ ভাৱ প্ৰকাশ পালে। তেওঁ মিচিকিয়া হাঁহি মাৰি কলে "সেই নিষ্ঠুৰ দাৰুবৰ্ম্মাক আপুনিহে হত্যা কৰিব পাৰিব। সি মৰিলে আপোনাৰ মনোৰথ সিদ্ধ হব। আপুনি কোৱা সকলো কাম কৰিম।" এই বুলি কৈ বাৰে বাৰে অনুৰাগৰ সৈতে মোৰ ফালে চাই চাই ঘৰলৈ গ'ল। ময়ো মিত্ৰ বন্ধুপালৰ ওচৰলৈ উলটি আহিলো। তেওঁ কিবা চিন দেখি কলে যে 'বন্ধু? আজিৰ পৰা ত্ৰিশদিনৰ দিনা আপোনাৰ বন্ধুৰ লগত মিলন হব।' দুয়ো ঘৰলৈ আহিলো।

নিয়তিৰ কি অপূৰ্ব্ব খেলা? দাৰু বৰ্ম্মা মোৰ কপট জালিত মেৰ খাই পৰিল। সি কামত উন্মত্ত হৈ বালচন্দ্ৰিকাক এদিন নিজ মন্দিৰলৈ

মাতিলে। বালচন্দ্ৰিকাই এজনী সখীক পঠিয়াই দি মোক খবৰটো জনালে। মই তেতিয়া তিৰোতাৰ উপযুক্ত কেয়ূৰ, কঙ্কন, বাজু, হাৰ আদি অলঙ্কাৰ আৰু মসৃণ পাটৰ কাপোৰ পিন্ধি সখীবেশে বালচন্দ্ৰিকাৰ সৈতে দাৰুবৰ্ম্মাৰ মন্দিৰৰ দুৱাৰ মুখত উপস্থিত হলো। দুৱৰীয়ে আমি যোৱাৰ খবৰ দাৰুবৰ্ম্মাক জনালে। দাৰুবৰ্ম্মা আনন্দত উৎকণ্ঠিত হৈ ওলাই আহিল আৰু আমাক দুয়োকো যথোচিত সম্ভাষণ কৰিলে। পাচত দুৱাৰত থকা লোক সকলক আতৰাই দি আমালোক দুয়োকো অভ্যন্তৰলৈ লৈ গ'ল। বালচন্দ্ৰিকাক যক্ষই ধৰা কথাটোৰ প্ৰমাণ চোৱাৰ কাৰণে নগৰৰ বহুলোক আহি দাৰুবৰ্ম্মাৰ পদুলি মুখত উৎকণ্ঠিত হৈ প্ৰতীক্ষা কৰি থাকিল। কামাৰ্ত্ত লোকৰ কোনো হিতাহিত জ্ঞান নাইকিয়া হয়। দাৰুবৰ্ম্মায়ো কামৰ প্ৰবল তাৰণাত আত্মহাৰা হৈ বালচন্দ্ৰিকাক সোনৰ পালেং এখনত বহুৱালে। ঘৰটো ঘোপমৰা এন্ধাৰ। তাতে আকৌ ৰিহামেখেলা আদি তিৰোতাৰ পোষাক পৰিচ্ছদ লোৱাৰ কাৰণে সি মোক পুৰুষ বুলি একো প্ৰকাৰে জানিব নোৱাৰিলে। সি মোক সখীবুলি ভাবি হাস পৰিহাস কৰি নানাবিধ অলঙ্কাৰ কৰ্পূৰ আদি মিশ্ৰিত সুগন্ধি তামোল আৰু কস্তুৰী আদি মনোহৰ অনুলেপন দি সৎকাৰ কৰিলে। মই ঘৰৰ এচুকত খাপলৈ বহি থাকিলো। সি যেতিয়া কামোন্মত্ত হৈ বালচন্দ্ৰিকাক আলিঙ্গন কৰাৰ অভিপ্ৰায়ে ওচৰত বহিল তেতিয়া দেখাপাই মোৰ শৰীৰ খঙত জুইৰ দৰে জ্বলি উঠিল। মই গৈ তাক সিংহৰ দৰে আক্ৰমণ কৰি মাটিত বগৰাই পেলাই দি আঠুৰে বুকৰ ওপৰত হেচামাৰি ধৰি কিলভুক মাৰি তাক ইহলোকৰ পৰা বিদায় দিলো। তাৰ সৈতে সজ্ঘৰ্ষৰ ফলত মোৰ গাৰ অলঙ্কাৰ-বিলাক বিশৃঙ্খল হৈ পৰিছিল। সেইবোৰ আকৌ ভালকৰি ললো। মোৰ কাণ্ড দেখা পাই বালচন্দ্ৰিকাৰ মনত তেতিয়া ভয় লাগিছিল তেওঁ থৰথৰকৈ কপিব ধৰিলে। মই তেওঁক আশ্বাস দি ঘৰৰ পৰা বাহিৰ ওলাই আহি চিৎকাৰ পাৰি কবলৈ ধৰিলো—"বাপৰে! কি অদ্ভুত কথা? বালচন্দ্ৰিকাক ধৰা যক্ষই দাৰুবৰ্ম্মাক হত্যা কাৰ পেলালে।



আহক! আপোনালোকে চাওক হি।" মোৰ এই চিৎকাৰ শুনি সেই জনতা আহি তাত উপস্থিত হ'ল আৰু দাৰুবৰ্ম্মাক নিহত হৈ পৰি থকা দেখিবলৈ পালে। তেতিয়া তেওঁলোকে হাঁয় হাঁয় শব্দেৰে দশোদিক প্ৰতিধ্বনিত কৰি কব ধৰিলে যে বালচন্দ্ৰিকাত আবিষ্ট হোৱা যক্ষৰ শাক্ত কম নহয়। দাৰুবৰ্ম্মাই এই কথা জানিও কামান্ধ হৈ বালচন্দ্ৰিকাত কিয় আসক্ত হৈ পৰিল? তেওঁ নিজেই নিজৰ মৃত্যু টানি আনিছে। ইয়াত দুখ কৰিবৰ একো নাই। নগৰৰ সেই জনতাই তেনেদৰে হৈ চৈ কৰি থাকোতে আমি দুয়ো অতৰ্কিতে তাৰ পৰা ওলাই ঘৰলৈ গুচি গ'লোঁ।

কিছুদিন যোৱাত সিদ্ধপুৰুষৰ নিৰ্দ্দেশৰে আলম লৈ ইন্দুমুখী বালচন্দ্ৰিকাক বিধিমতে পাণিগ্ৰহণ কৰি সুখে আনন্দে কাল নিয়াব ধৰিলোঁ। মিত্ৰ বন্ধুপালে কোৱা মতে আজি আপোনাৰ সাক্ষাৎ পোৱাৰ দিন। সেই আশাৰে ঘৰৰপৰা ওলাই আহি শুভ দৈব যোগত আপোনাৰ দৰ্শন লাভ কৰিব পাৰিলোঁ।

পুষ্পোদ্‌ভৱৰ বৃত্তান্ত শুনি কুমাৰ ৰাজবাহন বৰ আহ্লাদিত হ'ল। তেওঁ নিজৰ আৰু সোমদত্তৰ বৃত্তান্ত পুষ্পোদ্‌ভৱৰ আগত প্ৰকাশ কৰি, 'আপুনি মহাকালৰ পূজা কৰি গৃহিণীক ঘৰত থৈ আহক গৈ' এই বুলি সোমদত্তক আদেশ দি পুষ্পোদ্‌ভৱৰ সৈতে অবন্তি পুৰলৈ গ'ল।

এওঁ আমাৰ ৰজাৰ কুমাৰ এই বুলি বন্ধুপাল আদি বন্ধুবৰ্গক কৈ তেওঁবিলাকৰ দ্বাৰা ৰাজবাহনৰ সমুচিত সম্মান কৰালে। এওঁ সকলো কলাত নিপুণ ব্ৰাহ্মণ কুমাৰ এই বুল নগৰত প্ৰচাৰ কৰি পুষ্পোদ্‌ভৱে ৰাজবাহনক নিজ ঘৰত সম্মানৰ সৈতে ৰাখিলে।

———

# ৰাজবাহন চৰিত

## ( অৱন্তিসুন্দৰী পৰিণয় )

এই সময়তে কামদেৱৰ সেনাপতিৰ দৰে মনৰ উন্মাদনাৰ কাৰণ মনোহৰ বসন্ত কাল উপস্থিত হ'ল। চন্দনৰ সুৰভি গন্ধলৈ যুবক যুবতীৰ মন উত্ৰাবল কৰি দক্ষিণ দেশৰ পৰা লাহে লাহে জুৰ বতাত বব ধৰিলে। অশোক, আম, পলাশ আদি গছবোৰ গুৰিৰে পৰা ৰমক্ জমক্ হৈ ফুলি ফুলৰ ভৰতে ওলমি পৰিল। বসন্তকালৰ ফুলৰ মধুপান কৰি ভ্ৰমৰ বিলাকে আনন্দত উত্ৰাৱল হৈ অব্যক্ত মধুৰ গুঞ্জন কৰিব ধৰিলে।

আমৰ মুকুলৰ ৰসপান কৰি আনন্দত মতলীয়া হৈ কুলি বিলাকে কুহুঁ কুহুঁ শব্দে ৰসিকজনৰ মন উতলা কৰি তুলিলে। মানিনী তৰুণী ৰমণী সকলৰ মনৰ মাজত উৎকণ্ঠা জাগি উঠিল। মদনৰ মহোৎসৱৰ কাৰণে ৰসিক সকলৰ মন উৎসুক হৈ পৰিল।

সকলোপ্ৰকাৰ উন্মাদনাৰ কাৰণ এনে মনোমুগ্ধকৰ বসন্তকালত ৰজা মানসাৰৰ কন্যা অৱন্তি সুন্দৰী এদিন প্ৰিয়সখী বাল চন্দ্ৰিকাৰ সৈতে পুৰবাসী সমনীয়া কন্যাবিলাকক লগতলৈ নগৰৰ উপকণ্ঠত থকা এখন উদ্যানলৈ ক্ৰীড়া কৰিবৰ অভিপ্ৰায়ে গ'ল। সেইউদ্যানৰ সৰু আম গছ এজোপাৰ তলৰ ছাঁত কামদেৱৰ পূজাৰ বেদী পাতিলে আৰু নানা তৰহৰ সুগন্ধি পুষ্প গন্ধ চন্দন, অগুৰু দূৰ্ব্বা অক্ষত আদি বিবিধ উপচাৰ দি ভক্তিভৰে কামদেৱৰ অৰ্চ্চনা কৰি মহোৎসৱ কৰিব ধৰিলে।

এই সময়তে দ্বিতীয় ৰতিৰ দৰে নিৰুপমা ৰাজকুমাৰী অৱন্তি সুন্দৰীৰ সৈতে দেখা সাক্ষাৎ হোৱাৰ অভিপ্ৰায়ে পুষ্পোদ্ভৱক লগত লৈ কুমাৰ ৰাজবাহন বসন্তৰ সৈতে কামদেৱৰ দৰে সেই উদ্যানত উপস্থিত হ'লগৈ। উদ্যানৰ আম আদি গছ বিলাকত পৰি খেলা কৰি থকা কুলি, শালিকা আদি পখী বিলাকৰ অব্যক্ত মধুৰ আলাপ আৰু পুখুৰীত ফুলি থকা পদুমৰ সুৰভিগন্ধত আমোদিত পানীৰ ওপৰত আনন্দত ইফালে সিফালে



খেলা কৰি ফুৰি থকা হাঁহ সাৰস আদি জলচৰ পখী বিলাকৰ মধুৰ ধ্বনি শুনি শুনি লাহে লাহে এখোজ দুখোজকৈ গৈ কন্যাবিলাকৰ ওচৰ পালে।

শঙ্কা কৰিবৰ একো কাৰণ নাই, ইয়ালৈ আহক এই বুলি বালচন্দ্ৰিকাই তেওঁলোকক দেখা পাই হাত বাউল দি মাতিলে। তেতিয়া ৰাজবাহন লয়লাসেৰে পুষ্পোদ্ভৱৰ সৈতে গৈ অৱন্তী সুন্দৰী আদি কন্যাসকলৰ ওচৰত উপস্থিত হ'ল। অৱন্তী সুন্দৰীক দেখা পাই ৰাজবাহনে মনত চিন্তা কৰিলে যে কামদেৱে জগতৰ সকলো সৌন্দৰ্য্য একত্ৰ সংগৃহীত কৰি নিজৰ অপূৰ্ব্ব কৌশলেৰে এই স্ত্ৰীমূৰ্ত্তি নিৰ্ম্মাণ কৰি নিজপ্ৰিয়া ৰতিক খেলিবৰ কাৰণে দিছে নেকি ?

মূৰ্ত্তিমতী লক্ষ্মীৰ নিচিনা সেই মালৱৰাজ কুমাৰী অৱন্তী সুন্দৰীয়েও ৰাজবাহনক দেখা পাই মনত ভাবিলে মোৰ আৰাধনাত সন্তুষ্ট হৈ বৰ দিবৰ কাৰণে কামদেৱ মোৰ আগত উপস্থিত হৈছে নেকি ? ৰাজবাহনক দেখাৰ লগে লগেই বতাহত কপা লতাৰ দৰে অৱন্তি সুন্দৰীৰ শৰীৰটো কঁপিব ধৰিলে। তেওঁ খেলা কৰিব নোৱাৰিলে। তেওঁৰ সকলো অঙ্গ যেন অৱশ হৈ পৰিল। শৰীৰৰ ওপৰত স্বেদ ৰোমাঞ্চ আদি নানাবিধ সাত্বিক ভাৱৰ উদয় হ'ল।

অৱন্তি সুন্দৰীক দেখা পাই কুমাৰ ৰাজবাহনে মনত ভাবিলে যে বিধাতাই এওঁক নিশ্চয় ঘুণাক্ষৰৰ দৰে সৃষ্টি কৰিছে। সেয়ে নহলে এনে সৃষ্টি কৰিবৰ যদি তেওঁৰ শক্তি থাকিল হেতেন তেন্তে এওঁৰ সমান ৰূপ লাৱণ্যযুক্তা অন্য ৰমণী আৰু কিয় সৃষ্টি নকৰিলে ? অৱন্তি সুন্দৰীৰ ৰূপত মুগ্ধ হৈ কুমাৰ ৰাজবাহনে বিস্ময় আৰু অনুৰাগৰ সৈতে তধা লাগি একেধিয়ানে চাই ৰ'ল। অৱন্তিসুন্দৰীয়েও লাজতে ৰাজবাহনৰ সমুখত থাকিব নোৱাৰি—সহচৰী বিলাকৰ আঁৰ ললে। ৰাজবাহনৰ অপূৰ্ব্ব সৌন্দৰ্য্যই অৱন্তিসুন্দৰীৰ মন অপহৰণ কৰি পেলালে। তেওঁ কামদেৱৰ ফুলধনুৰ লক্ষ্য হৈ পৰিল। তেওঁ ৰাজবাহনক দেখি মনত চিন্তা কৰিলে যে, অসাধাৰণ সৌন্দৰ্য্যশালী এই মহাপুৰুষজনে কোন পুৰবাসিনী ৰমণীৰ

আনন্দ বঢ়াইছে ? এই পুত্ৰৰত্নৰ দ্বাৰা কোনবা ভাগ্যবতীয়ে পুত্ৰৱতী ৰমণী বিলাকৰ শীৰ্ষস্থান অধিকাৰ কৰিছে ? এওঁৰ পত্নী কোন ? কিয়বা এওঁ ইয়ালৈ আহিলে ? এওঁক দেখাৰ আলম লৈ কামদেৱে আজি মোৰ মন মন্থন কৰি নিজৰ "মন্মথ" এই নাম সাৰ্থক কৰিছে। কি কৰোঁ ? কেনেকৈনো এওঁৰ আচল পৰিচয় পাওঁ ? মোৰ মন যে চঞ্চল হৈ পৰিছে ?

বালচন্দ্ৰিকাই আকাৰ ইঙ্গিতেৰে দুয়োৰো মনৰ ভাৱ ভালদৰে বুজি পালে। নাৰীৰ সমাজত ৰাজকুমাৰৰ যথাৰ্থ পৰিচয় দিয়াটো উচিত নহয় বুলি বিবেচনা কৰি তেওঁ সাধাৰণতে কলে 'ৰাজকুমাৰি! এওঁ এজন বামুণৰ ল'ৰা। এওঁ মণি, মন্ত্ৰ আৰু ঔষধি ভালদৰে জানে। এওঁ আহৱত ( যুদ্ধ আৰু দেৱতাৰ আহ্বান ) নিপুণ, দেৱতাকো সান্নিধ্য কৰাব পাৰে। গতিকে এওঁৰ আপুনি যথাযথ, সৎকাৰ কৰা কৰ্ত্তব্য।'

নিজৰ মনৰ ভাৱ বালচন্দ্ৰিকাই প্ৰকাশ কৰাত অৱন্তি সুন্দৰীৰ মন উল্লাসিত হ'ল। তেওঁ কুমাৰক উপযুক্ত আসনত বহুৱাই উত্তম পুষ্প, গন্ধ, চন্দন কৰ্পূৰ আদি সুৰভি দ্ৰব্য সম্ভাৰেৰে সখীয়েকহঁতৰ দ্বাৰা কুমাৰ ৰাজবাহনৰ যথোচিত অভ্যৰ্থনা কৰালে।

"এওঁ নিশ্চয় মোৰ পূৰ্ব্বজন্মৰ ভাৰ্য্যা যজ্ঞৱতী হব নহলে এওঁ লৈ মোৰ মনৰ মাজত এনে অনুৰাগ কেতিয়াও নুপজিল হেতেন। শাপান্ত কৰাৰ সময়ত আমাৰ উভয়ৰে প্ৰতি মুনিয়ে দিয়া জাতিস্মৰত্বও একে সমান। সেয়ে হলেও বিশেষ কথাবতৰাৰে এওঁৰ পূৰ্ব্বস্মৃতি জগাই তোলা উচিত হব" এই বুলি ৰাজবাহনে মনে মনে চিন্তা কৰিলে। এনে সময়তে কৰবাৰ পৰা এজাক ৰাজহাঁহ উৰি আহি সেই কেলিবনত পৰিল। তেতিয়া অৱন্তি সুন্দৰীয়ে হাঁহ এটা ধৰিবলৈ বালচন্দ্ৰিকাক অনুৰোধ কৰিলে। বালচন্দ্ৰিকা হাঁহ ধৰিবলৈ আগবাঢ়িলে। ইয়াকে দেখি 'এইটোৱেই কোৱাৰ উপযুক্ত সময়' এই বুলি ৰাজবাহনে বাল চন্দ্ৰিকাক কলে, 'সখি! আগৰ দিনত শাম্ব নামে এজন ৰজা আছিল। তেওঁ এদিন নিজপ্ৰিয়া যজ্ঞৱতীৰ সৈতে বিহাৰ কৰিবলৈ এটা পদুম পুখুৰীলৈ



গ'ল। সেই পুখুৰীৰ পদুমৰ ঝাৰৰ মাজত এটা ৰাজহাঁহ টোপনিয়াই থকা দেখিবলৈ পালে। তেতিয়া ৰজাই সেই হাঁহটো ধৰি মৃণালৰ সূতাৰে ভৰিদুখনত বান্ধ দি অনুৰাগৰ সৈতে ৰাণীক কলে, প্ৰিয়ে চোৱা! এই হাঁহটোৰ ভৰি দুখন মই বান্ধি থোৱাত এওঁ মুনিৰ দৰে কেনে শান্ত হৈ পৰি থাকিল ? নিজ ইচ্ছাৰে পাৰে যদি যাওক ছোন বাৰু ?'

"ৰজা! মই এজন নৈষ্টিক ব্ৰহ্মচাৰী। এই নিৰ্জন পদ্মবনৰ মাজত ঈশ্বৰৰ উপাসনা কৰি সুখেৰে দিনযাপন কৰি আছোঁ। মই তোমাৰ কোনো অপৰাধ বা অনিষ্ট কৰা নাই। তুমি ৰাজ ঐশ্বৰ্য্যৰ গৰ্ব্বত মত্তহৈ মোৰ ভৰি দুখনত বান্ধ দিলা। এই অপৰাধৰ কাৰণে তুমি কান্তা-বিৰহ দুখ অনুভৱ কৰিব লাগিব।" এই বুলি সেই ৰাজহাঁহ বেশী মুনিয়ে ৰজাক শাপ দিলে। শাপৰ কথা শুনি ৰজা শাম্বৰ মুখ শুকাই গ'ল। তেওঁ ততালিকে মুনিৰ চৰণত দীঘলদি প্ৰণাম কৰি কলে; "মহাভাগ! মই অজ্ঞানবশতঃ যি অপৰাধ কৰিছো, আপুনি সেইটো ক্ষমা কৰক।"

ৰজাৰ বিনয়বচন শুনি মুনিৰ মনত দয়া উপজিল। তেওঁ ৰজাক কলে, ৰজা! এই জনমত তোমাৰ শাপৰ ফল নধৰে. কিন্তু মোৰ শাপবচন কেতিয়াও নিষ্ফল নহয়, সেই কাৰণে যেতিয়া তুমি আন জন্মত এই হৰিণাক্ষীৰ পতিৰূপে জন্মগ্ৰহণ কৰিবা তেতিয়া মোৰ ভৰি দুই মুহূৰ্ত্তকাল বান্ধি থোৱাৰ কাৰণে তুমিও দুই মাহ কাল শিকলিৰে বান্ধ খাই থাকি ৰমণী বিৰহ যন্ত্ৰনা ভোগ কৰিব লাগিব। তাৰ পাচত আকৌ প্ৰিয়াৰ সৈতে মিলিত হৈ বহুদিনলৈ ৰাজ ঐশ্বৰ্য্য সুখ অনুভৱ কৰিব পাৰিবা। পূৰ্ব্বজন্মৰ সকলো ঘটনাৰ কথাও তোমালোকৰ স্মৰণ পথত পথত উদিত হব।" এই কাৰণে কৈছো সখি। হাঁহটো ধৰা ভাল নহব।

ৰাজবাহনৰ মুখৰ পৰা এই কথা শুনাৰ লগে লগেই ৰাজকুমাৰী অৱন্তিসুন্দৰীৰ পূৰ্ব্বজন্মৰ সকলো কথা স্মৃতিপথত উদিত হ'ল। তেতিয়া তেওঁ মনত থিৰ কৰিলে, যে এওঁ নিশ্চয় মোৰ পূৰ্ব্বজন্মৰ পতি।

পাচত মিছিকয়া হাঁহিমাৰি কলে, "হয়, সখি! আগৰ দিনত শান্বনামে এজন ৰজাই তেওঁৰ প্ৰিয় মহিষী যজ্ঞবতীৰ প্ৰীতিৰ কাৰণে এটা হাঁহৰ ভৰিত বান্ধিছিল। দেখা যায় যে সংসাৰত ধীৰ জ্ঞানী ব্যক্তিয়েও কেতিয়াবা সৌজন্যৰ কাৰণে নকৰিব লগীয়া কামো হঠাৎ কৰি পেলায়।"

এইদৰে কথাপ্ৰসঙ্গত কুমাৰ ৰাজবাহন আৰু কুমাৰী অবন্তি সুন্দৰী পৰস্পৰে পৰস্পৰক ভালদৰে বুজিপোৱাৰ কাৰণে পূৰ্ব্বজন্মৰ সকলো বৃত্তান্ত প্ৰকাশ কৰি উভয়ে উভয়ক পোৱাৰ কাৰণে উদ্‌গ্ৰীৱ হৈ পৰিল।

এনে সময়তে মালব ৰাজমহিষীয়ে নিজকন্যাৰ ক্ৰীড়াকৌতুক চাবৰ কাৰণে পৰিবাৰবৰ্গৰ সৈতে সেই ক্ৰীড়া উদ্যানলৈ আহিল। বালচন্দ্ৰিকাই তেওঁক দূৰতে দেখা পাই ৰসম্ভভেদৰ ভয়ত ইঙ্গিতেৰে ৰাজবাহনক গছৰ আঁৰত গা ঢাকি থাকিবলৈ সঙ্কেত কৰিলে। বালচন্দ্ৰিকাৰ সঙ্কেত অনুসাৰে পুষ্পোদ্‌ভবৰ সৈতে ৰাজবাহন গছৰ ঝাৰৰ মাজত সোমাই থাকিল।

ৰাজমহিষী পৰিজনবৰ্গৰ সৈতে তালৈ আহিল, আৰু কন্যাৰ নানাবিধ ক্ৰীড়া কৌতুক চাই কন্যাক লগতলৈ অন্তঃপুৰলৈ ফিৰি যোৱাৰ উদ্যোগ কৰিলে।

"হে ৰাজহংস তিলক। মোৰ সৈতে বিহাৰ কৰিবলৈ বুলি আজি তুমি এই কেলি বনলৈ আহিছিলা। আনুচিত হলেও আইৰ কাৰণে তোমাক হঠাতে অকলে এৰিথৈ মই যাবলগীয়াত পৰিছো। তুমি ক্ষমা কৰিবা। মোৰ প্ৰতি তোমাৰ যি অনুৰাগ জন্মিছিল সেইটো যেন কমি নাযায়।" এই বুলি হাঁহক কোৱাৰ ছলেৰে কুমাৰ ৰাজবাহনক লক্ষ্য কৰি কৈ বাৰে বাৰে পিচলৈ ঘূৰি পাচফিৰি চাই চাই অবন্তি সুন্দৰী মাকৰ সৈতে ঘৰলৈ গ'ল।

অবন্তি সুন্দৰীৰ ওচৰত বালচন্দ্ৰিকাই ৰাজবাহনৰ সকলো পৰিচয় দিলে। ৰাজবাহনৰ বিৰহ বেদনাত অবন্তি সুন্দৰী কৃষ্ণপক্ষৰ শশীকলাৰ দৰে দিনে দিনে ক্ৰমে ক্ষীণ হৈ যাব ধৰিলে। আহাৰ বিহাৰ আদি সকলো কাৰ্য্য এৰি উদাস মনে দিন নিয়াব কৰিলে। অনঙ্গৰ বিষম



শৰৰ তীব্ৰ আঘাতত শৰীৰ জৰ্জ্জৰিত হৈ পৰিল। অবস্থা বিষম যেন দেখি কামানলৰ উপশমৰ কাৰণে সখীয়েক সকলে নানাবিধ শীতল উপচাৰৰ ব্যৱস্থা কৰিলে। কিন্তু যাৰ দাহ অন্তৰত, তাৰ বাহ্যিক উপচাৰে কিবা প্ৰতিকাৰ কৰিব পাৰেনে? সখীসকলৰ সকলো যত্ন ব্যৰ্থ হ'ল। অবন্তি সুন্দৰীৰ অবস্থা ক্ৰমে বেয়াৰ ফালে আগবঢ়া দেখি বালচন্দ্ৰিকা কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিল। বিৰহানল সন্তপ্তা অবন্তি সুন্দৰীয়ে তেতিয়া বালচন্দ্ৰিকাক কলে, "সখি! কামক যে পঞ্চশৰ বুলি কয় এইটো সত্য নহয়। কিয়নো ই আজি মোৰ হৃদয়ত অসংখ্য বাণ প্ৰহাৰ কৰিব ধৰিছে। চন্দ্ৰকো যে শীতৰশ্মিবোলে এই কথাটোও মিছা। ইয়ো আজি মোৰ ওচৰত বাৰবানলতকৈয়ো বেচি সন্তাপদায়ক হৈ পৰিছে। নতুন পল্লৱৰচিত শয্যাও মোৰ পক্ষে তুষাণলৰ দৰে লাগিছে। চন্দনৰ অনুলেপনেও যেন বিষৰ ক্ৰিয়া কৰা বুলিহে অনুভৱ হৈছে। গতিকে সখি। এইবোৰ শীতল উপচাৰে মোৰ তাপ উপশান্ত কৰিব নোৱাৰে। এই বিলাকৰ বাবে যত্ন কৰাটো নিৰৰ্থক হৈছে। মোৰ ব্যাধিৰ উপশম কৰিব পাৰিব একমাত্ৰ সেই ৰাজকুমাৰেহে। কিন্তু দেখিছো তেওঁক পোৱাৰো কোনো উপায় নাই।"

"কুমাৰ ৰাজবাহনৰ অলোক সামান্য ৰূপসৌন্দৰ্য্যই এওঁৰ চিত্ত উদ্‌ভ্ৰান্ত কৰি পেলাইছে। তেওঁক আনিব নোৱাৰিলে এওঁৰ এই অবস্থাৰ উপশম নহব, হয়তো শেষত স্মৰণীয় অবস্থাও পাবগৈ পাৰে। গতিকে তেওঁক আনিবই লাগিব। কুমাৰক অনাটোও একো টান নহব যেন মনত ধাৰণা হৈছে। কিয়নো সেই কেলিবনত এওঁলোক উভয়ে উভয়ৰ প্ৰতি যেনে অনুৰক্ত হৈ পৰা দেখা গৈছিল, তাৰ দ্বাৰা অনুমান হয় যে কামদেৱে কুমাৰকো এই বিষম অৱস্থাত নেপেলোৱাকৈ থকা নাই।" বালচন্দ্ৰিকাই মনত এনে আলচকৰি সহচৰী সকলক অবন্তি সুন্দৰীৰ পৰ্য্যবেক্ষণৰ বাবে নিযুক্ত কৰি ৰাজবাহনৰ ওচৰলৈ গ'ল।

অনঙ্গৰ প্ৰৱল তাৰণাত জৰ্জ্জৰিত কুমাৰ ৰাজবাহনে নতুন পল্লৱৰ শয্যা এখনত শুই পুষ্পোদ্‌ভবৰ সৈতে প্ৰিয়া অবন্তি সুন্দৰীৰ সম্বন্ধে

নানা আলাপ কৰিছে। এনেতে বালচন্দ্ৰিকা গৈ উপস্থিত হ'ল, আৰু ৰাজবাহনক প্ৰণাম কৰিলে। বাল চন্দ্ৰিকাক দেখা পাই ৰাজবাহনৰ শুকুৱা মুখৰ ওপৰত এটা হাঁহিৰ ৰেখা ফুটি ওলাল। তেওঁ আথে বেথে শয্যাৰ পৰা সসম্ভ্ৰমে উঠি বালচন্দ্ৰিকাক এখন আসন দেখুৱাই দি বহিবলৈ কলে। বালচন্দ্ৰিকা বহিলত ৰাজবাহনে অৱন্তিসুন্দৰীৰ কথা সুধিলে; "সখি! কোৱা অৱন্তি সুন্দৰী কেনে আছে?"

"মহাৰাজ! ক্ৰীড়াকাননত আপোনাক দেখা পেৱাৰ পৰাই ৰাজকুমাৰীৰ চিত্ত বৰ আকুল হৈ পৰিছে। অন্তৰত প্ৰদীপ্ত কামানলৰ শিখাই তেওঁক দগ্ধ কৰি পেলাইছে। কোনো শীতল উপচাৰে তেওঁৰ সেই তাপৰ উপশম কৰিব পৰা নাই। ওখ গছৰ অলভ্য ফল লাভ কৰিবলৈ বাওনাই হাত আগবঢ়োৱাৰ দৰে তেওঁ আপোনাৰ বহল বক্ষস্থলৰ আলিঙ্গন সুখ কামনা কৰিছে। তেওঁ নিজেই এইখন চিঠি লিখি "সখি। এই চিঠিখন প্ৰিয়তমক দিয়া গৈ" এই বুলি মোৰ হাতত দি পঠাইছে" এই বুলি বালচন্দ্ৰিকাই ৰাজবাহনৰ হাতত এখন চিঠি দিলে।

কুমাৰ ৰাজবাহনে চিঠিখন নি পঢ়িলে। চিঠিত লিখিছে যে * হে সুভগ! জগতত কুসুমৰদৰে কোমল তোমাৰ অনবদ্য ৰূপ দেখা পাই মোৰ মন লুব্ধ হৈ পৰিছে। তুমি তোমাৰ চিত্তও যেন তেনে কোমল কৰা।

চিঠিৰ মৰ্ম্ম বুজি ৰাজবাহনে কলে, "সখি! ছায়াৰ নিচিনা মোৰ অতি অন্তৰঙ্গ বন্ধু পুষ্পোদ্ভৱৰ তুমি প্ৰেয়সী। প্ৰিয়া অৱন্তি সুন্দৰীৰো তুমি দ্বিতীয় জীৱনৰ দৰে নলে গলে লগা সখী। তোমাৰ চতুৰতাৰ কাৰণেই ক্ৰীড়াকাননত প্ৰিয়াৰ সৈতে মোৰ প্ৰথম মিলনৰ সুযোগ ঘটিছে। মই তোমাৰ কথাৰ অধীন। তুমি যি পৰামৰ্শ আগবঢ়াবা মই তাকেই কৰিবলৈ বাধ্য। সেই মৃগনয়না প্ৰিয়াই মোৰ মনটো কঠিন

* সুভগ! কুসুম সুকুমাৰং জগদনবদ্যং নিৰীক্ষ্যতে ৰূপম্।
মম মানস-মভিলষতি ত্বং চিত্তং কুৰু তথা মৃদুলম্॥



বুলি বিবেচনা কৰিছে, কিন্তু সেইটো নহয়। যেতিয়াই সেই ক্ৰীড়াকাননত মই তেওঁৰ চকুত পাৰিলো তেতিয়াই তেওঁ মোৰ চিত্ত অপহৰণ কৰি পেলালে।

সকলোৱে নিজৰ মনৰ সাৰল্য কাঠিন্যাদি অৱস্থা নিজেইহে বুজে। আনৰ পক্ষে বুজা সিমান সহজ নহয়। তেওঁৰ অৱস্থা আৰু মনৰ ভাৱ বুজিবৰ আৰু মোৰ বাকী নাই, কিন্তু সুপৰিৰক্ষিত কন্যাৰ অন্তঃপুৰত প্ৰবেশ কৰাটো জানো সহজ কাম? তুমি এতিয়া যোৱা। যাতে তেওঁৰ অৱস্থা গুৰুতৰ নহয়, তাৰ প্ৰতি সতৰ্কতা অবলম্বন কৰিবা। মই কালি বা পৰহিৰ ভিতৰতে এটা উপায় উদ্ভাৱন কৰি তেওঁৰ লগত মিলিত হম গৈ। মোৰ খবৰটো কৈ তেওঁক আশ্বস্ত কৰিবা।"

ৰাজবাহনৰ প্ৰেমপূৰ্ণ আশ্বাসবাণী শুনি বালচন্দ্ৰিকাৰ মনত আনন্দ লাগিল। তেওঁ ৰাজবাহনৰ ওচৰত বিদায়লৈ পুষ্পোদ্ভৱক প্ৰেম সম্ভাষণ জনাই কন্যাৰ অন্তঃপুৰলৈ উলটি গ'ল।

প্ৰবল উৎকণ্ঠাই ৰাজবাহনক অস্থিৰ কৰি তুলিলে। মদনৰ বাণৰ তীব্ৰ আঘাতত তেওঁৰ ধৈৰ্য্যৰ সেতু ভাগি পৰিল। মন চঞ্চলহৈ উঠিল। তেওঁ মনত ভাবিলে যে প্ৰিয়াৰ সৈতে যি ঠাইত পোনপ্ৰথমে সাক্ষাৎ হৈছিল, সেই পুণ্যতীৰ্থ দৰ্শন কৰিলে কিজানি বা অলপ শান্তি লাভ কৰিব পাৰোঁৱেই? এইভাবি বন্ধু পুষ্পোদ্ভৱৰ সৈতে সেই উদ্যানলৈ গ'ল। তাত থকা নানা তৰুহৰ পুষ্পৰাশি, কোকিল শালিকা আদি পখীৰ অব্যক্ত মধুৰ সঙ্গীত আৰু অৱন্তি সুন্দৰীয়ে কৰা মদন পূজাৰ পবিত্ৰ স্মৃতিয়েও তেওঁৰ মনত শান্তি আনি দিব নোৱাৰিলে।

এই সময়তে সেই উদ্যানলৈ অকস্মাতে ব্ৰাহ্মণ এজন আহিল। ব্ৰাহ্মণজনৰ কাণত উজ্জ্বল মণিময় কুণ্ডল। হাতত সোণৰ বলয়। শৰীৰত সূক্ষ্ম মসৃণ পাটৰ কাপোৰ। অন্যান্য পোষাক পৰিচ্ছদো তেওঁৰ সুন্দৰ পৰিপাটি। মুণ্ডিত মস্তক কেইজনমান মানুহো তেওঁৰ লগত আছে। তেওঁ ৰাজবাহনৰ ওচৰ চাপি হাত তুলি আশীৰ্ব্বাদ কৰিলে।

"আপুনি কোন ? কি বিদ্যাত বা পাৰ্গত ? আৰু ইয়ালৈ অহাৰে বা আপোনাৰ প্ৰয়োজন কি ?" ৰাজবাহনে প্ৰশ্ন কৰিলে। "মোৰ নাম বিদ্বেশ্বৰ। মই ইন্দ্ৰজাল বিদ্যা ভালদৰে জানো। নানাদেশৰ ৰজা-মহাৰজা বিলাকৰ মন চমৎকৃত কৰি ঘূৰি ঘূৰি আহি আজি এই উজ্জয়িনী নগৰী পাইছো। এই মনোৰম ক্ৰীড়াকাননত বিচৰণ কৰা দেখা পাই আপোনাৰ সাক্ষাৎ লাভৰ কাৰণে আহিলো। আপোনাৰ মুখৰ ওপৰত যে এটা পাণ্ডুতাৰ ৰেখা দেখা গৈছে, ইয়াৰ কাৰণ কি জানিব পাৰোনে ?" —বিদ্বেশ্বৰেও মিচিকিয়া হাঁহি মাৰি ৰাজবাহনক সুধিলে।

পুষ্পোদ্‌ভবে ঐন্দ্ৰজালিকৰ চতুৰতাৰ বিষয়ে আগৰে পৰা ভালদৰে জানে। তেতিয়া তেওঁ মনত ভাবিলে যে এওঁৰ দ্বাৰায়ে অভীষ্ট কাৰ্য্য সিদ্ধি হব পাৰে এই বুলি সন্মান পূৰ্ব্বক বিদ্বেশ্বৰক কলে, "সামান্য দুই চাৰিটা আলাপ কৰিলেই সাধুসকলৰ মাজত এটা প্ৰগাঢ় বন্ধুতাৰ ভাৱ জাগি উঠে। আপুনিও মধুৰ আলাপ আলোচনাৰে আমাৰ আজি অনিমিত্ত বন্ধু হৈ পৰিছে। গতিকে বন্ধুৰ ওচৰত গোপন কৰিব লগীয়া কোনো কথা থাকিব নোৱাৰে।

এদিন বসন্ত উৎসব পালন কৰাৰ কাৰণে মালব ৰাজ কন্যা এই উদ্যানলৈ আহিছিল। তেওঁৰ সৈতে এই উদ্যানতে এই ৰাজকুমাৰৰ হঠাৎ দেখা দেখি হয়। তেতিয়া দুয়োৰো প্ৰতি দুয়ো বৰ আকৃষ্ট হৈ পৰে, কিন্তু মিলনৰ কোনো উপায় নোপোৱাৰ বাবে, সেই চিন্তাত এওঁ এনেকুৱা শোচনীয় অবস্থা পাইছে।"

ৰাজবাহন লাজতে তলমুৱা হৈ ৰ'ল। পুষ্পোদ্‌ভবৰ কথা শুনি বিদ্বেশ্বৰে হাঁহি মাৰি ৰাজবাহনৰ পিনে চকুদি কলে, "মহাৰাজ ! আপোনাৰ দাস মই থাকোতে আপোনাৰ অসাধ্য কিবা কাৰ্য্য থাকিব পাৰেনে ? ইন্দ্ৰজাল বিদ্যাৰ প্ৰভাৱত মই মালৱ ৰাজক মুগ্ধ কৰি পুৰবাসীসকলৰ চকুৰ আগতেই ৰাজকন্যাৰ সৈতে বিধিমতে বিয়াপাতি আপোনাক কন্যাৰ অন্তঃপুৰলৈ পঠাই দিম। কিন্তু এই খবৰটো ৰাজকুমাৰীক আগতেই জনাই থব লাগিব।"



বিদ্বেশ্বৰৰ কথা শুনি ৰাজবাহন আহ্লাদিত হ'ল। বিদ্বেশ্বৰৰ ক্ৰিয়া পটুতাত বিশ্বস্ত হৈ কামটো এক প্ৰকাৰ সিদ্ধ হোৱা বুলিয়ে মনত ভাবিলে। পাচত সন্মানৰ সৈতে তেওঁক বিদায় কৰি পুষ্পোদ্‌ভবৰ সৈতে ঘৰলৈ উভতি গ'ল।

পুষ্পোদ্‌ভবে বালচন্দ্ৰিকাৰ দ্বাৰা বিদ্বেশ্বৰে কৰিব খোজা মিলনৰ উপায়েটো ৰাজকুমাৰীক জনাই থলে। পিচদিনা ৰাতিপুৱা বিদ্বেশ্বৰ মনোমুগ্ধকৰ সাজপাৰলৈ সদলবলে গৈ মালব ৰজাৰ নগৰৰ দুৱাৰত উপস্থিত হ'ল আৰু ঐন্দ্ৰজালিক অহাৰ খবৰ ৰজাৰ ওচৰত জনাবৰ বাবে দুৱৰীক কলে। দুৱৰীয়ে অভ্যন্তৰলৈ গৈ ৰজাৰ ওচৰত খবৰ দিলে।

ঐন্দ্ৰজালিকৰ খেলা চোৱাৰ কাৰণে অন্তঃপুৰৰ সকলো পৰিজন উৎসুক হৈ পৰিল। ৰজাই ঐন্দ্ৰজালিকক অন্তঃপুৰৰ ভিতৰ চোতাললৈ মাতি পঠালে। বিদ্বেশ্বৰ ৰজাৰ নিৰ্দ্দেশ অনুসাৰে সহচৰ সকলক লগতলৈ অভ্যন্তৰলৈ গ'ল, আৰু বাজি খেল আৰম্ভ কৰিলে।

লগৰ কিছুমান লোকে পেপা আদি নানান বাজনা বজাব ধৰিলে। গায়িকাবিলাকে মধুৰ সুৰে মনোহৰ সঙ্গীত কৰিব ধৰিলে। যেতিয়া সমজুৱা সকলৰ মন সঙ্গীত আৰু বাদ্যত মুগ্ধ হৈ পৰিল তেতিয়া বিদ্বেশ্বৰে এটা ম'ৰাৰ পাখি ঘূৰাই ৰজা ৰাণী আদি সকলো দৰ্শককে মুগ্ধ কৰি অলপ পৰ চকুমুদি থাকিল।

হঠাতে কেতবোৰ প্ৰকাণ্ড প্ৰকাণ্ড সাপ ওপৰলৈ ফণা তুলি বাহিৰ হ'ল। সাপবিলাকৰ ফণাৰ ওপৰৰ মণিৰ উজ্বল কিৰণে ঘৰটো দুগুণ উজ্বল কৰি তুলিলে। এনেতে কৰবাৰ পৰা কিছুমান চৰায়ে চোঁ চোঁ কৰি উৰি আহি সেই সাপবিলাকক ঠোঁটেৰে ধৰি ধৰি আকাশত উৰি ফুৰিব ধৰিলে। ইয়াৰ পাচত বিদ্বেশ্বৰে হিৰণ্যকশিপুৰ বক্ষ বিদাৰণৰ দৃশ্য দেখুৱাই ৰজাক সবিনয়ে কলে, মহাৰাজ ! এতিয়া আমাৰ খেলা প্ৰায় শেষ হবৰ হ'ল। শেষত এটা আনন্দদায়ক মধুৰ খেলা চোৱা ভাল হব বুলি মই ভাবো। যদি আপুনি অনুমতি দিয়ে, তেনেহলে এজন সুন্দৰ ৰাজকুমাৰৰ সৈতে

আপোনাৰ ৰাজকুমাৰীৰ নিচিনা এজনী ৰাজকুমাৰীৰ বিয়া এখনৰ দৃশ্য এটা দেখুৱাব খোজো। ইন্দ্রজালৰ প্ৰভাৱত মুগ্ধহৈ ৰজাই তেনে দৃশ্য চোৱাৰ কাৰণে আগ্ৰহ প্ৰকাশ কৰিলে। পূৰ্ব্ব প্ৰতিশ্ৰুত কাৰ্য্যসিদ্ধি হোৱাৰ সম্ভাৱনা দেখি বিদ্বেশ্বৰ মনে মনে আনন্দিত হ'ল। তেতিয়া তেওঁ সকলোকে মুগ্ধ কৰা দিব্য অঞ্জন চকুত দি চাৰিওফালে চালে। এইটো ইন্দ্ৰজাল বিদ্যাৰে প্ৰভাৱ, এইবুলি সকলো লোকে চিত্ৰাৰ্পিতৰ দৰে তধা লাগি চাই ৰ'ল। বিদ্বেশ্বৰে আগৰ সঙ্কেত অনুসাৰে তেতিয়া নানা অলঙ্কাৰেৰে বিভূষিতা ৰাজকুমাৰীৰ সৈতে ৰাজবাহনৰ বিধিমতে হোম জ্বলাই মন্ত্ৰ উচ্চাৰণ কৰি বিয়া পাতি তেওঁক কন্যাৰ অন্তঃপুৰলৈ পঠাই দিলে। খেলা শেষ হোৱাত "ঐন্দ্ৰজালিক পুৰুষ সকল! তোমালোক এতিয়া নিজ নিজ ঠাইলৈ যোৱা" এই বুলি বিদ্বেশ্বৰে উচ্চস্বৰে কলে। তেতিয়া সকলো অন্তৰ্হিত হৈ পৰিল। ৰাজবাহনেও আগতে উদ্‌ভাৱন কৰা উপায় অনুসাৰে কন্যাৰ অন্তঃপুৰত প্ৰবেশ কৰিলে। বিদ্বেশ্বৰৰ আচৰিত ক্ৰীড়া কৌতুকত সন্তুষ্ট হৈ মালৱ ৰজাই বহু ধন দি তেওঁক বিদায় দিলে। অবন্তি সুন্দৰী প্ৰিয়ৰ সৈতে মিলিত হৈ নিজ মন্দিৰত সোমাল। এনেভাৱে দেবতা আৰু মানৱৰ সহায়ত অভীষ্ট লাভ কৰি ৰাজবাহনে চৈধ্যভুবনৰ বিচিত্ৰ আখ্যান উপাখ্যান কৈ পৰমানন্দে কাল নিয়াৰ ধৰিলে।

---

# ৰাজবাহনৰ বন্ধন বৃত্তান্ত

কুমাৰ ৰাজবাহনৰ মুখৰ পৰা চৈধ্য ভুবনৰ নানা ৰহস্যময় বৃত্তান্ত শুনি অবন্তি সুন্দৰীয়ে বিস্ময় মানিলে। অলপ মিচিকীয়া হাঁহিমাৰি কুমাৰ ৰাজবাহনক কলে, "প্ৰিয়তম! আপোনাৰ অনুগ্ৰহত আজি মোৰ শ্ৰৱণেন্দ্ৰিয় সাৰ্থক হ'ল। মোৰ মনৰ মাজত পুঞ্জীভূত হৈ থকা অজ্ঞান আন্ধাৰ ৰাশি আঁতৰাইদি আজি আপুনি জ্ঞানপ্ৰদীপ জ্বলাই দিলে। আজি আপোনাৰ পাদপদ্ম পৰিচৰ্য্যাৰ সম্পূৰ্ণ ফল পাইছো বুলি মোৰ মনত ধাৰণা হৈছে। কিন্তু এই উপকাৰৰ কেনেকৈ প্ৰতিদান দিব পাৰিম তাকেহে ভাবি পোৱা নাই। কিয়নো মোৰ এনেকুৱা কোনো নিজস্ব দ্ৰব্যসম্ভাৰ নাই যিটোৰ সৈতে আপোনাৰ লগত অলপ নহয় অলপ সম্পৰ্ক নাই। অথবা মোৰো কৰবাত কিবা এটা স্বাতন্ত্ৰ্য আছে। মই ইচ্ছা নকৰিলে সৰস্বতী সম্পৰ্কত উচ্ছিষ্ট হোৱা অধৰেৰে আপুনি মোৰ অধৰ চুম্বন কৰিব পাৰে জানো? অথবা মোৰ সম্মতি নহলে লক্ষ্মীৰ স্তনৰ স্পৰ্শ পোৱা আপোনাৰ বক্ষস্থলেৰে আলিঙ্গন কৰাৰ সুখ অনুভৱ কৰিব পাৰে জানো?" এই বুলিকৈ নিৰ্ভৰ অনুৰাগত মুগ্ধ হৈ অবন্তি সুন্দৰী প্ৰিয়তমৰ সৈতে আলিঙ্গন অধৰপানআদি সম্ভোগ সুখত নিমগ্ন হৈ পৰিল।

ৰতিক্ৰীড়াত অত্যন্ত পৰিশ্ৰান্ত হৈ কুমাৰ ৰাজবাহন আৰু কুমাৰী অবন্তি সুন্দৰী টোপনিত অভিভূত হৈ পৰিল। তেওঁলোক দুয়ো টোপনিত লালকালদি শুই আছে। এনেতে এটা সপোন দেখিলে। সপোনত দেখিলে ভৰি দুখনত বান্ধি থোৱা এটা বুঢ়া ৰাজ হাঁহ। সপোনত তেনে অবস্থাৰ হাঁহটো দেখা পাই দুয়ো চক্‌মক্ খাই জাগি উঠিল। কি আচৰিত কথা? উঠি দেখিলে যে ৰাজকুমাৰৰ ভৰি দুখন এডাল শিকলিৰে বান্ধ খাই আছে।

সেই শিকলিদাল ৰূপৰ। উজ্জ্বল চন্দ্ৰৰ কিৰণৰ দৰে ধপ্‌ধপীয়া বগা। ৰাজকুমাৰক তেনেকৈ বান্ধ খোৱা দেখাপাই এইটোনো কি হ'ল বুলি অবন্তি সুন্দৰীয়ে বিহ্বল হৈ ভয়তে চিঞৰি উঠিল। তেওঁৰ সেই চীৎকাৰতে অন্তঃপুৰত থকা সকলোবিলাক লোকৰো টোপনি ভাগিল। তেওঁলোকৰ মনত ভয় লাগিল যে কব্বাত জুই লাগিল নেকি? অথবা কৰবাত কাৰবাক ভূতে পালে নেকি? নানা সন্দেহ কৰি তেওঁলোক আহি তাত উপস্থিত হ'ল। কন্যাৰ অন্তঃপুৰত এটা হাহাকাৰ লাগি গ'ল। সেই হাহাকাৰ শুনি অন্তঃপুৰৰ দ্বাৰৰক্ষী পুৰুষবিলাকো আহি উপস্থিত হ'ল। তাত তেতিয়া সকলো এনে ব্যতিব্যস্ত হৈ পৰিল যে তেওঁলোক দুয়োৰো ৰহস্য ঘটনা যে গোপন কৰি ৰাখিব লাগে, সেইটো কোনো পৰিজনৰে মনত নপৰিল। ৰক্ষী-বিলাক আহি ৰাজবাহনক তেনে অবস্থাত দেখা পাই বৰ বিস্ময় মানিলে। অন্তঃপুৰত তেনে ব্যভিচাৰ কৰা দেখি যদিও তেওঁলোক ক্ৰুদ্ধ হ'ল, তথাপি ৰাজবাহনৰ তেজৰ প্ৰভাৱত তেওঁক একো কৰিবৰ সাহস নকৰিলে। তেওঁবিলাকে খবৰটো চণ্ডবৰ্ম্মালৈ দি পঠালে।

খবৰ শুনা মাত্ৰকে চণ্ডবৰ্ম্মা উগ্ৰমূৰ্ত্তি ধৰি অন্তঃপুৰলৈ আহিল, আৰু ৰাজবাহনক তেনে অবস্থাত দেখা পালে। খঙৰ তীব্ৰ বেগত চণ্ডবৰ্ম্মাৰ চকুদুটাই দি জুইৰ ফিৰিঙতিহে যেন ওলাই ধাৰলে। ৰাজবাহনক দেখামাত্ৰকে চিনি পাই 'ইয়ে সেই ধূৰ্ত্ত, যি মোৰ ভাইৰ মৃত্যুৰ কাৰণ পাপিষ্ঠা বালচন্দ্ৰিকাৰ স্বামী ৰণমদগৰ্ব্বিত পুষ্পোদ্‌ভবৰ বন্ধু। এই পাষণ্ড ৰূপগৰ্ব্বিত আৰু কলাভিমানী নানা প্ৰতাৰণাপটু পাপিষ্ঠই পুৰবাসী সকলক দেবতা মাতি আনিব পাৰে বুলি কৈ মুগ্ধ কৰি পেলাইছে। আমাৰ দৰে শ্ৰেষ্ঠ পুৰুষক অবমাননা কৰি পাপিষ্ঠা অবন্তি সুন্দৰীয়ে এই মূৰ্খ বামুণত কিয় অনুৰক্তা হৈ পৰিল? এই কুলকলঙ্কিনীয়ে আজি চকুৰ আগতে পতিক শূলৰ ওপৰত তুলি দিয়া প্ৰত্যক্ষ কৰক।' এই বুলি ভীষণ তৰ্জ্জন গৰ্জ্জন কৰি লোহাৰ দৰে বিষম কঠিন হাতেৰে কুমাৰ ৰাজবাহনক হাতত ধৰি টানি নিলে।



কুমাৰ ৰাজবাহন স্বভাৱতে ধীৰ প্ৰকৃতিৰ। শৰীৰত তেওঁৰ অসীম শক্তি আছে যদিও এই বিপদ পূৰ্ব্বৰ অদৃষ্টৰ কাৰণে হোৱা বুলি মনত নিশ্চয় কৰি কোনো প্ৰতিকাৰৰ চেষ্টা নকৰিলে। কিন্তু মনত চিন্তা কৰিলে 'স্ত্ৰীহৃদয় অত্যন্ত কোমল। জানোবা মোৰ বিৰহ বেদনা সহ্য কৰিব নোৱাৰি প্ৰিয়াই প্ৰাণ বিসৰ্জ্জন কৰে?' বিচাৰ বিবেচনা কৰি শেষত কলে 'প্ৰিয়ে! সেই হংসৰ কথা জানো তোমাৰ মনত নাই? উতলা নোহোৱা যেন। কোনোমতে দুমাহ সময় ধৈৰ্য্য ধৰি কটোৱা। আমাৰ যে আকৌ মিলন হব ইয়াত অকনো সন্দেহ নাই এই বুলি অবন্তিসুন্দৰীক কৈ শত্ৰুৰ বশ্যতা স্বীকাৰ কৰিলে।

ঘটনাটো ৰজা আৰু ৰাণীৰো কাণত পৰিল। উপযুক্ত জামাতা বুলি জানিব পাৰি তেওঁলোকৰ মনত বিষাদ লাগিল কিন্তু কৰিব কি? তেওঁলোকৰটো মুক্তি দিবৰ অধিকাৰ নাই? এতিয়া ৰাজত্ব তেওঁলোকৰ নাই, ৰাজ্য পুতেকৰ। তথাপি কুমাৰক হত্যা কৰিলে প্ৰাণ ত্যাগ কৰাৰ ভয় দেখুৱাই কোনোমতে মৃত্যুৰ কবলৰ পৰা বচাই ৰাখিলে।

সেই সময়ত ৰজা দৰ্পসাৰ কৈলাস পৰ্ব্বতত তপস্যা কৰি আছিল। উগ্ৰস্বভাৱ চণ্ডবৰ্ম্মাই ৰাজকুমাৰীৰ বৃত্তান্তটো চৰ পঠিয়াই দৰ্পসাৰক জনালে। ইফালে পুষ্পোদ্‌ভবৰ সকলো ধন সম্পত্তি ৰাজভৰাললৈ আনি সপৰিয়ালে তেওঁক কাৰাগাৰত বন্দী কৰি থলে। সিংহৰ পোৱালীৰ দৰে কুমাৰ ৰাজবাহনকো কাঠৰ পিঞ্জৰা এটাত ভৰাই বন্দী কৰি ৰাখিলে। কুমাৰ ৰাজবাহনে মাতঙ্গ ব্ৰাহ্মণে দিয়া সেই ভোক পিয়াহ নলগা মণিটো মূৰৰ চুলিৰ খোপাৰ মাজত সুমাই লৈ পিঞ্জৰাত আবদ্ধ হৈ থাকিল।

অঙ্গ দেশৰ ৰজা সিংহবৰ্ম্মাৰ এজনী গাভৰু ছোৱালী আছিল। ছোৱালীজনীৰ ৰূপত মুগ্ধ হৈ চণ্ডবৰ্ম্মাই বিয়া কৰোৱাৰ প্ৰস্তাব দি সিংহ-বৰ্ম্মাৰ ওচৰলৈ দূত পঠালে। অঙ্গৰাজে সেই প্ৰস্তাবত সম্মতি নিদি প্ৰত্যাখ্যান কৰিলে। প্ৰস্তাব প্ৰত্যাখ্যান কৰা দেখি চণ্ডবৰ্ম্মা বৰ ক্ৰুদ্ধ হ'ল আৰু সেই খঙতে অঙ্গৰাজ্য আক্ৰমন কৰিবলৈ সৈন্য সামন্ত লগত

লৈ যাত্রা কৰিলে। 'মোৰ অনুপস্থিতিত জানোচা কোনোবাই এই দুষ্টক মোকোলাই দিয়ে'—এই আশঙ্কা কৰি ৰাজবাহনকো লগত লৈ গ'ল। চণ্ডবৰ্ম্মাই অঙ্গৰ ৰাজধানী চম্পানগৰী আক্রমণ কৰিলে। নগৰ আক্রমণ কৰা দেখা পাই সিংহৰ দৰে বিক্রমশালী সিংহবৰ্ম্মায়ো পুৰৰ প্ৰাচীৰৰ বাহিৰলৈ আহি প্রতি-আক্রমণৰ উদ্যোগ কৰিলে। তেওঁ এই যুদ্ধৰ গম পাই আগতে সাহায্য কৰাৰ কাৰণে কিছুমান ৰজাৰ সাহায্য বিচাৰি দূত পঠাইছিল। শত্রুৱে পুৰ আক্রমণ কৰা দেখি সহ্য কৰিব নোৱাৰি সিংহবৰ্ম্মাই সামন্ত ৰজাসকলৰ আগমনলৈ অপেক্ষা নকৰি তেওঁ নিজ-সৈন্যেৰে প্রতি-আক্রমণ কৰিলে। প্রচণ্ড বিক্রম চণ্ডবৰ্ম্মাৰ সৈতে ভয়ানক সমৰ লাগিল। সমৰত সিংহবৰ্ম্মাৰ প্ৰায় সকলো সৈন্য নিঃশেষ হ'ল। উৎকট স্বভাৱৰ বিক্রমশালী চণ্ডবৰ্ম্মাই তেতিয়া সিংহবৰ্ম্মাকে বন্দী কৰি পেলালে।

সিংহবৰ্ম্মাৰ কন্যা অম্বালিকাৰ প্ৰতি চণ্ডবৰ্ম্মা আগৰে পৰা বৰ আসক্ত হৈ আছিল। সেইবাবে সিংহবৰ্ম্মাক হত্যা নকৰি কাৰাগাৰত বন্দী কৰি ৰাখি থলে। আজিৰ দিনটো গ'লে অহা কালি অম্বালিকাৰ পাণি গ্ৰহণ কৰিব লাগিব এই বুলি মনত থিৰ কৰি বিশিষ্ট দৈৱজ্ঞৰ হতুৱাই বিয়াৰ শুভ লগ্ন নির্ণয় কৰালে।

বিয়াৰ শুভ লগ্নৰ কাল ওচৰ চাপিল। নগৰত উল্লাস উৎসৱত ঠাই নোহোৱা হ'ল। চাৰিওফালে হৈ চৈ লাগি পৰিল। এনেতে কৈলাশ পৰ্ব্বতৰ পৰা ৰজা দৰ্পসাৰৰ খবৰলৈ জজ্ব নামে এজন দূত আহি পালে। দূতৰ মুখে দৰ্পসাৰে চণ্ডবৰ্ম্মালৈ কৈ পঠাইছে, "মূৰ্খ! যি কন্যাৰ অন্তঃপুৰ দূষিত কৰে, তাৰ প্ৰতি অনুগ্ৰহৰ কিবা অৱকাশ থাকিব পাৰেনে? ৰজা এতিয়া বুঢ়া হৈছে সেই কাৰণে তেওঁৰ হিতাহিত জ্ঞানলোপ পাইছে। কন্যাৰ পক্ষপাতী হৈ তেওঁ যিহকে কব তোমালোকে জানো তাকে কৰা উচিত? অতি সোনকালে সেই পাপিষ্ঠৰ বিচিত্র বধৰ খবৰ পঠাই দি মোৰ উৎকণ্ঠা নিবৃত্ত কৰা যেন। আৰু সেই দুষ্ট কন্যাকো সৰু ভায়েক কীৰ্ত্তিসাৰৰ সৈতে কাৰাগাৰত বন্ধ কৰি থৈ দিবা।"



দৰ্পসাৰৰ এনে আদেশ শুনি চণ্ডবৰ্ম্মাই কৰ্ম্মচাৰী সকলক কলে 'কাইলৈ পুৱা বেলা কন্যাৰ অন্তঃপুৰ দূষক সেই পাপিষ্ঠক ৰাজদুৱাৰলৈ আনিব লাগিব, আৰু চণ্ডপোট নামক মত্তহাতীটোকো সুসজ্জিত কৰি আনিব লাগিব। অথবা এতিয়া থক বাৰু। আগতে মোৰ বিয়াখন হৈ যক। ময়ে পাচত নিজ হাতেৰে হাতী লগাই সেই পাপিষ্ঠক হত্যা কৰিম। সিংহবৰ্ম্মাৰ সাহায্যৰ বাবে মোৰ বিপক্ষে যিবিলাক ৰজা আহিব ধৰিছে, সিহঁতকো একেবাৰে নিঃশেষ কৰি সিহঁতৰ সকলো ধনৰত্নও নিজৰ কৰি লম।'

পিচ দিনা যেতিয়া সূৰ্য্য উদয় হ'ল তেতিয়া কুমাৰ ৰাজবাহনক ৰাজ-দ্বাৰলৈ আনিলে। চণ্ডপোট হাতীটোকো সজ্জিত কৰি অনা হ'ল। এই সময়তে ৰাজবাহনৰ ভৰিৰ সেই ৰূপৰ শিকলিদাল আপোনা আপুনি সুলকি পৰিল। কিন্তু কি আশ্চৰ্য্য যে সেই শিকলি গুচি এজনী দিব্যাকৃতি সুন্দৰী ৰমণী হৈ পৰিল। সেই ৰমণীয়ে ৰাজবাহনক প্ৰদক্ষিণ কৰি সবিনয়ে কলে, "মহাৰাজ! আপুনি মোৰ প্ৰতি অনুগ্ৰহ প্ৰকাশ কৰে যেন। মই সোমৰশ্মি সম্ভূতা এজনী দেব কন্যা। মোৰ নাম সুৰতমঞ্জৰী। এদিন স্বৰ্গৰ কমলবনত এজাক ৰাজহাঁহ উৰি আহি পৰিল। মই কৌতুকবশত সেই হাহঁজাকৰ পাচে পাচে খেদি গ'লো। দৌৰা দৌৰি কৰি হাহঁজাক খেদোতে মোৰ গলৰ মুক্তাৰ মালা দাল চিগি গ'ল। তলত মহামুনি মাৰ্কণ্ডই পুখুৰী এটাত আকণ্ঠ মজ্জিত হৈ তপস্যা কৰি আছিল। মোৰ হাৰৰ মুক্তামণিবিলাক চিগি পৰি তেওঁৰ স্বভাৱতে বগা মূৰটো আৰু দুগুণ বগা কৰি তুলিলে। তেওঁৰ তেতিয়া খং উঠিল আৰু মোক এই বুলি শাপ দিলে 'তই অচেতন লৌহ জাতি হ।' মুনিৰ শাপবচন শুনি ভয়তে মোৰ সকলো অঙ্গ থৰ্ থৰ্কৈ কপিব ধৰিলে। মুনিৰ চৰণত পৰি মই অপৰাধ মাৰ্জ্জনা কৰাৰ কাৰণে প্ৰাৰ্থনা কৰিলো। মুনি মোৰ প্ৰাৰ্থনাত সন্তুষ্ট হৈ আপোনাৰ ভৰিত দুই মাহ কাল শিকলিৰূপে থাকি শাপৰ পৰা মুক্ত হম বুলি শাপান্ত কৰিলে, লগতে এই আদেশো দিলে যে লৌহ জাতি হোৱা সময়তো পাচ ইন্দ্ৰিয়ৰ জ্ঞান

তোমাৰ অটুত থাকিব। এই পাপৰ কাৰণে ৰূপৰ শিকলি হৈ মই কৈলাস পৰ্ব্বতত পৰি থাকিলো। ইক্ষাকুবংশৰ ৰজা বেগবানৰ নাতিয়েক মানসবেগ। তেওঁৰ পুতেক গন্ধৰ্ব্ব বীৰশেখৰ। গন্ধৰ্ব্ব বীৰশেখৰে এদিনা মোক পাই লৈ গ'ল। বীৰশেখৰৰ পিতাকৰ সৈতে বিদ্যাধৰ চক্রবর্ত্তী বৎসৰাজ নৰবাহনদত্তৰ বিবাদ আছিল। বীৰশেখৰ তেওঁৰ ওপৰত ক্ষুব্ধ হৈ এওঁৰ দ্বাৰা প্ৰতিকাৰ হব পাৰে, এই বুলি মনত চিন্তা কৰি কৈলাস পৰ্ব্বতত তপস্যাৰত দৰ্পসাৰৰ সৈতে বন্ধুত্ব কৰিলে। দৰ্পসাৰে নিজ ভগিনী অবন্তি সুন্দৰীক বীৰশেখৰলৈ বিয়াদিয়াৰ প্ৰতিশ্ৰুতি দিলে।

এদিনাখন পূৰ্ণিমাৰ নিশাত জোনৰ পোহৰে যেতিয়া দশোদিক উদ্‌ভাসিত কৰিলে, তেতিয়া মানসপ্ৰিয়া অবন্তি সুন্দৰীক দেখা পাবলৈ বুলি বীৰশেখৰ বৰ উৎকণ্ঠিত হৈ পৰিল। তেওঁ গন্ধৰ্ব্বৰ লুকিবিদ্যাৰ প্ৰভাৱত অদৃশ্য হৈ অমৰাবতী সদৃশ মনোহৰ কন্যাৰ অন্তঃপুৰত সোমাল গৈ। সেই সময়ত আপোনালোক দুয়োজনে ৰতি ক্ৰীড়াত আসক্ত হৈ নানা হাস পৰিহাস কৰি আছিল। আপোনালোক তেনেভাৱে আনন্দত নিমগ্ন হৈ থকা দেখা পাই তেওঁ অত্যন্ত ক্ষুব্ধ হৈ পৰে, কিন্তু আপোনাৰ তেজৰ প্ৰভাৱত অভিভূত হৈ তেওঁ তেতিয়া আপোনাৰ একো অনিষ্ট কৰাৰ সাহস নকৰিলে। যেতিয়া ৰতিক্ৰীড়াত শ্ৰান্ত হৈ অবন্তি সুন্দৰীক আলিঙ্গন কৰি আপুনি টোপনিত অভিভূত হৈ পৰিল, আপোনাৰে কিবা দুৰদৃষ্টৰ কাৰণে নেকি—আপোনাৰ ভৰি দুখন ৰূপৰ শিকলিৰ ৰূপ ধাৰণ কৰা মোৰ যোগে বান্ধি থৈ ক্ৰোধত জ্বলি পকি তাৰ পৰা ওলাই আহিল। আজি মোৰ শাপৰ দিন শেষ হ'ল। দুমাহকাল আপোনাৰ চৰণত থাকি আজি তাৰ পৰা মুক্ত হলো। আপোনাৰ অপৰাধ কৰিছো, ক্ষমা কৰে যেন। আপোনাৰ যে মই কি প্ৰিয় কাৰ্য্য কৰিব পাৰিম ভাবি নাপাওঁ"—এই বুলি দেবকন্যাই কলে।

"তুমি মোৰ এই খবৰটো প্ৰিয়াৰ আগত কৈ তেওঁক আশ্বস্ত কৰাগৈ, এইটোৱেই যথেষ্ট হব" এই বুলি কৈ ৰাজবাহনে দেবকন্যাক বিদায় দিলে।



অলপ পাচতেই জনতাৰ মাজত এটা ভয়ানক হাহাকাৰৰ ৰোল উঠিল। কোনোবাই কলে যে চণ্ডবৰ্ম্মা নিহত হ'ল, চণ্ডবৰ্ম্মা নিহত হ'ল। সিংহবৰ্ম্মাৰ কন্যা অম্বালিকাৰ পাণি গ্ৰহণ কৰিবলৈ হাত দুখন আগবঢ়াইছে মাথোন, এনেতে পাচৰ ফালৰ পৰা এজন দুৰ্দ্দান্ত চোৰ মনে মনে আহি একে আঘাততে মূৰটো কাটি মাটিত পেলাই দিলে। ৰাজভৱনৰ অভ্যন্তৰ মৰা শবে নধৰা হৈ পৰিছে। ৰাজ অন্তঃপুৰ মৰিশালি যেন কৰি নিৰ্ভয় মনে সি চাৰিওফালে উগ্ৰমূৰ্ত্তি ধৰি ঘূৰি ফুৰিব ধৰিছে।

এই ঘটনা শুনি কুমাৰ ৰাজবাহন বৰ উল্লাসিত হ'ল। তেওঁক মাৰিবলৈ আগতে সজ্জিত কৰি অনা হাতীটোত তৎক্ষণাৎ জপিয়াই উঠিল, আৰু মাউতক ওপৰৰ পৰা গতা মাৰি পেলাই দি অভ্যন্তৰলৈ দ্ৰুত বেগে চলাই দিলে। মুহূৰ্ত্তৰ ভিতৰতে গৈ ৰাজভৱনৰ অভ্যন্তৰ পালে গৈ। হাতীৰ বেগত অসংখ্য পদাতিক সৈন্য নিহত আৰু বিক্ষিপ্ত হৈ পৰিল। ৰাজবাহন অভ্যন্তৰ সোমাই উচ্চ স্বৰে কবলৈ ধৰিলে—"কোন সেই মহাপুৰুষ! যি এই অমানুষিক দুষ্কৰ কৰ্ম্ম কৰিলে? তেওঁ আহক! এই হাতীত উঠকহি। দেৱতা দানৱৰ সৈতে ৰণ কৰিলেও মোৰ ওচৰত থাকিলে তেওঁৰ কোনো ভয় নাই।"

ৰাজবাহনৰ এনে কথা শুনা মাত্ৰকে এজন পুৰুষ আনন্দিত হৈ ওলাই আহিল, আৰু ৰাজবাহনে গম ধৰিব নোৱাৰাকৈ পাচৰ ফালেদি হাতীটোত জপিয়াই উঠিল। উঠা গম পাই ৰাজবাহনে পিচলৈ ঘূৰি চাই দেখিলে সেই মানুহজন অন্য নহয় কুমাৰ অপহাৰ বৰ্ম্মা। তেতিয়া ৰাজবাহনে হাঁহিমাৰি কলে 'কি, ভাই অপহাৰ বৰ্ম্মা? ধন্য ভাই! আহা।' এই বুলি অপহাৰ বৰ্ম্মাৰ হাত দুখন নিজৰ হাতৰ তলেদি টানি টানি আকোৱালি ধৰিলে। পাচত দুয়ো লগ হৈ চণ্ডবৰ্ম্মাৰ সৈন্য সকলক ক্ষতবিক্ষত কৰি পেলালে।

অলপ পাচত দেখিবলৈ পালে, আন এদল সৈন্যই আগৰফালৰ পৰা বিপক্ষৰ সৈন্য সকলক তাৰণা কৰি আহিব ধৰিছে। সেই সৈন্য দলৰ

পাচত ধকৃ ধকীয়া বগা সুসজ্জিত এজন লোক এটা হাতীত উঠি আহিছে। তেওঁ হাতীটো দ্ৰুতবেগে আগবফালে চলাই দি বিপক্ষৰ সৈন্যবিলাকক ক্ষণকালৰ ভিতৰতে ছিন্ন বিচ্ছিন্ন কৰি পেলালে। সেই বীৰ পুৰুষ-জনৰ চুলিকোছা ঘোৰ ক'লা বৰণৰ, চকুহুটা দীঘল। হাত ভৰিৰ তলুৱা মৃণালৰ দৰে কোমল। কৰ্ণিকা পুষ্পৰ নিচিনা শৰীৰৰ বৰণ, ককাল সৰু আৰু বুকুখন বহল। ককালত ওলমি থকা ৰত্ন খচিত চিকৃমিকিয়া এখন তৰোৱাল। আগৰ সঙ্কেত অনুসাৰে ৰাজবাহনক দেখা পাই এওঁৱেই মহাৰাজ ৰাজবাহন, এই বুলি মনত স্থিৰ কৰি ৰাজবাহনৰ ওচৰ চাপি প্ৰণাম কৰিলে। পাচত অপহাৰ বৰ্ম্মাক কলে, "আপোনাৰ পৰামৰ্শ অনুসাৰে অঙ্গ ৰাজৰ সাহায্যৰ কাৰণে এই ৰাজমণ্ডল উপস্থিত হৈছে। শত্ৰুৰ সকলো সৈন্য ধ্বংস হৈ গৈছে? এতিয়া অৱশিষ্ট আৰু কিবা আছে জানো?"

আনন্দত উল্লাসিত হৈ অপহাৰ বৰ্ম্মাই ৰাজবাহনক কলে, "মহাৰাজ! এইফালে অলপ শুভ দৃষ্টিপাত কৰে যেন। এইজন মহাপুৰুষ মোৰ অতি অন্তৰঙ্গ বন্ধু। এওঁৰ নাম ধনমিত্ৰ। মোৰ দৰে ইজনো এই দৰে ছদ্মবেশে ইয়াতে গোপনে আছে। এওঁ মোৰ দ্বিতীয় জীৱনৰ দৰে অতিপ্ৰিয়। আজি এওঁ প্ৰকাশ্যভাবে ওলাই আহি অঙ্গৰ ৰজাক বন্ধনৰ পৰা মুক্ত কৰিদি ধনৰত্ন যানবাহন আৰু সৈন্য সামন্ত আদি নিজ আয়ত্বলৈ আনিছে। আৰু এওঁৱেই অঙ্গ ৰজাৰ সাহায্যৰ কাৰণে অহা ৰজা সকলকো একত্ৰ কৰিছে। আপোনাৰ যদি অভিৰুচি হয়, তেনেহলে আমি সকলো এঠাইত মিলিত হোৱা ভাল হব বুলি মই বিবেচনা কৰোঁ।"

"আপত্তি কি! আপুনি যিহকে ভাল বুলি বিবেচনা কৰে তাকেই কৰক" ৰাজবাহনে উত্তৰ দিলে। অপহাৰ বৰ্ম্মাই দেখুৱাই দিয়া পথেৰে নগৰৰ পৰা ওলাই গৈ গঙ্গাৰ পাৰৰ এজোপা ডাঙৰ বটগছৰ শীতল চাঁত সকলোবিলাক গৈ উপস্থিত হ'ল। অপহাৰ বৰ্ম্মা আগতে হাতীৰ পৰা নামিল। ৰজা ৰাজবাহনো অপহাৰ বৰ্ম্মাৰ হাতত ধৰি নামি আহিল।



তেতিয়া ধনমিত্ৰই অপহাৰ বৰ্ম্মা, অৰ্থপাল, প্ৰমতি, মিত্ৰগুপ্ত, মন্ত্ৰগুপ্ত, বিশ্ৰুত, মিথিলাৰ ৰজা প্ৰহাৰ বৰ্ম্মা, কাশীৰাজ কামপাল আৰু চম্পাৰ ৰজা সিংহ বৰ্ম্মাৰ সৈতে গৈ ৰাজবাহনক যথোচিত সাদৰ সম্ভাষণ জনালে। আকস্মিক ভাৱে সকলো বন্ধুৰ মিলনে ৰাজবাহনৰ মনত অপাৰ আনন্দ দিলে। আনন্দত উৎফুল্লিত হৈ তেওঁ কৈ উঠিল "হাঁয় মোৰ কি শুভদৈৱ? অকস্মাতে আজি সকলো বন্ধুৰ সাক্ষাৎ পালো?"

সকলো ৰজাকে তেওঁ যথোচিত প্ৰতি-সম্ভাষণ জনালে। কাশীৰাজ কামপাল আৰু মিথিলাৰ ৰজা প্ৰহাৰ বৰ্ম্মাক পিতৃবৎ পূজা কৰিলে। তেওঁলোকেও ৰাজবাহনক বুকত সাবটি ধৰি পুত্ৰবৎ স্নেহালিঙ্গন কৰিলে। তেওঁলোকৰ ভিতৰত নানাবিধ মধুৰ আলাপ আলোচনা চলিল। কথা প্ৰসঙ্গত বন্ধুবিলাকে প্ৰশ্ন কৰাত কুমাৰ ৰাজবাহনে সোমদত্ত পুষ্পোদ্ভৱ আৰু নিজৰ ভ্ৰমণ বৃত্তান্ত কৈ বন্ধুবিলাককো নিজ নিজ ভ্ৰমণ বৃত্তান্ত শুনাবলৈ অনুৰোধ কৰিলে। তেওঁলোকৰ ভিতৰত প্ৰথমে অপহাৰ বৰ্ম্মাই নিজৰ বৃত্তান্ত কব ধৰিলে।

ৰাজবাহন বৃত্তান্ত সমাপ্ত ॥

# অপহাৰ বৰ্ম্ম চৰিত

[ ৪ৰ্থ কুমাৰ ]

মহাৰাজ! আপুনি যেতিয়া বামুণৰ সাহায্য কৰিবলৈ বুলি পাতাল পুৰলৈ গ'ল তেতিয়া আপুনি যে কলৈ গ'ল বন্ধুবিলাকে একো জানিব নোৱাৰি আপোনাৰ অনুসন্ধান কৰাৰ কাৰণে ইফালে সিফালে যাত্ৰা কৰিলে। ময়ো কৰিলো। পৃথিবীৰ নানা ঠাইত বিচাৰি বিচাৰি আহি শেষত অঙ্গৰাজ্য পালো। অঙ্গৰাজ্যৰ ৰাজধানী চম্পা নগৰী। ৰাজধানী চম্পা নগৰীৰ ওচৰেদি ভাগীৰথী গঙ্গা বৈ গৈছে। গঙ্গাৰ পাৰত মৰীচি নামে এজন তপঃ প্ৰভাৱ সম্পন্ন মুনি থকা বুলি মানুহৰ মুখৰ পৰা শুনিলো। মনত ভাবিলো এই মুনিজনৰ পৰা কি জানিবা আপোনাৰ কিবা খবৰ পাব পাৰোঁ? এই বুলি আশ্ৰমলৈ গলোঁ। আশ্ৰমখন দেখাত বৰ বিতোপন। নানা তৰহৰ গছগছনি আৰু ফুল ফলেৰে জকমকীয়া। সেই আশ্ৰমৰ এজোপা আম গছৰ তলত বিষন্ন মনে বহি থকা এজন তপস্বী চকুত পৰিল। লাহে লাহে তেওঁৰ ওচৰলৈ গ'লো। তপস্বীক বৰ উদ্‌গ্ৰীৱ যেন দেখা গ'ল তেওঁ মোক দেখা পাই আদৰ সাদৰ কৰি কুটীৰলৈ মাতি নিলে, আৰু আশ্ৰমৰ উপযুক্ত ফল মূল আদি উপহাৰ দি উচিত সৎকাৰ কৰিলে। মই ফল মূল খাই অলপ জিৰণি লৈ তপস্বীক সুধিলো; "মুনিৰাজ! ভগবান মৰীচি ক'ত? মোৰ এজন বন্ধু নিৰুদ্দিষ্ট হৈছে। তেওঁ ক'ত কিভাৱে আছে এইটো জানিবৰ বাবে মই তেওঁৰ ওচৰলৈ আহিছো। তপঃপ্ৰভাৱ সম্পন্ন মুনি ঋষি সকলে তপস্যাৰ প্ৰভাৱত ধ্যানবলেৰে ভূত ভবিষ্যত আৰু বৰ্ত্তমানৰ সকলো কথা কব পাৰে। ভগবান মৰীচিৰ তপস্যাৰ প্ৰভাৱো জগতত প্ৰখ্যাত। সেয়েহে বন্ধুৰ কিবা খবৰ পাম বুলি মই তেওঁৰ সাক্ষাৎ লাভৰ বাঞ্ছা কৰিছোঁ।"



মোৰ কথা শুনি মুনিজনে এটা দীঘল তপত হুমুনিয়াহ পেলালে, আৰু অলপ পৰ নিস্তব্ধহৈ থাকি কলে, "অতিথি! তেনেকুৱা প্ৰভাৱ সম্পন্ন মুনি এজন ইয়াত আগতে আছিল সঁচা কিন্তু এতিয়া আৰু তেওঁৰ তেনে প্ৰভাৱ নাইকিয়া হৈছে। এই চম্পা নগৰীৰ মূৰ্ত্তিমতী অধিষ্ঠাত্ৰী দেৱতাৰ দৰে অসামান্য ৰূপ লাৱণ্যবতী এজনী গণিকা আছে। নাম তেওঁৰ কামমঞ্জৰী। এদিন সেই গণিকা কামমঞ্জৰীয়ে হঠাতে আশ্ৰমলৈ আহি মুনিৰ চৰণত দণ্ডৱৎ দি প্ৰণাম কৰিলে। তেওঁ অহাৰ অলপ পাচতেই মাক আদি পৰিজনবৰ্গও কান্দি কাতি ব্যতিব্যস্ত হৈ মুনিৰ ওচৰত উপস্থিত হ'লহি। মুনি বৰ দয়ালু। পৰৰ দুঃখ দেখিলে তেওঁৰ মন গলি যায়। বেদনাত হৃদয় ভাৰাক্ৰান্ত হৈ পৰে। গণিকাৰ পৰিজনবৰ্গক তেনেভাৱে ব্যতিব্যস্ত হৈ অহা দেখা পাই বৰ দুঃখিত হ'ল। মধুৰ কথাৰে তেওঁলোকক সান্ত্বনা দি গণিকাক আশ্ৰমলৈ অহাৰ কাৰণ সুধিলে। মুখত লাজ, মনত দুঃখ অথচ কথাত গৌৰৱ যেন দেখুৱাই গণিকাই নম্ৰ হৈ ক'লে, "ভগবান্! মই ঐহিক সুখৰ অভিলাষী নহয়। সেই কাৰণে পৰকালৰ মঙ্গলৰ আশা বুকুত সাৱতি ধৰি বিপন্ন জনৰ একমাত্ৰ আশ্ৰয় আপোনাৰ চৰণ প্ৰান্তৰ আশ্ৰয় গ্ৰহণ কৰিছোহি।" গণিকাৰ কথা শেষ হওঁ নহওঁতেই মাকে মুনিৰ চৰণত দীঘলদি পৰি কান্দি কান্দি কলে, "মুনিৰাজ! মোৰ এইটোৰেই দোষ হৈছে যে মই মোৰ এই কন্যাক নিজ বৃত্তি পৰিহাৰ কৰিবলৈ নিষেধ কৰিছো। গণিকাৰ মাকৰ কৰ্ত্তব্য এই যে জন্মৰ পৰাই ছোৱালীক ধুনীয়া কৰি ৰাখিবলৈ বিশেষ যত্ন লব লাগে। শৰীৰৰ বৰ্ণ, প্ৰভাৱ, বল, আৰু স্মৃতিশক্তি যাতে বাঢ়ে, তাৰ কাৰণে উপযুক্ত ব্যৱস্থা কৰিব লাগে। শৰীৰৰ বায়ু আদি ধাতু তিনিটা যাতে সমানে থাকে তাৰ কাৰণে পৰিমিত ভাল আহাৰৰ ব্যৱস্থা কৰিব লাগে। পাচবছৰৰ পিচৰ পৰা পিতাকৰ লগত বেচিকৈ দেখা সাক্ষাতৰ সুযোগ দিব নালাগে। জন্মদিন আৰু বিশেষ বিশেষ তিথি পৰ্ব্বত নৃত্য গীত আদি কৰাৰ সুযোগ দিব লাগে। অঙ্গৰ সৈতে সম্পূৰ্ণ ৰতিশাস্ত্ৰ অধ্যয়ন কৰাব লাগে।

নৃত্য, গীত, বাদ্য, প্ৰসাধন কৌশল আদি সুকুমাৰ কলা, সকলোপ্ৰকাৰ শিল্প, গন্ধদ্ৰব্য নিৰ্ম্মাণ প্ৰণালী, মালাগথা আৰু সূচি কৰ্ম্ম আদি সকলো প্ৰকাৰ সুকুমাৰ কলা শিকাব লাগে। নানাপ্ৰকাৰে কথা কোৱাৰ কৌশল আৰু লিখাৰ ভঙ্গী অভ্যাস কৰাব লাগে। তৰ্ক, ব্যাকৰণ, জ্যোতিষ আদি শাস্ত্ৰৰ লগতো পৰিচয় কৰাব লাগে। সকলোপ্ৰকাৰ ক্ৰীড়া কৌশল, সজীৱ আৰু নিৰ্জীৱ দ্যূত ক্ৰীড়াত পাৰদৰ্শী কৰাব লাগে। অতি বিশ্বাসী বুঢ়ী ধাত্ৰীৰ হতুৱাই ৰতি ক্ৰীড়াৰ কৌশল শিকাব লাগে। যাত্ৰা উৎসব আদিত ধুনীয়াকৈ সজাই পৰাই সমাজত অবাধে ফুৰাচকা কৰিবলৈ দিব লাগে। সঙ্গীতৰ অনুষ্ঠান হলে প্ৰসঙ্গক্ৰমে বিশ্বাসী লোকৰ দ্বাৰা গুণৰ প্ৰশংসা কৰাব লাগে। শিল্পীবিলাকেৰে চাৰিওফালে শিল্পকলাৰ খ্যাতি প্ৰকাশ কৰাব লাগে। বিট, বিদূষক, আৰু সন্ন্যাসিনী আদিৰ দ্বাৰা সাধাৰণৰ মাজত তেওঁৰ ৰূপ, সৌন্দৰ্য্য, মাধুৰ্য্য, স্বভাৱ আৰু শিল্প আদিৰ প্ৰচাৰ কৰাব লাগে। কোনোৱা যুবক যদি স্বাভাবিকতে অনুৰক্ত হয়, অথবা গণিকাৰ ভাৱ দেখি আসক্ত হৈ পৰে তেনেহলে কন্যাক তেওঁলৈ বিনা পণে মিলিত হবলৈ সুবিধা দিব লাগে যদিহে যুবকৰ জাতি, ৰূপ, গুণ, বয়স, শক্তি নিপুণতা সৰলতা আৰু উদাৰতা প্ৰভৃতি গুণবিলাক থাকে আৰু স্বাধীন হয়।

কোনো পৰাধীন যুবকৰ সৈতে গান্ধৰ্ব্ব বিধান অনুসাৰে বিবাহ হলে সেই যুবকৰ পিতাক আদিৰ পৰা যথোচিত ধন আদায় কৰিব লাগে। যদি পিতাক আদি অভিভাৱকে ধনদিবলৈ স্বীকাৰ নকৰে, তেতিয়া হলে বিচাৰকৰ ওচৰত গোচৰ দি ধন আদায় কৰাব চেষ্টা কৰিব লাগে। নায়ক অত্যন্ত অনুৰক্ত হলে, তেওঁ যদি কন্যাৰ উপযুক্ত হয়, তেতিয়া সেই নায়ককে কন্যা দান কৰিব। কন্যাৰ প্ৰতি অনুৰক্ত যুবক যদি ধূৰ্ত্ত হয়, তেতিয়া হলে তেওঁৰ পৰা নিয়মিত পণ কৰি ধন আদায় কৰাৰ উপৰিও নানাবিধ যাত্ৰা উৎসব আদিৰ অজুহাত দেখুৱাই অন্যপ্ৰকাৰেও ধন আদায় কৰাৰ চেষ্টা কৰিব লাগে। অনুৰক্ত যুবক যদি কৃপণ হয় তেতিয়া হলে আনৰ দ্বাৰা উৎসাহিত কৰি তেওঁৰ পৰা যথেষ্ট ধন আদায়



কৰাৰ চেষ্টা কৰিব লাগে। যুবক অনুৰক্ত অথচ ধনহীন, এনেকুৱা যুবকক কটু কথাৰে বিতাৰিত কৰি দিব লাগে। অথবা আনৰ দ্বাৰা নিন্দা ভৰ্ৎসনা কৰি নাইবা কন্যাক নিষেধ কৰি; নানা প্ৰকাৰ লাজ দি, কিম্বা সমাজৰ দ্বাৰা অভিযুক্ত কৰি বিতাৰিত কৰাব লাগে।

গণিকাসক্ত যুবকৰ ধন আছেনে নাই, এইটো আগতে ভালদৰে পৰীক্ষা কৰি চাই হে পিচত সংযোগ ব্যৱস্থা কৰিব লাগে। গণিকাই গম্য পুৰুষৰ প্ৰতি সজ্জিত হে হব, কেতিয়াও সঙ্গ নকৰিব। কোনোবা যুবকৰ প্ৰতি গণিকাৰ চিত্ত নিতান্ত আকৃষ্ট হলেও গণিকাই মাক বা ধাত্ৰীৰ অনুমতি নোহোৱাকৈ কেতিয়াও সঙ্গ কৰিব নোৱাৰে।

মুনিৰাজ! গণিকা সমাজত এনে নিয়ম থকা সত্বেও আজি এমাহ মান হ'ল, এজন অৰ্থহীন বামুণ যুবকৰ অকল গুণত মুগ্ধ হৈ মোৰ এই ছোৱালীজনীয়ে আত্মসমৰ্পণ কৰিছে। আনকি, নিজৰ গাথিৰ ধন খৰছ কৰিও সেই যুৱকৰ প্ৰীতিসাধন কৰিব ধৰিছে। কিন্তু আন এজন যুৱকৰ অসংখ্য ধন থকা সত্বেও তেওঁৰ সৈতে সঙ্গ কৰা দূৰত থক কেৰাহি-কৈয়ে নোচোৱাত পৰিছে। এই কাৰণে সেই যুবক বৰ ক্ষুণ্ণ আৰু বিৰক্ত হৈ পৰিছে। বৃত্তি পৰিত্যাগ কৰাৰ কাৰণে ধনৰ অভাৱত এতিয়া দাৰিদ্ৰ্যৰ কৰাল গ্ৰাসত পৰি প্ৰাণ হেৰুৱাব লগাত পৰিছো। গণিকাৰ পক্ষে এইটো বৰ অমঙ্গলজনক কথা, তুমি এইটো এৰিপেলাই নিজ বৃত্তিত মনদিয়া, এইবুলি মই উপদেশ দিয়াত মোৰ ওপৰত খং কৰি আজি ঘৰৰ পৰা ওলাই আহি আপোনাৰ আশ্ৰমত উপস্থিত হৈছে। এওঁৰ এইভাৱৰ যদি পৰিবৰ্ত্তন নহয়, তেনেহলে আমি যে অনাহাৰে প্ৰাণত্যাগ কৰিব লাগিব, ইয়াত তিলমানো সন্দেহ নাই" এইবুলি গণিকাৰ মাকে কান্দিব ধৰিলে।

তেতিয়া মুনিয়ে ক'লে "কল্যাণি! তুমি হ'বলা মুনিৰ আশ্ৰমত বাসকৰাটো বৰ শান্তিদায়ক বুলি ভাবিছা। এই কঠিন বনবাস সুখৰ নহয়। ই অত্যন্ত দুখদায়ক। মুনিৰ আশ্ৰমৰ লগত মানবৰ ঐহিক সুখৰ কোনো সম্পৰ্ক নাই। এই বনবাসৰ ফল মুক্তি বা স্বৰ্গ। এই

দুটাৰ ভিতৰত প্ৰথমটো নিৰ্ম্মল জ্ঞানৰ দ্বাৰা হে হব পাৰে। সেই কাৰণে এইটো অত্যন্ত দুঃসাধ্য। দ্বিতীয়টো সুকৰ। নীতি অনুসাৰে নিজকুলধৰ্ম্ম আচৰণ কৰিলে মানবে অনায়াসে স্বৰ্গলাভ কৰিব পাৰে, আৰু ইহলোকতো শান্তি পায়। গতিকে মাৰাৰ উপদেশ অনুসাৰে নিজৰ কুলোচিত স্বধৰ্ম্ম পৰিপালন কৰাই তোমাৰ একান্ত কৰ্ত্তব্য।"

"মুনিৰাজ! শান্তিৰ নিকেতন আপোনাৰ চৰণ প্ৰান্তৰ আশ্ৰয়ত থাকি অলপ শান্তি লাভ কৰাৰ অভিপ্ৰায়ে আপোনাৰ আশ্ৰমলৈ আহিছিলোঁ। যদি ইয়াতো অভাগিনীৰ আশ্ৰয় নিমিলে, তেনেহলে ভগবান অনলেই আশ্ৰয় হব" এইবুলি গণিকা কামমঞ্জৰীয়ে উদ্‌বিগ্ন যেন হৈ কলে। গণিকা কামমঞ্জৰীৰ কৰুণা সনা কথা শুনি প্ৰশান্তচিত্ত মুনি মৰীচি যেন কিংকৰ্ত্তব্য বিমূঢ় হৈ পৰিল। তেওঁ অলপ সময় চিন্তা কৰি গণিকাৰ মাকক কলে, "আই! তোমালোক সম্প্ৰতি ঘৰলৈ যোৱা। কেই দিনমান প্ৰতীক্ষা কৰাগৈ। মই এওঁক বুজাই বঢ়াই কৈ মেলি চাওঁচোন, মতিৰ কিবা পৰিবৰ্ত্তন কৰিব পাৰোনে নোৱাৰোঁ। বনবাসৰ কষ্ট পালে মোৰ বিশ্বাস এওঁৰ মন ঘূৰিব। কিয়নো এনে সুকুমাৰ শৰীৰে বনবাসৰ দৰে দাৰুণ কষ্ট সহিব নোৱাৰিব।" "বাৰু সেয়ে হক" এইবুলি কৈ কাম মঞ্জৰীৰ মাক আদি পৰিজন বৰ্গ মুনিৰ উপদেশমতে ঘৰলৈ উভতি গ'ল।

ধূৰ্ত্ত গণিকা কামমঞ্জৰীয়ে মুনি মৰীচিক ফান্দত পেলাবৰ কাৰণে মায়াজাল পাতিলে। তেওঁ প্ৰতিদিনে ভক্তিভৰে ঋষিৰ সেৱা শুশ্ৰূষা কৰিব ধৰিলে। পৰিষ্কাৰ পৰিচ্ছন্নভাবে পিন্ধি উৰি বিশুদ্ধভাৱে প্ৰশান্তচিত্তে দেবতা পূজাৰ বাবে ফল মূল আদি উপকৰণ আহৰণ কৰিবলৈ ধৰিলে। আশ্ৰমৰ গছলতাৰ গুৰিত পানীদিয়াকে আদি কৰি আশ্ৰমৰ সকলো কাম প্ৰতিদিনে অতি উদ্যমৰ সৈতে অনলস ভাবে কৰি যাবলৈ ধৰিলে। অৱসৰ সময়ত সুমধুৰ নৃত্যগীত আদিৰে মুনিৰ মনত আনন্দ বঢ়াব ধৰিলে। সময়ৰ সুযোগ চাই ধৰ্ম্ম, অৰ্থ আৰু কাম সম্বন্ধে নিজকাৰ্য্যৰ অনুকূলে নানা কথাৰ অৱতাৰণা কৰি নিজৰ



বিচক্ষণতাৰ পৰিচয় দিবলৈয়ো নেৰিলে। কেতিয়াবা কেতিয়াবা আধ্যাত্মিক বিষয়ৰ অবতাৰণা কৰি তত্ত্ব কথা জানিবৰ প্ৰতি যে ইচ্ছুক, ইয়াকো মুনিক জানিবলৈ দিলে। এনেকৈ অলপদিনৰ ভিতৰতে মুনিৰ মন মুগ্ধ কৰি পেলালে। যেতিয়া দেখিলে যে মুনিৰ মনৰ গতি ক্ৰমে অন্যফালে ঢাল খাইছে, তেতিয়া এদিন কামমঞ্জৰীয়ে আশ্ৰমৰ নিৰ্জ্জন ঠাইত বহি মুনিক কলে, "প্ৰভু! এই সংসাৰৰ মানুহ বিলাক অতিশয় অজ্ঞ বুলি মোৰ ধাৰণা হৈছে। কিয়নো এই লোকসকলে অৰ্থ আৰু কামকো ধৰ্ম্মৰ লগত তুলনা কৰিব খোজে। ধৰ্ম্ম এটা স্বকীয়া বস্তু। অৰ্থ আৰু কামৰ লগত ইয়াৰ কোনো সম্পৰ্ক বা সাদৃশ্য নাই।" গাণকাৰ কথা শুনি মুনি চমকি উঠিল আৰু গণিকাক কলে, "বালিকা! কোৱা কি? ধৰ্ম্মক কোন গুণে অৰ্থ আৰু কামতকৈ শ্ৰেষ্ঠ আৰু স্বকীয়া বুলিব খোজা?"

গণিকাই উত্তৰ দিলে—

"ভগবান! আপুনি সৰ্ব্বদৰ্শী ত্ৰিকালজ্ঞ ঋষি। এই ক্ষুদ্ৰ অজ্ঞজনৰ পৰা ত্ৰিবৰ্গৰ বলাবল জানিবৰ ইচ্ছা কৰাটো কেনে কথা হব মই ভাবি পোৱা নাই। অথবা দাসীৰ প্ৰতি এইটো এটা অনুগ্ৰহে হব যেন লাগিছে। বাৰু কওঁ শুনক।

সংসাৰত ধৰ্ম্মৰ লগত সম্পৰ্ক নথকাকৈ অৰ্থ আৰু কাম হব নোৱাৰে। কিন্তু ধৰ্ম্ম হল অৰ্থ আৰু কামনিৰপেক্ষ। নিবৃত্তি সুখৰ ধৰ্ম্মই একমাত্ৰ কাৰণ। এই ধৰ্ম্মক লাভ কৰিব পৰা যায় চিত্তৰ সমাধিৰ দ্বাৰা। তত্ত্বজ্ঞান ধৰ্ম্মৰ মূল কাৰণ। অৰ্থ আৰু কামৰ দৰে ধৰ্ম্ম কোনো বাহ্যিক সাধন সাধ্য নহয়। যি কোনো প্ৰকাৰে হোৱা অৰ্থ আৰু কামে ধৰ্ম্মৰ কোনো প্ৰকাৰ বাধা জন্মাব নোৱাৰে। কেতিয়াবা কিবা প্ৰকাৰে অলপ জন্মালেও সি ক্ষন্তেকৰ ভিতৰতে আতৰি যায়। অৰ্থ আৰু কাম জনিত দোষে ধৰ্ম্মক দূষিত কৰিব নোৱাৰে। চাওক! ব্ৰহ্মাৰ তিলোত্তমাত অভিলাষ, মহাদেৱৰ সহস্ৰ মুনি পত্নীত আসক্তি, কৃষ্ণৰ যোল্ল হাজাৰ গোপকন্যাৰ সৈতে বিহাৰ, ব্ৰহ্মাৰ নিজ কন্যাৰ সৈতে ৰতি চেষ্টা, ইন্দ্ৰৰ

অহল্যাহৰণ, চন্দ্ৰৰ গুৰুপত্নী গমন, সূৰ্য্যৰ ঘোটকী প্ৰণয়, অগ্নিৰ বানৰী গমন, বৃহস্পতিৰ উতথ্য পত্নীৰ সম্ভোগ, মুনি পৰাশৰৰ ধীবৰ কন্যাত ৰতি, ব্যাসদেৱৰ ভ্ৰাতৃবধূগমন, আৰু অত্ৰি মুনিৰ মৃগীসমাগম। এইবোৰ কামপৰতন্ত্ৰতাই তেওঁলোকৰ ধৰ্ম্মত জানো কিবা বাধা জন্মাইছে? দেৱতাৰ অমৃত অপহৰণেও তেওঁলোকৰ ধৰ্ম্মক দুষিত কৰিব পৰা নাই। কাৰণ সেই সময়তো তেওঁলোকৰ অধ্যাত্মশক্তি প্ৰবল হৈ আছিল। তত্ত্বজ্ঞান সম্পূৰ্ণ হৈ থকাৰ কাৰণে ধাৰ্ম্মিক মনক কাম আৰু অৰ্থজনিত দোষে স্পৰ্শ কৰিব নোৱাৰে, আকাশৰ ধূলিকণাৰ দৰে সি উৰি যায়। গতিকে অৰ্থ আৰু কাম ধৰ্ম্মৰ শতাংশৰ একাংশৰ বুলিও মোৰ বিশ্বাস নহয়।"

চুম্বকৰ পৰশত লোহা যিদৰে আকৃষ্ট হয়, গণিকাৰ কথা শুনি মুনিৰ মনো সেইদৰে আকৃষ্ট হৈ পৰিল। গণিকাই মুনিৰ মন একেবাৰে মুহি পেলালে। মুনিয়ে নিজকে পাহৰি গ'ল। কামৰ প্ৰবল তৃষ্ণাই মনৰ মাজত অনুৰাগৰ প্ৰবল ধুমুহা বোৱাই দিলে। আত্মবিস্মৃত হৈ মুনিয়ে গণিকাক কলে, —"বিলাসিনি! তুমি ঠিক কৈছা। সচাকৈয়ে বিষয়ৰ উপভোগে তত্ত্বজ্ঞানীৰ ধৰ্ম্মৰ ওপৰত কেতিয়াও বাধা জন্মাব নোৱাৰে। চিৰ ব্ৰহ্মচাৰী লোক আমাৰ অৰ্থ আৰু কামৰ সৈতে কোনো পৰিচয় নাই। সেই কাৰণে অৰ্থ আৰু কাম সম্বন্ধে আমি একোকে নাজানো। অৰ্থ আৰু কাম কি, কেনেকৈ সেই দুটা লাভ কৰিব পাৰি আৰু তাৰ সামগ্ৰীয়েই বা কি? ফলেই বা কি, আমি একোকে নাজানো এইবিলাকৰ তত্ত্ব সঁচাকৈয়ে জনা উচিত। তুমি মোক কবা জানো?" মুনিয়ে কলে। "কৃষি, পশুপালন, বাণিজ্য আৰু নীতিশাস্ত্ৰ অনুসাৰে সন্ধিবিগ্ৰহ আদিৰ দ্বাৰা অৰ্থ উপাৰ্জ্জন কৰিব লাগে। উপাৰ্জ্জিত অৰ্থ নানা উপায়ে বঢ়াব লাগে। আৰু বৰ্দ্ধিত অৰ্থ উপযুক্ত ব্ৰাহ্মণ আদি সৎপাত্ৰত দান কৰিব লাগে। এয়ে অৰ্থ। বিষয়ত আসক্তচিত্ত স্ত্ৰীপুৰুষৰ অনিৰ্ব্বচনীয় আনন্দদায়ক স্পৰ্শবিশেষ কাম। উপযুক্ত বয়সত যুবক যুবতীৰ মিলনত এই কাম ওপজে। এই কাম জনিত আনন্দ কেবল অনুভূতিৰে বুজিব পৰা যায়।



এই আনন্দ উপলব্ধি কৰাই কামৰ ফল। এই আনন্দ লাভৰ আশাত মুগ্ধ হৈ কত মানৱে আনকি দেৱতা গন্ধৰ্ব্ব আদিয়েও নানাতীৰ্থ পৰ্য্যটন, অত্যন্ত কষ্টকৰ দুৰ্ঘোৰ তপস্যা, নানা ব্ৰত উপবাস, অলেখ দান আৰু যুদ্ধ বিগ্ৰহ আদি কৰি আত্মবিসৰ্জ্জন কৰাও দেখা যায়। দুৰ্লঙ্ঘ্য সাগৰ লঙ্ঘন কৰাৰ কথাও জগতত প্ৰসিদ্ধ আছে।"

ব্যাধৰ গীতত হৰিণৰ দৰে গণিকাৰ চাটু কথাত মুনিৰ মন একেবাৰে মজি গ'ল। তেওঁ আত্মহাৰা হৈ পৰিল। দুৰদৃষ্টৰ কাৰণেই হওক বা গণিকাৰ কপটবাক্যতে হওক মুনিয়ে নিজৰ তপ জপ সকলো পাহৰি গণিকাৰ অপৰূপ সৌন্দৰ্য্য ৰস পান কৰিবলৈ ধৰিলে। গণিকাৰ অদ্‌ভুত মায়াজালৰ মেৰ মাকত পৰি মুনিৰ মন কট্‌কটীয়াকৈ বান্ধ খাই পৰিল। যেতিয়া দেখিলে যে মুনি একেবাৰে মুগ্ধ হৈ পৰিছে, তেতিয়া এদিন গণিকা কাম মঞ্জৰীয়ে সুসজ্জিত গাড়ী এখনত তুলি মুনিক আশ্ৰমৰ পৰা ৰাজ বাটেৰে নগৰলৈ লৈ গ'ল, আৰু প্ৰকাশ্য ভাৱে নগৰত ঘোষণা কৰিলে যে পাছ দিনা নগৰৰ প্ৰমোদবনত মদন মহোৎসব পতা হব।

ৰাজধানীৰ নিচেই ওচৰতে এখন ধুনীয়া উদ্যান। সেই উদ্যানৰ ভিতৰত জাকজমকীয়া কৰি সভা মণ্ডপ এটা সজোৱা হ'ল। তাতেই মদন মহোৎসবৰ আয়োজন কৰিলে। উৎসৱ চাবলৈ নগৰৰ চাৰিওফালৰ পৰা লোক আহি উৎসৱৰ থল উপচি পৰিল। গণিকা কাম মঞ্জৰীয়ে মুনিক চাফচিকনকৈ গা-মূৰ ধুৱাই শৰীৰত সুগন্ধি চন্দন আদিৰ অনুলেপন দিলে। জিল্‌মিলিয়া মসৃণ পাটৰ কাপোৰ পৰিধান কৰাই মূৰত বিচিত্ৰ ফুলৰ মালা পিন্ধাই দিলে। কঙ্কণ, হাৰ, বাজু কুণ্ডল আদি নানাবিধ সোনৰ অলঙ্কাৰেৰে অলঙ্কৃত কৰি তুলিলে। মুনি যেন কামদেৱৰ এজন পূজাৰী হৈ পৰিল। ধ্যান, জপ, তপস্যা আদি অধ্যাত্মচিন্তা তেওঁৰ পৰা আতৰি গ'ল। মুনি মৰীচি এনে এটা অৱস্থাত উপস্থিত হ'ল যে গণিকা কাম মঞ্জৰী অলপ সময় চকুৰ আঁৰত থাকিলেও উদ্‌ভ্ৰান্ত হৈ পৰা হ'ল।

গণিকাই বিচিত্ৰ তোৰণ আদিৰে সুশোভিত জনবহুল ৰাজপথেৰে মুনিক নানা বন, উপবন, বিহাৰ ভূমি আদি দেখুৱাই উৎসৱৰ ঠাইলৈ

নিলে। তাৰ পৰা অসংখ্য সুন্দৰী যুৱতী ৰমণী সকলেৰে পৰিবৃত কৰি ৰাজসভাত উপস্থিত কৰালে।

গণিকাৰ তেনে অদ্‌ভুত কাৰ্য্য দেখা পাই ৰজাই মিচিকিয়া হাঁহি মাৰি কলে, "ভদ্রে! কাম মঞ্জৰি। মহামুনিৰ সৈতে বহাঁ।" ৰজাৰ কথাৰ অভিপ্রায় বুজিব পাৰি কামমঞ্জৰীয়েও মিচিকিয়া হাঁহি মাৰি বহিল, আৰু মুনিকো বহুৱালে। এই সময়ত অপৰূপা সুন্দৰী ৰমণী এগৰাকীয়ে *ঠিয়* হৈ হাত যোৰ কৰি ৰজাৰ ফালে চাই কলে, মহাৰাজ! মই আজি বাই কাম মঞ্জৰীৰ ওচৰত পৰাজয় মানিলো। আগৰ প্রতিশ্রুতি অনুসাৰে আজিৰ পৰা মই তেওঁৰ দাসত্ব স্বীকাৰ কৰিলোঁ। কথা শুনি সভাসদ্‌বৰ্গ বৰ বিস্মিত হ'ল। আনন্দত তেওঁলোকে উত্ৰাৱল হৈ চাপৰি বজাই হৈ চৈ কৰিবলৈ ধৰিলে। গণিকা কামমঞ্জৰীৰ বুদ্ধিৰ অপূৰ্ব্ব কৌশল দেখা পাই ৰজা মুগ্ধ হৈ পৰিল, আৰু তেওঁৰ চাটুৰ্য্যৰ ভূয়সী প্ৰশংসা কৰি মূল্যবান অলঙ্কাৰ আদি বহু পুৰস্কাৰ দিলে। সভাস্থ সম্ভ্রান্ত লোক বিলাকে আৰু অন্যান্য গণিকাবিলাকেও বহু উপহাৰ দান কৰিলে।

সভা ভাগিল। ৰজাই গণিকাক বিদায় দিলে। সভাস্থ লোকসকলে হৰ্ষধ্বনি কৰি দিহা দিযাবলৈ ধৰিলে। তেতিয়া গণিকা কামমঞ্জৰীয়ে মুনিৰ ওচৰত হাত যোৰ কৰি নম্ৰভাৱে কলে, "ভগবান্! এই দাসীৰ ওপৰত যে আপুনি কিমান অনুগ্ৰহ কৰিলে, মই তাক কৈ শেষ কৰিব নোৱাৰো। সেইবাবে দাসী আপোনাৰ ওচৰত চিৰকৃতজ্ঞ। আপোনাৰ উপকাৰৰ ঋণ মই কেতিয়াও পৰিশোধ কৰিব নোৱাৰিম। আপুনি দাসীৰ উদ্দেশ্য সিদ্ধ কৰিলে। এতিয়া আশ্ৰমলৈ যক আৰু নিজ কাৰ্য্যৰ অনুষ্ঠান কৰক গৈ।"

গণিকাৰ তেনে কথা শুনি মুনি একেবাৰে বজ্ৰাহতৰ দৰে হ'ল। মুনিয়ে উদ্‌ভ্ৰান্তৰ দৰে হৈ কলে "প্ৰিয়ে! কোৱা কি? অকস্মাতে তোমাৰ কিয় ভাৱান্তৰ হ'ল। মই তোমাৰ হঠাতে এনে বৈৰাগ্য হোৱাৰ কাৰণ বুজিব পৰা নাই। এনে উদাসীনতাৰ অৰ্থ কি? মোৰ প্ৰতি



সেই প্ৰগাঢ় অনুৰাগ তোমাৰ হৃদয়ৰ পৰা অকস্মাতে কিয় অন্তৰ্হিত হল? কোৱা প্ৰিয়ে! মই কি তোমাৰ কিবা অপৰাধ কৰিছোঁ?"

কামমঞ্জৰীয়ে ক'লে "মুনিৰাজ! আজি ৰাজসভাত যি গৰাকী ৰমণীয়ে মোৰ ওচৰত পৰাজিত হোৱা বুলি ৰজাৰ আগত স্বীকাৰ কৰিলে তেওঁৰ সৈতে এদিন মোৰ বিবাদ লাগিছিল। তেওঁ মোক ইতিকিং কৰি কৈছিল, যে তই কিয় এনে চাটুৰ্য্যৰ গৰ্ব্ব কৰিছ? তই যেন মৰীচি মুনি-কহে মুগ্ধ কৰি পেলাইছ? এই কথা লৈ শেষত এনে প্ৰতিজ্ঞা কৰা হৈছিল. যে মই যদি আপোনাক মুগ্ধ কৰিব পাৰোঁ, তেনে হলে তাই মোৰ ওচৰত দাসী হৈ থাকিব লাগিব। আপোনাৰ কৃপাত আজি মই প্ৰতিজ্ঞা নদী পাৰ হ'লো। ক্ষমা কৰিব, অপৰাধ কৰিছোঁ। এতিয়া যক, নিজ কাৰ্য্যৰ অনুষ্ঠান কৰক গৈ।"

গণিকাই তেনে ভাবে প্ৰতাৰণা কৰিছে বুলি বুজিব পাৰি মুনি বৰ অনুতপ্ত হৈ পৰিল। ভ্ৰান্ত মুনিয়ে দশোদিক অন্ধকাৰ যেন দেখিলে। হতাশাৰ মহাবৰ্ত্তত পৰি মুনিয়ে দিগ্‌বিদিগ্ শূন্য যেন বোধ কৰিলে। মহাভাগ! ময়েই সেই হতভাগ্য মুনি মৰীচি। গণিকাৰ দ্বাৰা প্ৰতাৰিত হৈ ইয়াতে এনেভাবে আছো। যি গণিকাই মোৰ হৃদয় ক্ষেত্ৰত অনুৰাগৰ সৌধ নিৰ্ম্মাণ কৰিছিল, আজি তাক ভাঙি চিঙি তাতে আকৌ বৈৰাগ্যৰ তপোবন পাতি থলে। সম্প্ৰতি আপুনি অঙ্গৰাজ্যৰ এই চম্পানগৰীতে থাকক। খুব সম্ভৱ সোনকালেই আপোনাৰ বন্ধুৰ খবৰ দিব পৰা যাব।" এইদৰে কৈ মুনি বিৰত হ'ল।

এই সময়তে মুনিৰ মনৰ মলে স্পৰ্শ কৰাৰ ভয়তেই যেন সূৰ্য্যদেৱে অস্তাচলত আৰোহণ কৰিলে। মুনিৰ অনুৰাগৰ দৰে সন্ধ্যাৰ আৰক্ত আভা ওলাই পৰিল। পতি বিৰহাতুৰা ৰমণীৰ নয়নৰ দৰে পদুম বিলাক সঙ্কুচিত হৈ পৰিল। মুনিৰ সৈতে মই সেই আশ্ৰমতে সন্ধ্যা কালৰ কৃত্য সমাপ্ত কৰি নানান কথা বতৰা পাতি ৰাতিটো কটালো।

ৰাতি পুৱাল। অৰুণৰ ৰাঙলি কিৰণমালাই ৰাতিৰ পুঞ্জীভূত অন্ধকাৰ ৰাশি আঁতৰাই পেলালে। ক্ৰমে দশোদিশ উদ্ভাসিত হৈ

পৰিল। মই প্ৰভাতৰ কৃত্য সমাপ্ত কৰি মুনিক প্ৰণাম জনাই নগৰৰ ফালে বাট ললো।

নগৰ সোমাই ৰাজ আলিৰ ওচৰত এখন বৌদ্ধ সন্ন্যাসীৰ আশ্ৰম দেখিবলৈ পালো। আশ্ৰমৰ এজোপা অশোক গছৰ তলত এজন শীৰ্ণকায়-সন্নাসী বহি থকা চকুত পৰিল। তেওঁক সমাধি লাভ কৰা যেন নালাগিল। তেওঁৰ মনটো কিবা এটা বেদনাৰে ভাৰাক্ৰান্ত বুলি অনুমান হ'ল। সন্নাসীজন দেখাত বৰ কদাকাৰ। ঘোৰ কৃষ্ণবৰ্ণ। চকুদুটাৰে অনবৰত বৈ পৰা লোৰে বুকুখন তিতি গৈছে। মই গৈ তেওঁৰ ওচৰত উপস্থিত হৈ কলো, "ক'ত সেই তপস্যা আৰু ক'ত এই অশ্ৰু-ধাৰা? যদি অত্যন্ত গোপনীয় নহয়, অথবা কোৱাত কোনো বাধা নাথাকে তেনে হলে এই অশ্ৰুপাতৰ কাৰণ জানিব পাৰোনে?"

"বাধা একো নাই। শুনক বাৰু। এই চম্পানগৰীৰ বণিক্ শ্ৰেষ্ঠ নিধিপালিতৰ মই ডাঙৰ লৰা। মোৰ নাম বসুপালিত। মই দেখাত কুৎসিত বুলি মানুহৰ মাজত মই বিৰূপ নামে জনাজাত। এই নগৰতে আন এজন সদাগৰৰ এজন লৰা আছে। তেওঁ সকলো কলাত নিপুণ আৰু ৰূপ সৌন্দৰ্য্যও তেওঁৰ যথেষ্ট আছে, কিন্তু তেওঁৰ সিমান ধন নাই। তথাপিও তেওঁ বৰ ধুনীয়া বুলি মানুহে তেওঁক সুন্দৰক বুলি মাতে। এই নগৰত কেতবোৰ ধূৰ্ত্তলোক আছে। সিহঁতে কিবা এটা সূত্ৰ লগাই পৰস্পৰৰ মাজত কাজিয়া লগাই দিয়ে। শেষত সিহঁতেই মধ্যস্থতা কৰি সমাধান কৰাৰ চলেৰে উভয় পক্ষৰ পৰা ধন আদায় কৰি জীৱিকা নিৰ্ব্বাহ কৰে।

এদিন কেইজন মান ধূৰ্ত্তলোকে সুন্দৰক আৰু মোৰ মাজতো ৰূপ আৰু ধনক নিমিত্ত কৰি এটা কাজিয়াৰ সূত্ৰপাত কৰিলে। কিছুদিন যোৱাত এদিনা এখন উৎসৱৰ ঠাইত ইয়াকে লৈ আমাৰ দুয়োৰো মাজত বাদানুবাদ লাগিল। তেতিয়া সেই ধূৰ্ত্তলোক সকলে মধ্যস্থতা কৰি কলে, যে ৰূপ বা ধন শ্ৰেষ্ঠতাৰ কাৰণ নহয়। কিন্তু এই নগৰৰ শ্ৰেষ্ঠ গণিকা কামমঞ্জৰীয়ে যাক ভাল পাব, সেই জনেইহে শ্ৰেষ্ঠ বুলি পৰিগণিত



হব। আমি দুয়ো তেওঁলোকৰ নিৰ্দেশ মানি লৈ কামমঞ্জৰীৰ ওচৰলৈ দূত পঠালো। বুজি নাপালো যে ধূৰ্ত্ত বিলাকে আমাক বেশ্যাৰ কপট জালত পেলাই সৰ্ব্বস্বান্ত কৰিব। কামমঞ্জৰীয়ে মোৰ ওচৰতে অনুৰাগ প্ৰকাশ কৰিলে। নীলোৎপলৰ দৰে কুটিল কটাক্ষ বিক্ষেপ কৰি মিচিকিয়া হাঁহি মাৰি মোৰ ওচৰত আহি উপস্থিত হল। সুন্দৰক লাজতে তলমূৱা হ'ল। মই মন্ত্ৰ মুগ্ধৰ দৰে গণিকাৰ কৃত্ৰিম প্ৰেমত মুগ্ধ হৈ সৰ্ব্বস্ব অৰ্পণ কৰিলো। আন কি ঘৰদুৱাৰ বন্ধু বান্ধৱ আদিকো বিসৰ্জ্জন দিলো। শেষত গণিকাই মোৰ সৰ্ব্বস্ব অপহৰণ কৰি কৌপিন মাত্ৰ বাকী ৰাখি বাহিৰ কৰি দিলে।

মানুহৰ নিন্দাত মুখ তুলিব নোৱাৰা হলো। নগৰৰ বুঢ়া লৰা তিৰোতাৰ তিৰস্কাৰে অতিষ্ঠ কৰি তুলিলে। মানুহৰ তীব্ৰ তিৰস্কাৰৰ জ্বালাত হৃদয় শতধা বিদীৰ্ণ হৈ গল। এজন নগ্ন সন্ন্যাসী লগ পালোঁ। তেওঁ মোৰ অৱস্থা দেখি এই আশ্ৰমলৈ মাতি আনি মুক্তিৰ উপদেশ দি কলে যে, যেয়ে বাৰঙ্গনাৰ কপট জালত পৰি দিগ্‌ভ্ৰান্ত হয়, তেওঁৰ পক্ষে এই পবিত্ৰ নগ্ন সন্ন্যাস গ্ৰহণ কৰাত বাহিৰে আৰু অন্য গতি নাই। তেওঁৰ উপদেশে মোৰ মনত এটা বৈৰাগ্যৰ ভাব জগাই তুলিলে। কৌপিন পৰ্য্যন্ত পৰিত্যাগ কৰি এতিয়া এই নগ্ন সন্ন্যাস গ্ৰহণ কৰি ইয়াতে আছো। এই ব্ৰত কিন্তু মোৰ মুঠেই ভাল লগা নাই। এইটো বৰ কদৰ্য্য ব্ৰত। ইয়াত গাৰ মলি গুচোৱা নিষিদ্ধ। নিতৌ মূৰ খুৰাব লাগে। পালে খাব লাগে নাপালে উপবাসে থাকিব লাগে। হাতত ভিক্ষাৰ জোলোঙালৈ ঘৰে ঘৰে ভিক্ষা কৰি ফুৰা এই ব্ৰতৰ এটা প্ৰধান অঙ্গ। এই ব্ৰতটো এটা উৎকট যন্ত্ৰণা বুলিহে মোৰ ধাৰণা হৈছে। মই এজন বৈশ্যৰ লৰা। এই পাষণ্ড পথত আগবঢ়াটো মোৰ স্বধৰ্ম্ম নহয়। মোৰ পূৰ্ব্ব পুৰুষ সকল বেদ স্মৃতি প্ৰভৃতি ধৰ্ম্ম শাস্ত্ৰ নিৰ্দ্দিষ্ট পথৰ অনুগামী মই যি সকলৰ সেই পবিত্ৰ পথ পৰিত্যাগ কৰি আজি এই পাষণ্ড পথত দুৰ্ভাগ্যৰ কাৰণে প্ৰবৃত্ত হৈ পৰিছো। এই ঘৃণনীয় বেশ ধৰি কষ্টকৰ ঠাইত অনাহাৰে অৰ্দ্ধাহাৰে বহুকষ্টে কাল যাপন কৰিব

লগিয়াত পৰিছো। ইহঁতৰ ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ আদি দেৱতাৰ নিন্দা বাক্যত মোৰ হৃদয় অসহ্য হৈ পৰিছে। মোৰ ইহলোকতো নষ্ট হৈছেই পৰলোকো যে নষ্ট হব ইয়াত অকনো সন্দেহ নাই! মহাভাগ। আপোনাক আৰু হৃদয়ৰ বেদনা কি জনাম? ইহঁতৰ কাৰ্য্য কলাপ দেখি মোৰ চিন্তাত পাৰ কূল নোহোৱা হৈছে। মই নিজৰ দুষ্কৰ্ম্মৰ কথা ভাবি ইয়াতে চকুলো টুকি বহি আছো।" সন্ন্যাসীয়ে এইবুলি ক'লে।

সন্ন্যাসীৰ হৃদয়ৰ বেথাভৰা দুখৰ কাহিনী শুনি মোৰ মনত বৰ দুখ লাগিল। তেওঁৰ শোকৰ কাহিনীয়ে মোৰ হৃদয় গলাই পেলালে। মই সন্ন্যাসীক কলো, "আপুনি ইয়াতে থাকক। চিন্তা নকৰিব। গণিকা কামমঞ্জৰী নিজেই আহি যাতে আপোনাৰ সকলো ধন সসন্মানে আপোনাক ঘূৰাই দিয়ে, মই আচৰ কালৰ ভিতৰতে তাৰ উচিত ব্যৱস্থা কৰিম। ইয়াৰ বহু উপায় আছে।"

সন্ন্যাসীক আশ্বাস দি মই নগৰ সোমালো। অনুসন্ধান কৰি জানিব পাৰিলো যে নগৰত বহুত ধনী কৃপণ লোক আছে। অচিনাকি লোক মই। কি জানিবা সন্দেহ কৰে? এই ভাবি বাহিৰত ধনৰ প্ৰতি একেবাৰে বিতৃষ্ণা দেখুৱাই গোপনে চৌৰ্য্য বৃত্তিত মন মেলিলো।

এখন জুচাখেলৰ আড্ডা (গোষ্ঠী) দেখিলো। তাত বহু খেলোৱাৰে জুৱাখেলা আৰম্ভ কৰিছে। মই সেই গোষ্ঠীৰ ভিতৰত সোমালো। সিহঁতৰ লগত লগলাগি পচিশ প্ৰকাৰ খেলাৰ নিয়ম শিকিলো। দ্যূত-ক্ৰীড়াত অন্যে গম ধৰিব নোৱাৰা হাতৰ অপূৰ্ব্ব কৌশল শিকিলো। কপট দ্যূত-ক্ৰীড়াত বিপক্ষক উত্তেজিত কৰা বাক্‌ভঙ্গী অভ্যাস কৰিলো। খেলাৰ প্ৰধান জনক কিদৰে সন্তুষ্ট কৰি ৰাখিব লাগে তাৰো প্ৰক্ৰিয়া জানি ললো। দ্যূত-ক্ৰীড়াত আসক্ত লোকৰ মুখৰ পৰা মাজে সময়ে ওলোৱা অশ্লীল কথাই যদিও মোৰ বিৰক্তি জন্মাইছিল, তথাপি তালৈ ভ্ৰূক্ষেপ নকৰি সিহঁতৰ সমাজৰ সভ্য হৈ পৰিলো। কিছুদিন গল।

এদিন এখন খেলাৰ আৰম্ভ হল। খেলত এজনে ঢাল মাৰোতে ভুল কৰিলে। দেখা পাই মোৰ হাঁহি উঠিল। মোক হঁহা দেখি বিপক্ষ



জনে খঙত চকু ৰঙা কৰি ধমক্ দি মোক কলে; "হেৰ! তই কোন অ'! হাঁহিৰ চলেৰে তই তাক কিয় ইঙ্গিত দিছ? আহ বাৰু তয়ে, ই অশিক্ষিত, তোৰ সৈতেই বাৰু খেল হক। তই দেখো জনা বুলি বৰ গৰ্ব্ব কৰিছ?" এই বুলি সভাৰ অধ্যক্ষৰ নিৰ্দ্দেশ লৈ মোৰ সৈতে সি খেল পাতিলে। দুৰ্ভাগ্যৰ কাৰণে সি খেলাত ঘাটিল। মই ষোল্ল হাজাৰ সোনৰ মোহৰ পালো। সেই মোহৰ বিলাকৰ দুভাগ কৰি আধা অধ্যক্ষক দিলো, আৰু আধাৰ দুভাগ কৰি এভাগ সভ্য সকলক ভগাই দি আধা মই নিজে আনিলো। মোৰ ব্যৱহাৰত অধ্যক্ষ আৰু সভ্য সকল সন্তুষ্ট হল। তেওঁলোকে মোৰ উচ্চ প্ৰশংসা কৰিলে। খেলাৰ শেষত অধ্যক্ষই মোক সমাদৰ কৰি ঘৰলৈ মাতি নিলে আৰু খুৱাই বুৱাই বৰ সৎকাৰ কৰিলে।

বিমৰ্দ্দক নামে মোৰ এজন বন্ধু আছিল। পোন প্ৰথমে তেওঁৰ সহায়তেই খেলোৱাৰ বিলাকৰ লগত সোমাবৰ মোৰ সুযোগ ঘটে। নগৰৰ মানুহৰ অৱস্থা স্বভাৱ চৰিত্ৰ আৰু আচাৰ ব্যবস্থা আদিৰ বিষয়ে মই তেওঁৰ পৰা জানিব পাৰিলো।

সুযোগ বুজি এদিন ৰাতি চুৰ কৰো বুলি ওলালো। নিশা যেতিয়া ঘোপ মৰা এন্ধাৰ হ'ল, তেতিয়া ক'লা কাপোৰেৰে গাটো কট্‌কটীয়া কৰি আগুৰি ললো। চিন্ ধৰিব নোৱাৰাকৈ মুখত অঞ্জন ঘহিঁলো। ককালত তীক্ষ্ণ ধাৰাল ছুৰী এখন গোপনে খুঁচি ললো। হাঁতুৰী, চিম্‌টা, জৰী, সৰাহ, যোগচূৰ্ণ, চাকি আৰু বজ্ৰকীট পোক আদি চৌৰ কাৰ্য্যৰ উপযুক্ত সা-সৰঞ্জাম লৈ এজন ধনী কৃপণ সদাগৰৰ ঘৰত সিন্ধি দিলো। পোন প্ৰথমে মানুহ সাৰে আছেনে নাই, পৰীক্ষা চোৱাৰ কাৰণে কৃত্ৰিম মানুহ এটা সুমুৱাই দি গম ললো। সুৰাঙা এটাৰে ভিতৰৰ সকলো খবৰ লৈ লাহে লাহে সোমালো। নিজ ঘৰৰ দৰে ভিতৰত থকা আটাই খিনি ধন লুটিলৈ নিৰ্ভয়ে বাহিৰ হৈ ওলালো। ঘোৰ অন্ধকাৰৰ মাজেদি ৰাজ আলিৰে আহি আছো এনেতে সমুখত বিদ্যুতৰ দৰে এটা পোহৰ চকুত পৰিল। দেখিলো এগৰাকী তৰুণী ৰমণী নানান অলঙ্কাৰৰ

জেউতিৰে ৰাজ আলি পোহৰাই আহিব ধৰিছে। ৰমণী এনে অপৰূপা সুন্দৰী যেন নগৰৰ মূৰ্ত্তিমতী জঙ্গমা ৰাজলক্ষ্মীহে। তেওঁ মোক দেখা পাই ভয়তে কপিব ধৰিলে। মই নিৰ্ভয়দি তেওঁক কলো, 'বালিক।! ভয় নকৰিবা। কোৱা তুমি কোন আৰু কলৈ যাবৰ অভিপ্ৰায়ে এই ভয়ঙ্কৰ আন্ধাৰ নিশাত সঙ্কটপূৰ্ণ ৰাজ পাথৰে আহিছা ?'

"মহাশয়! মই এই নগৰৰ বণিক্ শ্ৰেষ্ঠ কুবেৰ দত্তৰ কন্যা মোৰ নাম কুলপালিকা। এই নগৰত এজন ধনী সদাগৰৰ ধনমিত্ৰ নামে এজন লৰা আছে। মোৰ জন্ম হোৱাৰ সময়তে পিতাই সেই ধনমিত্ৰৰ লগত বিয়া দিম বুলি প্ৰতিজ্ঞা কৰিছিল। ধনামিত্ৰ বৰ উদাৰ লোক। পিতাক স্বৰ্গী হোৱাত পিতাকৰ সঞ্চিত ধন দুখীয়া দৰিদ্ৰক দান কৰি বৰ্ত্তমানে একেবাৰে নিঃকিন হৈ পৰিছে। এই দাতৃ গুণৰ কাৰণে মানুহে তেওঁৰ নাম থৈছে উদাৰক। মোৰ বিয়াৰ উপযুক্ত বয়স হোৱাত আগৰ প্ৰতিশ্ৰুতি অনুসাৰে যেতিয়া তেওঁ পিতাৰ ওচৰত বিয়াৰ প্ৰস্তাব কৰিলে, তেতিয়া নিৰ্ধন বুলি পিতাই তেওঁৰ প্ৰস্তাব উপেক্ষা কৰিলে আৰু অৰ্থপতি নামে আন এজন ধনী সদাগৰৰ লৰাৰ লগত মোক বিয়া দিয়াৰ থিক কৰিলে। এই কথা শুনি মই মনত বৰ মৰ্ম্মান্তিক বেদনা পালো। মই পিতাৰ পূৰ্ব্ব প্ৰতিশ্ৰুতি অনুসাৰে আগতে তেওঁক বৰণ কৰিছো যেতিয়া, মনেৰে হলেও মই তাক পৰিহাৰ কৰিব নোৱাৰো। আজি ৰাতিপুৱালে ধনমিত্ৰৰ লগত মোৰ বিয়া হব জানি প্ৰিয়তমৰ ইঙ্গিত অনুসাৰে সেই পাপকৰ্ম্মৰ হাত এৰাবৰ বাবে এই অন্ধকাৰ নিশাত সকলোৰে অতাকতে অকলে ওলাই আহিছো। মহাভাগ! আপোনাক কাবৌ কৰিছো যেন মোৰ আশা পূৰণত বাধা নজন্মায় মোক বাট এৰি দিয়ক। এই অলঙ্কাৰ আপোনাক দিলো" এই বুলি কন্যাই এটা অলঙ্কাৰৰ টোপোলা মোৰ হাতত দিলে।

"কন্যা! ভয় নকৰিবা। আহাময়ে তোমাক তোমাৰ অভিপ্ৰেত জনৰ ওচৰত থৈ আহোগৈ"—এই বুলিকৈ কেইখোজমান গৈছো



মাথোন, এনেতে অস্ত্ৰে শস্ত্ৰে আৰু আলোকেৰে সুসজ্জিত কিছুমান প্ৰহৰী আগৰ ফালে অহা দেখিবলৈ পালো। সেইবোৰ পহৰাদাৰক দেখা পাই কন্যাই ভয়তে থৰ্ থৰ্ কৰি কপিব ধৰিলে। মই আশ্বাস দি কলো "কন্যা! ভয় নকৰিবা। মোৰ হাতত এই তীক্ষ্ণ তৰোৱাল আছে। ইহঁত হাজাৰ জন আহিলেও এই তৰোৱালৰ আগত তিষ্ঠিব নোৱাৰিব। তুমি বালিকা! সেই কাৰণে উগ্ৰপথ নধৰি এটা সহজ উপায়েৰে ইহঁতৰ হাত সাৰাৰ দিহা মনত থিৰ কৰিছো। তুমি মনত কোনো দ্বিধাবোধ নকৰি মোৰ পৰামৰ্শ অনুসাৰে কাম কৰিলেই সহজে ইহঁতৰ হাত সাৰিব পৰা যাব। পহৰাদাৰবিলাক আমাৰ ওচৰ পোৱাৰ আগতে মই সাপে কামোৰাৰ ভাও জুৰি মাটিত নিশ্চেষ্ট হৈ পৰি থাকিম। সিহঁত যেতিয়া ওচৰ চাপিব তেতিয়া তুমি ব্যতিব্যস্ত হৈ কান্দি কাতি কৰা যে, ডাঙৰীয়াসকল এই নগৰতে আমাৰ ঘৰ। কুটুম্বৰ ঘৰৰপৰা ঘূৰি আহোতে আমাৰ ৰাতি হ'ল। অন্ধকাৰত আহি থাকোতে হঠাৎ মোৰ এই স্বামীক সাপে কামুৰিলে। এই নিৰ্জ্জন অন্ধকাৰ নিশাত হঠাৎ এনে বিপদ হোৱাত মই কিংকৰ্ত্তব্য বিমূঢ় হৈ পৰিছো। ভাগ্যক্ৰমে আপোনালোক আহি উপস্থিত হৈছে। যদি আপোনালোকৰ ভিতৰত কোনোবাজন সৰ্পবৈদ্য আছে, তেনেহলে অনুগ্ৰহ কৰি মোৰ স্বামীক বচাই মোৰ জীৱন দান কৰে যেন।"

অনিচ্ছা সত্ত্বেও গত্যন্তৰ নেদেখি মোৰ পৰামৰ্শ মতে কন্যাই কাম কৰিবলৈ স্বীকাৰ কৰিলে। মই বিষৰ বিকাৰ দেখুৱাই মাটিত বাগৰি পৰি থাকিলো। সিহঁত যেতিয়া ওচৰ চাপিল, তেতিয়া কন্যাই মই কোৱা মতে সিহঁতক কলে। সিহঁতৰ ভিতৰত এজনে সাপৰ মন্ত্ৰ জনা বুলি গৰ্ব্ব কৰি মোক নানা প্ৰকাৰ জৰাফুকা কৰিলে। ফল একো নধৰিলে। ধৰিবই বা কিয়? শেষত সি কলে "তোমাৰ স্বামীক কালে দংশন কৰিছে। চোৱা। শৰীৰটো একেবাৰে ক'লা পৰিছে। নিশ্বাস প্ৰশ্বাস নাই। চকু মুদ খাইছে; গাটো তেনেই চেচা পৰি গৈছে। বালিকা! শোক কৰাৰ কাৰণ নাই। ই বিধিৰ বিধান। ৰাতি

বেচি নাই। অলপ ইয়াতে অপেক্ষা কৰি থাকা। ৰাতি পুৱালে আমি আহি শটোৰ সৎকাৰ কৰিম।" এই বুলি কৈ সেই পহৰাদাৰ বিলাক গুচি গল।

সিহঁত যেতিয়া গ'ল মই তাৰ পৰা উঠি কন্যাক উদাৰকৰ ওচৰলৈ নি শোধাই দি কলো, "মই এজন চোৰ। এই কন্যাজনী তোমাৰ অনুৰক্তা। অন্ধকাৰ নিশাত ৰাজ আলিৰে অকলে আহি থাকোতে হঠাতে মোৰ সৈতে বাটত দেখাদেখি হল। অকলশৰীয়াকৈ অহা দেখি কিবা বিপদ হব পাৰে বুলি আশঙ্কা কৰি মই এওঁক তোমাৰ ওচৰলৈ লৈ আহিছো। এইবোৰ এওঁৰ অলঙ্কাৰো।" এই বুলি অলঙ্কাৰবিলাক উদাৰকৰ হাতত দিলো। উদাৰক মোৰ কাৰ্য্য কলাপ দেখি বৰ বিস্মিত হ'ল। তেওঁ অলঙ্কাৰখিনি হাত পাতি ললে যদিও লাজতে তলমুৱা হৈ কিছু সময় থাকিলে। পাচত আনন্দত উদ্‌বেলিত হৈ কলে, "মহাত্মন! মই কব নোৱাৰো যে আপুনি কিমান উপকাৰ কৰিলে। এই ঘোৰ নিশাত এফালে যেনেকৈ প্ৰিয়াক আনি দিলে, আনফালে তেনেকৈ মোৰ কথাও অপহৰণ কৰিলে। আপোনাৰ এই কামটোৱেই যে কেবল অদ্‌ভুত এনে নহয়, আপোনাৰ চৰিত্ৰও অদ্‌ভূত বুলি মোৰ ধাৰণা হৈছে। এনে বিস্ময়কৰ কাৰ্য্য ইয়াৰ আগতে কোনোবাই কৰা বুলি মোৰ বিশ্বাস নহয়। বস্তুশক্তি প্ৰতিনিয়ত। যি বস্তুৰ যি শক্তি, সি তাতেহে থাকে, আনত থাকিব নোৱাৰে। আপুনি যে চোৰ বুলি কৈছে, সঁচাকৈয়ে আপুনি চোৰ। যিহেতুকে মোৰ বাক্য চুৰি কৰি নিছে। মই দেখিছো আপোনাৰ অইনৰ দৰে লোভ আদি থকাৰ কোনো পৰিচয় নাই। সাধুতাৰ পবিত্ৰ নিদৰ্শনৰ জ্বলন্ত দৃষ্টান্ত এটা আজি আপুনি ডাঙি ধৰিলে। আপুনি আগতে যে এনে ধৰণৰ পবিত্ৰ কাম কিমান কৰিছে তাক কোনে কব পাৰে? উদাৰতাৰ মহান চিত্ৰ এটা আজি চকুৰ আগত দেখিলো। এই উদাৰতাৰে মোক কিনি লৈছে বুলি কোৱা কথাযাৰৰ কোনো মূল্য নাই। প্ৰিয়াদানৰ প্ৰতিদান স্বৰূপে মোৰ শৰীৰটো আপোনাৰ ওচৰত অৰ্পণ



কৰিছো বুলি কলে আপোনাৰ মহত্ত্বৰ হানি কৰাহে হব। আমাৰ কথা এয়ে যে আজিৰ পৰা এই দাসজনৰ সৰ্ব্বতোভাবে আপুনি ৰক্ষাৰ ভাৰ বহন কৰিব লাগিব।" এই বুলি কৈ উদাৰক মোৰ ভৰিত দীঘল দি পৰিল। তেওঁক মাটিৰ পৰা তুলি বুকত সাবতি লৈ মই কলো ভাই চিন্তা নকৰিবা। যি কৈছা সেয়ে হব। বাৰু কোৱা তুমি এতিয়া মনত কি ভাবিছা?"

"বাপেক মাকৰ সন্মতি ব্যতিৰেকে এওঁক বিয়া কৰাই মই ইয়াত নিৰাপদে থাকা টান হব। গতিকে আজি ৰাতিৰ ভিতৰতে ইয়াৰ পৰা অন্য ঠাইলৈ যোৱাটোকে মই ভাল বুলি বিবেচনা কৰো। অথবা আপুনি যি কৰিবলৈ আদেশ দিয়ে মই তাকেই কৰিম" উদাৰকে কলে "বাৰু এইটো থক। বিদগ্ধলোকে স্বদেশ বা বিদেশ বুলি কোনো গণনা নকৰে। কিন্তু এওঁ বালিকা। তাতে আকৌ অতি সুকুমাৰী। এই গভীৰ এন্ধাৰ নিশাত দুৰ্গম গহীন বনৰ মাজৰ বাটেদি বিপদক-মূৰ পাতি লৈ দেশান্তৰলৈ যোৱাটো জানো দুঃসাহসিক কাৰ্য্য নহয়? বিপদক এনেকৈ বুকত সাবতি ধৰি দেশান্তৰলৈ পলাই যোৱাটোৱে বুদ্ধি আৰু বলৰ অভাবৰ পৰিচয়হে দিয়ে। গতিকে তুমি এওঁৰ সৈতে ইয়াতেই থকাটো উচিত হব। আহা এতিয়াই এওঁক ঘৰত থৈ আহোগৈ।" মই কলো।

উদাৰকে বিনাবাক্যব্যয়ে মোৰ কথাত মান্তি হ'ল। দুয়োগৈ তেওঁক (কন্যাক) বাপেকৰ ঘৰত থৈ কন্যাৰ সূত্ৰতে ঘৰৰ সকলো ধনৰত্ন চুৰ কৰি বাহিৰ হলো? চুৰ কৰা ধনবোৰ এঠাইত পুতি থলো। আন্ধাৰ নিশাত দুয়ো আহিব ধৰিছো; এনেতে আগৰ ফালে কিছুমান শস্ত্ৰ সুসজ্জিত প্ৰহৰী চকুত পৰিল। দৈববশত আলিৰ ওচৰতে এটা হাতী ঠিয় দি থকা দেখা পালো হাতীটোৰ মাউত জন ওপৰত টোপনিয়াই আছিল। মই পাচৰ ফালেৰে নেজত ধৰি হাতীটোত উঠিলো। মোৰ লগে লগে উদাৰকো উঠিল। মই মাউতক ওপৰৰ পৰা হাতীৰ আগত গটামাৰি পেলাই দি গলৰ জৰীত ভৰি দুখন সুমাই আগৰ পিনে চলাই দিলো।

হাতীটোৱে মাউতক ভৰিৰে গছকি তাৰ নাড়ীভুৰু বিলাক শুঁৰত মেৰাই লৈ আগৰ ফালে লৰ মাৰিলে। হাতী লগাই দি সেই প্ৰহৰী বিলাকক চিন্ন ভিন্ন কৰি পেলালো। শেষত অৰ্থপতিৰ ঘৰলৈ গৈ ঘৰদুৱাৰ ভাঙি চিঙি থৈ আহি এখন চনবাৰীত সোমালো। তাৰে গছ এজোপাক আশ্ৰয় কৰি দুয়ো হাতীৰ পৰা নামি ঘৰলৈ আহিলো আৰু গামূৰ ধুই শুই থাকিলো।

অলপ পাচতে ৰাতি পুৱাল। সূৰুযৰ ৰাঙলি কিৰণ মালাই দশোদিক উদ্‌ভাসিত কৰিলে। দুয়ো বিছনাৰ পৰা উঠি হাতমুখ ধুই পুৱাৰ আৱশ্যকীয় নিত্যকৃত্য কৰি নগৰৰ ভিতৰৰ ফালে ফুৰিবলৈ গলো। ইফালে সিফালে ফুৰি থাকোতে শুনিবলৈ পালো যে আমাৰ ৰাতিৰ কাৰ্য্যৰ খবৰ বাহিৰ হৈছে। বৰ আৰু কন্যাৰ ঘৰত হাহাকাৰ উঠিছে। শুনিলো অৰ্থপতিয়ে কুবেৰদত্তক বহু ধন দিছে আৰু কন্যা কুলপালিকাক এমাহৰ ভিতৰত বিয়া কৰাবলৈ স্থিৰ কৰিছে।

মই ধনমিত্ৰক ( ওৰফে উদাৰক ) গোপনে এটা পৰামৰ্শ দি কলো— "আপোনাক মই ৰত্নপূৰ্ণ এই চামৰাৰ মোনা দিলো। আপুনি মোনাটো লৈ অঙ্গৰজাৰ ওচৰলৈ গৈ কব যে, মহাৰাজ মোৰ পিতা বসুমিত্ৰৰ যে বহুকোটি ধন আছিল আপুনি এইটো জানে। মই তেওঁৰ একমাত্ৰ লৰা। নগৰৰ দৰিদ্ৰ লোক সকলৰ কল্যাণৰ কাৰণে সকলো বিলাই দি এতিয়া মই সকলোৰে অৱজ্ঞাৰ পাত্ৰ হৈ পৰিছো। এই নগৰৰ বণিক কুবেৰদত্তই তেওঁৰ কন্যা কুলপালিকাক আগতে মোলৈ বিয়া দিওঁ বুলি প্ৰতিশ্ৰুতি দিছিল। মোৰ ধন নাইকিয়া হোৱাৰ কাৰণে এতিয়া মোলৈ নিদি অৰ্থপতি নামে আন এজনলৈ বিয়া দিয়াৰ থিক কৰিছে। এই অৱজ্ঞাৰ কাৰণে দাৰিদ্ৰ্যৰ হাতৰ পৰা মুক্তি পাবৰ কাৰণে মনত ধিক্কাৰ কৰি আত্মহত্যাৰ উপক্ৰম কৰিছো মাথোন এনেতে কৰবাৰ পৰা এজন সন্ন্যাসী আহি সেই ঠাইত হঠাৎ উপস্থিত হ'ল। তেওঁ দূৰতে হাতবাও দি মোক নিষেধ কৰি কৰি ওচৰলৈ আহি কলে ; "হেৰা বোপাই, কৰা কি ? এই দুঃসাহসিকতাৰ কাৰণ কি কোৱাচোন বাৰু ?"



"অৱজ্ঞাৰ একমাত্ৰ কাৰণ দৰিদ্ৰতাই মোৰ ইয়াৰ কাৰণ", মই কলো। "বাচা ! তোমাতকৈ কোনোবা মূৰ্খ আছে বুলি মোৰ মনে নকয়। তুমি নাজানানে আত্মহত্যাতকৈ যে আৰু কোনো ডাঙৰ পাপ নাই ? সাধুবিলাকে নিজক উদ্ধাৰ কৰে আত্মৰক্ষা কৰিহে ? আত্মহত্যা কৰিতো নহয় ? ধন উপাৰ্জ্জন কৰাৰ বহু উপায় আছে। কিন্তু ডিঙি চিগি গ'লে তাক জোৰা লগোৱাৰ জানো কিবা উপায় আছে ? থিৰ হোৱা। এনে দুঃসাহসিক কাৰ্য্যৰ পৰা মনটো ওভোতাই আনা। মই এজন মন্ত্ৰসিদ্ধ পুৰুষ। মোৰ ওচৰত এটা ৰত্নপূৰ্ণ চামৰাৰ মোনা আছে। এই মোনাটো পবিত্ৰ ঠাইত দেৱতাৰ দৰে ৰাখি উপসনা কৰিলে ইয়াৰ পৰা প্ৰতিদিনে পুৱা একলক্ষ কৰি সোনৰ মোহৰ পোৱা যায়। মই কামৰূপত এই মোনাখনৰ গুণতে প্ৰজাসাধাৰণৰ দাৰিদ্ৰ্য গুচাই বৰ সন্মান পাইছো। এতিয়া মোৰ বাৰ্দ্ধক্য আহি উপস্থিত হৈছে। সেই কাৰণে নানাদেশ পৰ্য্যটন কৰি কৰি আহি আজি স্বৰ্গ সদৃশ এই মিথিলা ৰাজ্যত উপস্থিত হৈছো। ইয়াৰ প্ৰতি মোৰ এতিয়া আৰু মমতা নাই। কোনোবা উপযুক্ত পাত্ৰত অৰ্পণ কৰি ইহসংসাৰৰ পৰা বিদায় লবৰ ইচ্ছা। তোমাৰ অৱস্থা দেখি তোমাকে দিয়াটো উচিত বুলি মোৰ মনত লাগিছে। তুমি চামৰাৰ ৰত্ন পূৰ্ণ এই মোনাখন নিয়া। কিন্তু এটা কথা জানিবা যে এই মোনাটোৱে মোৰ বাহিৰে বণিক্ জাতি আৰু বেশ্যা জাতিকহে ধন দিয়ে, তাত বাহিৰে আনক ধন নিদিয়ে। আৰু আন এটা বিশেষ কথা এই যে যেয়ে এই মোনাটোৰ উপাসনা কৰিব খোজে, তেওঁ যদি কাৰোবাৰ পৰা অন্যায় ভাবে ধন আহৰণ কৰি থাকে, তেনেহলে সেই ধনবোৰ সন্মানৰ সৈতে তেওঁক ওভোতাই দিব লাগিব, আৰু ন্যায়াৰ্জ্জিত ধনবিলাকো দেৱতা ব্ৰাহ্মণৰ উদ্দেশ্যে নিঃশেষ কৰি দান দি একেবাৰে ৰিক্ত হস্ত হব লাগিব। তাৰ পাচত যথা নিয়মে উপাসনা কৰিলে পুৱা দেখা পাব যে মোনা ৰত্নেৰে পৰিপূৰ্ণ হৈ আছে।" সন্ন্যাসীয়ে মোক এই বুলি কৈ মোনাখন দি আশীৰ্ব্বাদ কৰি এটা গাতেৰে অদৃশ্য হৈ পৰিল। ঘটনাটো আপোনাৰ

ওচৰত নিবেদন কৰিলো।” এই বুলি কলে ৰজাই নিশ্চয় কব যে বাৰু যোৱা তোমাৰ ইচ্ছা অনুসাৰে ব্যৱহাৰ কৰাগৈ। তেতিয়া আপুনি ৰজাৰ ওচৰত আকৌ প্ৰাৰ্থনা কৰিব যে মহাৰাজ! ধনৰ লোভত পৰি কোনোবাই কেতিয়াবা মোনাটো চুৰ কৰিব পাৰে। সেইটো যাতে হব নোৱাৰে আপুনি তাৰো ব্যৱস্থা কৰে যেন। ৰজাই সেইটোও স্বীকাৰ কৰিব। আপুনি তেতিয়া ঘৰলৈ ওভতি আহি মই কোৱা মতে সকলো সঞ্চিত ধন দান কৰিব আৰু ৰাতি চুৰ কৰি অনা ধন ভৰাই থৈ পূৰা বিশ্বাস হোৱাৰ বাবে মানুহৰ মাজত প্ৰকাশ্য ভাৱে মোনাটো সোলোকাই ধনবোৰ দেখুৱাব। তেতিয়া অৰ্থৰ লোভত পৰি কুবেৰ দত্তই অৰ্থপতিক তৃণ বুলিও গণ্য নকৰি কন্যা কুলপালিকাক আকৌ আপোনালৈকে যে দিব ইয়াত অকনো সন্দেহ নাই। অৱশ্যে অৰ্থপতিয়ে অৰ্থৰ গৰ্ব্বত ক্ৰুদ্ধ হৈ ৰজাৰ ওচৰত গোচৰ দি প্ৰতিবন্ধকতা জন্মাবৰ চেষ্টা কৰিব পাৰে। কৰক। ভয় নাখাব। মই নানা উপায়ে তাক নঙঠা কৰি এৰিম। এইটো কৰিব পাৰিলে আপোনাৰ বিয়া খনো হব আৰু আমাৰ চুৰ কৰা কামটোও গোপনহৈ থাকিব।”

মোৰ পৰামৰ্শমতে ধনমিত্ৰই উল্লাসিত হৈ কাম কৰিলে। অৰ্থপতিক উত্তেজিত কৰাৰ কাৰণে বন্ধু বিমৰ্দ্দকক দাস হৈ তেওঁৰ ওচৰত থাকিবলৈ আদেশ দিলো। তেওঁ মোৰ কথা মতে অৰ্থপতিৰ দাসত্ব কৰিব ধৰিলে। তেওঁ অৰ্থপতিক উচতাই দি উদাৰকৰ সৈতে কাজিয়াৰ সৃষ্টি কৰিলো। ধনৰ লোভত পৰি কুবেৰদত্তই কন্যা কুলপালিকাক অৰ্থপতিলৈ নিদি পুনৰাই ধনমিত্ৰক দিবলৈ বন্দোবস্ত কৰিলে। তেতিয়া ক্ষুব্ধ হৈ অৰ্থপতিয়ে বাধা জন্মালে।

এনেকৈ কিছুদিন যোৱাৰ পাচত এদিন এটা জনৰৱ উঠিল যে সেইদিনা কামমঞ্জৰীৰ ভনীয়েক ৰাগমঞ্জৰীয়ে এখন উৎসৱ সভাত নৃত্য কৰিব। নগৰৰ লোকসকল ৰাগমঞ্জৰীৰ নৃত্য চাবলৈ বুলি উল্লাসিত হৈ চাৰিওফালৰ পৰা উৎসৱৰ ঠাইলৈ গল। ময়ো বন্ধু ধনমিত্ৰৰ সৈতে গলো। নৃত্য আৰম্ভ হল। ৰাগমঞ্জৰীয়ে এনে মধুৰ আকৰ্ষনীয় নৃত্য



কৰিলে যে মোৰ মনটো যেন তেওঁৰ নৃত্যশালা হৈ পৰিল। মধুৰ নৃত্যৰ ৰস আৰু ভাৱৰ আবেশত মই অত্যন্ত মুগ্ধ হৈ পৰিলো। নৃত্যৰ কি অপূৰ্ব্ব ভঙ্গী। তালে তালে দিয়া তেওঁৰ কুটিল কটাক্ষৰ বিক্ষেপ মোৰ মনৰ মাজত একোপাত কামদেৱৰ তীক্ষ্ণ শৰৰ দৰে বাজি উঠিল। নৃত্য শেষ হল। সমজুৱা সকলৰ পৰা প্ৰশংসা বাক্যৰ সৈতে যথেষ্ট পাৰিতোষিক লাভ কৰি তেওঁ বিদায় গ্ৰহণ কৰিলে। বিলাস কৰিয়ে নে অভিলাষ কৰিয়ে অথবা অকস্মাতে কব নোৱাৰো, যোৱাৰ সময়ত তেওঁ লগৰীয়া বিলাকে নজনাকৈ মোৰ ফালে চকু ঘূৰাই মিচিকিয়া হাঁহি এটা মাৰি গুচি গল। তেওঁৰ সেই ভ্ৰূভঙ্গীৰ সৈতে কৰা কটাক্ষ বিক্ষেপ মোৰ মনৰ মাজত এপাত কামদেৱৰ তীব্ৰ শৰ যেন লাগিল। প্ৰবল উৎকণ্ঠাই মোক অস্থিৰ কৰি তুলিলে।

সভাৰ পৰা উভতি আহি মূৰৰ বিষ উঠা বুলি বিছনাত শুই পৰিলো। সিদিনা আৰু আহাৰ কৰা নহল। বন্ধু ধনমিত্ৰ ৰতিশাস্ত্ৰত বিচক্ষণ। তেওঁ মোৰ শৰীৰৰ অৱস্থা দেখা পাই মনৰ গতি বাঢ়িয়াকৈ বুজি পালে। ওচৰত বহি মিচিকিয়া হাঁহি মাৰি কলে। “সখি! গণিকা ৰাগমঞ্জৰী সচাকৈয়ে ধন্যবাদৰ পাত্ৰ। কিয়নো ক্ষন্তেকৰ ভিতৰতে তেওঁ আপোনাৰ মন অধিকাৰ কৰি পেলাইছে। পিছে আপোনাৰেই যে এনে অৱস্থা হৈছে, অকল সেইটো নহয়—তেওঁৰো এই দশাই হৈছে বুলি মোৰ অনুমান। আপোনালোকৰ দুয়োৰো উপযুক্ত পাত্ৰতে কামদেৱে অনুৰাগৰ বীজ বপন কৰিছে। মিলনত সিমান একো বেচি যত্ন লব নালাগিব। কিন্তু কথা এটা এই যে ৰাগমঞ্জৰী গণিকাৰ কন্যা হলেও তেওঁ গণিকা বৃত্তি কৰাৰ একেবাৰে বিৰোধিনী। তেওঁ স্পষ্টকৈ এইদৰে কৈছে “মোক কোনেও ধনেৰে বশীভূতা কৰি উপভোগ কৰিব নোৱাৰে। মই অইন গণিকাৰ দৰে ধনহাৰ্য্যা নহয়। মই গুণহাৰ্য্যা হে। মই গুণৰ পূজাৰিণী। যি লোক গুণবান হব তেওঁহে মোৰ এই জীৱন আৰু যৌবন উপভোগ কৰাৰ অধিকাৰী হব পাৰিব। কুল-কামিনীৰ দৰে বিবাহ ব্যতিৰেকে মই কাকো ভজনা নকৰো।”

মাক মাধৱ সেনা আৰু বায়েক কামমঞ্জৰীয়ে ৰাগমঞ্জৰীক এই প্ৰতিজ্ঞাৰ পৰা বিৰত থাকিবলৈ বহুযত্ন কৰিও যেতিয়া নিৰাশ হল, তেতিয়া ৰজাৰ ওচৰত নিবেদন কৰিলে "মহাৰাজ! আপোনাৰ দাসী ৰাগমঞ্জৰীৰ যেনে ৰূপ গুণ আৰু শিল্প আদি কলাত নৈপুণ্য আছে, আমি ভাবিছিলোঁ যে তেওঁ আমাৰ আশা পূৰণ কৰিব। কিন্তু সেইটো নহয়। তেওঁ আমাৰ কুলোচিত ধৰ্ম্মৰ ওপৰত বিৰক্ত হৈ কুলবধূৰ দৰে আচৰণ কৰিছে। ধনৰ লোভ সম্পূৰ্ণ পৰিত্যাগ কৰি গুণীৰ প্ৰতিহে অনুৰক্ত হৈ পৰিছে। আৰু প্ৰকাশ কৰিছে যে তেওঁ বিবাহ ব্যতিৰেকে কাকো ভজনা নকৰে। আপুনি যদি কিবা প্ৰকাৰে তেওঁৰ মতি ফিৰাই আনি দিব পাৰে, তেনে হলে আপোনাৰ ওচৰত চিৰ ঋণী হৈ থাকিম।"

মাক আৰু বায়েকৰ অনুৰোধ এৰাব নোৱাৰি ৰজাই ৰাগমঞ্জৰীক বহু প্ৰকাৰে বুজালে। কিন্তু ৰাগমঞ্জৰীৰ প্ৰতিজ্ঞাৰ কোনো লৰচৰ কৰিব নোৱাৰিলে। তেতিয়া দুয়োজনে ৰজাৰ ওচৰত কাকুতি মিনতি কৰি প্ৰাৰ্থনা কৰিলে 'মহাৰাজ! কোনোবা ধূৰ্ত্তলোকে যদি আমাৰ অনুমতি নোহোৱাকৈ ৰাগমঞ্জৰীক প্ৰতাৰণা কৰি কুলোচিত ধৰ্ম্মৰ পৰা ভ্ৰষ্ট কৰে, তেনেহলে সেই জনক যেন চোৰৰ শাস্তি বিহা হয়।' ৰজায়ো সেইটো স্বীকাৰ কৰিলে। এনে অবস্থাত ধন ব্যতিৰেকে আত্মীয়বিলাকক সন্তুষ্ট কৰা টান আৰু ধন দিয়া কথা শুনিলে ৰাগমঞ্জৰীক পোৱাৰ আশাও এৰিব লগীয়া হয়, গতিকে ইয়াত এনে এটা উপায় উদ্‌ভাৱনৰ চিন্তা কৰা উচিত হব, যাতে কামটো সিদ্ধ হব পাৰে।"—ধনমিত্ৰই এইদৰে কৈ বিৰত হ'ল।

"তেনে হলে ইয়াত আৰু চিন্তা কৰিবৰ কি আছে। গুণেৰে ৰাগমঞ্জৰীক আয়ত্ত কৰি, গোপনে ধন দি মাক আৰু বায়েকক সন্তুষ্ট কৰিম।" এই বুলি মই ক'লো। ধৰ্ম্মৰক্ষিকা নামে কামমঞ্জৰীৰ এজনী চতুৰা দূতী আছিল। তেওঁক কাপোৰ আদি দি হাত কৰিলো। তেওঁৰ হতুৱাই কামমঞ্জৰীৰ লগত এই বন্দোবস্ত কৰিলো যে "উদাৰকৰ ওচৰত যি সুৱৰ্ণৰ মোহৰ পূৰ্ণ চামৰাৰ মোনা এখন আছে, মই সেই



মোনাখন চুৰ কৰি আনি তোমাক দিম যদি তাৰ প্ৰতিদানৰ স্বৰূপে তোমাৰ ভগ্নী ৰাগমঞ্জৰীক মোলৈ দিয়াৰ প্ৰতিশ্ৰুতি দিয়া।" ধনৰ মোহত ভোলগৈ কামমঞ্জৰীয়ে সেইটো স্বীকাৰ কৰিলে। মই উদাৰকৰ ওচৰৰ পৰা সেই মোনাখন চুৰ কৰি আনি কামমঞ্জৰীক দিলো। মোনাখন পাই কামমঞ্জৰীৰ আনন্দৰ সীমা নাইকিয়া হল। ৰাগমঞ্জৰী আগৰে পৰা মোৰ গুণত মুগ্ধা হৈ আছিল, গতিকে বিয়া হোৱাত আৰু একো বাধা নহল। আমাৰ দুয়োৰো বিয়াখন হৈ গল।

যিদিনা ৰাতি ৰত্নপূৰ্ণ চামৰাৰ মোনাখন চুৰ হোৱা কথাটো জনাজাত হল সিদিনাখন সন্ধ্যাবেলা কোনো কাৰণ বশত নগৰৰ গণ্যমান্য বহু লোক এঠাইত গোট খাইছিল! অৰ্থপতিৰ ঘৰত গোপনে চাকৰ হৈ থকা মোৰ গুপ্তচৰ বিমৰ্দ্দকে সেই ভদ্ৰ সমাজত ধনামিত্ৰক বহু তৰ্জ্জন গৰ্জ্জন কৰি অবমাননা কৰিলে। তেতিয়া ধনমিত্ৰই কলে হেৰা, "তুমি অনাহকত মোক কিয় এনেকৈ তৰ্জ্জন গৰ্জ্জন কৰিছা? মই তোমাৰ কিবা অপকাৰ কৰা বুলিতো মনত নপৰে? পৰৰ কাৰণে এনে অপমান কৰা জানো উচিত?"

"এৰা! তাকেই ধনমদ বুলি কয়, অন্যলৈ দিব খোজা ছোৱালীক ধনৰ লোভ দেখুৱাই নিজে বিয়া কৰাবলৈ অপচেষ্টা কৰাটোকে বোলে ধনগৰ্ব! তুমি জানো এইটোকে কৰিব খোজা নাই? আৰু সুধিছা বোলে মই তোমাৰ কি অপকাৰ কৰিছো। এইটো জানো অপকাৰ নহয়? কাৰো অবিদিত নাই যে বিমৰ্দ্দক বণিক্ অৰ্থপতিৰ দ্বিতীয় প্ৰাণ। প্ৰয়োজন হলে অৰ্থপতিৰ কাৰণে মই প্ৰাণ বিসৰ্জ্জন দিবলৈকে প্ৰস্তুত আছো, আনকি ব্ৰহ্মবধ কৰাৰ কাৰণেও কুণ্ঠিত নহওঁ। তোমাৰ এই ৰত্নপূৰ্ণ চামৰাৰ মোনাৰ গৰম এৰাতিৰ ভিতৰতে চেঁচা কৰি দিব পাৰো।" এই বুলি বিমৰ্দ্দকে আকৌ তৰ্জ্জন গৰ্জ্জন কৰিলে।

বিমৰ্দ্দকৰ তেনে নিষ্ঠুৰ অভদ্ৰোচিত ব্যবহাৰ দেখা পাই সম্ভ্ৰান্ত নাগৰিক সকলৰ বৰ খং উঠিল। তেওঁলোকে তাক সমাজৰ পৰা বাহিৰ কৰি উলিয়াই দিলে। ধনমিত্ৰই চামৰাৰ ৰত্নপূৰ্ণ মোনাখন চুৰি হোৱাৰ

ঘটনাটো ৰজাৰ ওচৰত জনালে লগতে বিমৰ্দ্দকৰ কথাটোৰো উল্লেখ কৰিলে। তেতিয়া ৰজাই অৰ্থপতিক মতাই আনি গোপনে সুধিলে৷ "অৰ্থপতি—বিমৰ্দ্দক বোলা তোমাৰ কোনোলোক আছেনে ?" "হয় মহাৰাজ ! মোৰ এজন বন্ধু আছে, তেওঁৰ প্ৰয়োজন কি ?" সেই মূৰ্খই এই বুলি কলে। "তেওঁক ইয়ালৈ মাতি আনিব পাৰা জানো ? যদি পাৰা তেন্তে লৈ আহাগৈ" ৰজাই কলে। "মহাৰাজ ! নোৱাৰিম কিয় ? বাৰু আনোগৈ" এই বুলি কৈ নিজৰ ঘৰত, বেশ্যালয়ত, জুৱাখেলাত আৰু হাটে ঘাটে তন্ন তন্ন কৰি বিচাৰিলে কিন্তু বিমৰ্দ্দকৰ কতো একো গম নেপালে। পাব কেনেকৈ ? মোৰ নিৰ্দ্দেশ অনুসাৰে সিদিনাতে মোৰ পৰা এটা চিনলৈ আপোনাৰ অনুসন্ধান কৰাৰ বাবে মিথিলালৈ গৈছে। বহু অনুসন্ধান কৰিও অৰ্থপতিয়ে যেতিয়া বিমৰ্দ্দকক নেপালে, তেতিয়া বিমৰ্দ্দকৰ অপৰাধটো নিজৰ অপৰাধ বুলি ধৰিবলৈ ভয়তে হওঁক বা অজ্ঞান বশতই হওঁক কথাটো স্বীকাৰ কৰিলে। ধনমিত্ৰৰ অভিযোগ অনুসাৰে ৰজাই বিচাৰ কৰি অৰ্থপতিক দোষী সাব্যস্ত কৰি কাৰাগাৰত বন্দী কৰি থলে।

ইফালে কামমঞ্জৰীয়ে সেই সময়তে চামৰাৰ মোনাৰ পৰা অসংখ্য ধনলাভৰ আশাত ভোল গৈ চামৰাৰ মোনাৰ উপসনাৰ নিয়ম অনুসাৰে বৌদ্ধ ভিক্ষুক হোৱা বিৰূপকৰ ওচৰলৈ গোপনে গ'ল আৰু আগতে অপহৰণ কৰা তেওঁৰ ধনবিলাক অনুনয় বিনয় কৰি ওভোতাই দিলে। বিৰূপকেও হেৰোৱা ধন ফিৰাই পাই আনন্দত উল্লাসিত হৈ এটা স্বস্তিৰ নিশ্বাস পেলালে, আৰু ভিক্ষুগ্ৰহৰ পৰা মুক্ত হৈ নিজ ধৰ্ম্মত মনোনিবেশ কৰিলে।

ৰত্নপূৰ্ণ চামৰাৰ মোনাৰ পৰা বহু ধন পোৱাৰ লোভত পৰি আত্মবিস্মৃতাহৈ কামমঞ্জৰীয়ে সৰ্ব্বস্ব দান কৰি অলপ কেইদিনৰ ভিতৰতে কেৱল চকটো মাত্ৰ অবশিষ্ট ৰাখিলে।

মোৰ পৰামৰ্শ অনুসাৰে ধনমিত্ৰই ৰজাৰ ওচৰলৈ গৈ গোপনে ৰজাক জনালে যে "মহাৰাজ ! অতি লুব্ধতাৰ কাৰণে কামমঞ্জৰীক মানুহে লোভমঞ্জৰী আখ্যা দিছিল, কিন্তু তেওঁ লোভ পৰিহাৰ কৰি সম্প্ৰতি ইমান দান কৰিছে যে এটা ফুটা কড়িও অবশিষ্ট ৰখা নাই। সেই কাৰণে মোৰ সম্পূৰ্ণ ধাৰণা হৈছে যে এই দানৰ গুৰিতে মোৰ সেই চামৰাৰ মোনাখন আছে। কিয়নো সেই মোনাৰ নিয়মেই হৈছে এই, যে যি বেশ্যা বা বণিকে সৰ্ব্বস্ব দান কৰিব পাৰে, তাকে হে মোনাটোৱে দিনৌ লক্ষ সুবৰ্ণৰ মুদ্ৰা দিয়ে। তেওঁ এইদৰে মুক্তহস্তে দান কৰেছে যেতিয়া, নিশ্চয় তেওঁৰ ওচৰত মোৰ মোনাটো আছে।"



ধনমিত্ৰৰ কথাত বিশ্বাস কৰি ৰজাই মাকৰ সৈতে কামমঞ্জৰীক মাতি পঠিয়ালে। মই তেতিয়া কামমঞ্জৰীৰ ওচৰলৈ গৈ কৃত্ৰিম দুখ কৰি গোপনে কলো ; "বাইদেউ আপোনাৰ সৰ্ব্বস্ব দানৰ কথাটো সমাজত বিশেষভাবে প্ৰচাৰ হৈ পৰিছে। সেই কাৰণে চামৰাৰ মোনাটো আপোনাৰ ওচৰত আছে বুলি সন্দেহ কৰিয়ে বোধকৰো ৰজাই মাতি পঠিয়াইছে। ৰজাই আপোনাক মোনাটোৰ কথা নানা কল কৌশল কৰি সুধিব। যদি মোনাটো মই দিয়া বুলি কয়, তেতিয়া হলে মোৰ যে মৰণ হব ইয়াত অকনো সন্দেহ নাই। ইফালে মোৰ বিৰহ দুখত আপোনাৰ ভনীয়েও নিশ্চয় প্ৰাণ ত্যাগ কৰিব। অকল সেয়ে নহয় মোনাটোও ধনমিত্ৰৰ ওচৰলৈ যাব। আৰু লগতে আপুনিও একেবাৰে দাৰিদ্ৰ্যৰ কৰাল গ্ৰাসত পৰিব লাগিব। গতিকে এই বিষয়ে কি কৰা যুক্তিযুক্ত হব বিবেচনা কৰি চাওক। চাৰিও পিনেদি বিপদৰ ওপৰত বিপদে আগুৰি পেলাইছে।"

তেতিয়া দুয়ো জনে চকুলো পেলাই কলে "হয়, এইটো সঁচা কথা। আমাৰ মূৰ্খতাৰ কাৰণেই এই ৰহস্য কথাটো প্ৰায় প্ৰকাশ হোৱাৰ দৰে হল। ৰজাই প্ৰশ্ন কৰিলে এটা দুটা কথা যদিও গোপন কৰা যাব পাৰে, তথাপি মোনা খন যে তুমি দিছা এই কথাটো গোপন কৰা টান হব। প্ৰকাশ কৰিলেও আমি সমূলঞ্চে মাৰিব লাগিব। অৰ্থপতিয়ে সেই বদনামটো আগতে পাইছেই। আমাৰ সৈতে যে তাৰ এটা প্ৰগাঢ় সম্বন্ধ আছে, এই কথাটোও অঙ্গ ৰাজ্যৰ কাৰো অবিদিত নহয়,

গতিকে অৰ্থপতিয়ে আমাক দিছে এই বুলি কৈ নিজক নিৰাপদ কৰাটোৱেই বৰং ভাল হব।" এই বুলি থিৰ কৰি তেওঁ মাকৰ সৈতে ৰজাৰ ওচৰলৈ গল। ৰজাই প্ৰশ্ন কৰাত কামমঞ্জৰীয়ে প্ৰথমে কলে "মহাৰাজ! কোনে কি দিয়ে নিদিয়ে এই কথা প্ৰকাশ কৰা বেশ্যা বিলাকৰ নিয়ম নহয়। অকল নীতি অনুসাৰে উপাৰ্জ্জিত ধনেৰেই যে পুৰুষে বাৰাঙ্গনা উপভোগ কৰে, ইয়াৰ কোনো অৰ্থ নাই।" ৰজাই বাৰে বাৰে সোধাতো যেতিয়া একে কথাকে কব ধৰিলে, তেতিয়া ৰজাৰ খং উঠিল আৰু নাক কান কটাৰ ভয় দেখুৱালে। তেতিয়া ভীতা হৈ ছুয়ো সেই বেচেৰা অৰ্থপতিকে চোৰ বুলি কলে।

ৰজা ক্ৰুদ্ধহৈ অৰ্থপতিক প্ৰাণদণ্ড বিহাৰ ব্যবস্থা কৰিলে। তেতিয়া ধনমিত্ৰই ৰজাৰ ওচৰত হাতযোৰ কৰি সবিনয়ে কলে "মহাৰাজ! চন্দ্ৰগুপ্ত মৌৰ্য্যই বণিক্ সকলৰ বিষয়ে এই ব্যবস্থা কৰি গৈছে যে এনে ধৰণৰ অপৰাধত তেওঁলোকৰ প্ৰাণদণ্ড হ'ব নালাগে। যদিওবা আপোনাৰ বিচাৰত এওঁৰ প্ৰাণদণ্ডৰ আদেশ হৈছে, তথাপি এওঁক এই অপৰাধৰ কাৰণে প্ৰাণদণ্ড কৰা উচিত নহয়। তাৰ পৰিবৰ্ত্তে তেওঁৰ সকলো ধন ৰাজভড়ঁাললৈ আনি পৰিজনৰ সৈতে নগৰৰ পৰা বহিস্কাৰ কৰাই ভাল। ইয়ো প্ৰাণদণ্ডৰ সমানেই হব।"

ধনমিত্ৰই কৰা আবেদনে ৰজাৰ মনত দয়াৰ ভাব এটা আনি দিলে। ৰজাই ধনগৰ্ব্বী অৰ্থপতিৰ সকলো ধন ৰাজভড়ঁাললৈ আনি তেওঁক ফটা কাপোৰ এখন দি সপৰিয়ালে নগৰৰ পৰা বাহিৰ কৰি দিলে।

চামৰাৰ মোনাৰ পৰা বহুধন পোৱাৰ মৰীচিকাত ভোল গৈ বেচাৰী কামমঞ্জৰী একেবাৰে সৰ্ব্বশূন্যা হৈ পৰিল। তাইৰ প্ৰতি ধনমিত্ৰৰ দয়া ওপজিল। তেওঁ ৰজাৰ ওচৰত অনুনয় বিনয় কৰি অৰ্থপতিৰ ধনৰ পৰা এটা অংশ তাইক দিয়ালে।

পাচত শুভদিন চাই ধনমিত্ৰই কুলপালিকাৰ পাণি গ্ৰহণ কৰিলে। এনেদৰে মনৰ অভিলাষ পূৰ্ণ কৰি নানা ধন সোণেৰে মই ৰাগমঞ্জৰীৰ



ঘৰ ওপচাই পেলালো। নগৰত থকা কৃপণ সমৃদ্ধিশালী মানুহ বিলাকক এনেকৈ সৰ্ব্বস্বান্ত কৰিলো যে সিহঁতে অবশেষত হাটে ঘাটে ভিক্ষাৰ জুলি লৈ চুৱাৰে চুৱাৰে ভিক্ষা কৰিবলৈ বাধ্য হৈ পৰিল।

বৰ নিপুণ হলেও যে কোনোৱে ভাগ্যক এৰাব নোৱাৰে এইটো ধ্ৰুব সত্য। এদিন ৰাগমঞ্জৰীয়ে মোৰ ওচৰত প্ৰনয় কোপ কৰিলে। মই তেওঁৰ কোপ এৰাবৰ কাৰণে তেওঁৰ মুখত মদ সুমাই দি সেই মদ মই পান কৰিলো। সকলোৰে অত্যন্ত গৰ্হিত। অতিমাত্ৰাই মদ খোৱাৰ কাৰণে মোৰ মত্ততা প্ৰবল হৈ উঠিল। মদ আৰু উন্মাদৰ এইটোৱেই স্বভাব যে সি বেয়া বাটেৰে হলেও কেতিয়াবা আচল কাৰ্য্যতে প্ৰবৃত্ত কৰায়। মোৰ মদৰ নিচা অতিমাত্ৰাই প্ৰবল হল। শৰীৰত আৰু তৎ নাইকিয়া হল। তেতিয়া মই কলো যে আজি ৰাতিৰ ভিতৰতে এই নগৰ একেবাৰে উদং কৰি তোমাৰ ঘৰ ভৰাই দিম। উত্তেজিত হৈ ঘৰৰ পৰা বাহিৰ ওলালো। ৰাগমঞ্জৰীয়ে ভীতা হৈ মোক অনুনয় বিনয় কৰি বহু হকা বাধা কৰিলে। মই সেইবোৰৰ পিনে ভ্ৰুক্ষেপ নকৰি শিকলি চিঙা মত্ত হাতীৰ দৰে গৈয়ে থাকিলো। এখন তৰোৱালত বাহিৰে মোৰ লগত চুৰ কৰাৰ আৰু দ্বিতীয় সম্বল একো নাছিল।

আমাৰ এজনী ধাই আছিল। তেওঁৰ নাম শৃগালিকা। মই তেনে উগ্ৰমূৰ্ত্তি হৈ বেগেৰে যোৱা দেখি তেওঁ মোৰ পাচে পাচে গল। কৰবাত কেতিয়াবা নাগৰিক লোকে চোৰ বুলি ধৰিবলৈ খেদি আহিলে, সিহঁতৰ ভিতৰত সোমাই তৰোৱালেৰে চুই চাৰিজনক আঘাত কৰি তাৰ পৰা অনায়াসে বাহিৰ হৈ যাওঁ। শৃগালিকাই আৰ্ত্তনাদ কৰি কান্দি কান্দি আহি মোৰ ওচৰ পালে। মই নগৰত পহৰা দিয়া লোকৰ হাতত পৰিলো। সিহঁতে মোক বান্ধি পেলালে। বিপদ আহিলে মত্ততা আতৰি যায়। মোৰো মদৰ নিচা আতৰি গল। তেতিয়া ভাবিলো যে মদৰ কাৰণেই মোৰ এই মহা বিপদ উপস্থিত হল। মোৰ সৈতে ধনমিত্ৰৰ বন্ধুত্বৰ কথা সকলোৱে জানে। ৰাগমঞ্জৰীক যে মই বিয়া কৰাইছো ইয়াকো কোনোৱে নজনা নহয়। মোৰ পাপৰ কাৰণেই

তেওঁলোক দুয়ো জনেই কালি বিপদত পৰিব লাগিব যে ইয়াত সন্দেহ নাই। গতিকে এতিয়া এনে এটা উপায় উদ্ভাবন কৰিব লাগিব যাতে তেওঁলোকে বিপদৰ হাত এৰাব পাৰে, আৰু মযো এই দুৰ্যোগৰ কৰাল গ্ৰাসৰ পৰা মুক্ত হব পাৰো। অলপ সময় চিন্তা কৰি এটা বুদ্ধি উলিয়াই শৃগালিকাক লক্ষ্য কৰি কলো "হেৰ মৰতী বূঢ়ী! গুচি যা! তয়ে সেই ৰত্নপূৰ্ণ চামৰাৰ মোনাৰ কাৰণে গৰ্ব্বী কপটমিত্ৰ ধনমিত্ৰৰ সৈতে ৰাগমঞ্জৰীৰ সম্পৰ্ক কৰি দিছিলি নহয়। আজি সেই পাপিষ্ঠৰ চামৰাৰ মোনা আৰু তোৰ জীয়েৰৰ ধন অলঙ্কাৰ আদি চুৰ হোৱাত মোৰ মনৰ মাজৰ বেদনা শূল আতৰি গৈছে। এই অপৰাধত মোৰ যদি প্ৰাণ যায় সিও ভাল।" শৃগালিকা বৰ চতুৰা। তেওঁ তৎক্ষণাৎ মোৰ কথাৰ অভিপ্ৰায় বুজি পাই নগৰ ৰক্ষী সকলৰ ওচৰত থিয় হৈ কান্দি কান্দি কলে, "ডাঙৰীয়া সকল! আপোনালোকে অলপ সময় অপেক্ষা কৰক। আমাৰ চুৰ কৰা ধনবোৰ ই কত ৰাখিছে সুধি লওঁ।" "বাৰু লোৱা" এই বুলি তেওঁলোকে কলে। তেতিয়া তেওঁ মোৰ ওচৰলৈ আহি কলে, "সাধু এই দাসীৰ এটা অপৰাধ মাৰ্জ্জনা কৰিব। ধনমিত্ৰই আপোনাৰ স্ত্ৰীক অভিলাষ কৰাৰ বাবে আপোনাৰ শত্ৰু হয় হওক। বহুদিন ধৰি আপোনাৰ পৰিচৰ্য্যা কৰা কথাটো স্মৰণ কৰি দাসী ৰাগমঞ্জৰীক অনুগ্ৰহ কৰা উচিত হব। কিয়নো বাৰবিলাসিনী বিলাকৰ বেশ বিন্যাসৰ ওপৰতে জীবিকা নিৰ্ভৰ কৰে। গতিকে কওক, তেওঁৰ অলঙ্কাৰ বিলাক ক'ত ৰাখিছে?"

মই দয়াপৰবশ হৈয়ে যেন কলো; "বাৰু মইতো মৃত্যুৰ মুখতে পৰিছো। এতিয়া আৰু শত্ৰুতা কৰিলে কি হব? শুনা কওঁ" এই বুলি কোৱাৰ ছলেৰে তেওঁক কাণে কাণে কলো যে এনেকুৱা কৰিবা। তেওঁ মোৰ কথা শুনি আনন্দিত হল। 'চিৰদিন জীয়াই থাকা, দেৱতা বিলাক প্ৰসন্ন হক। বীৰত্বত সন্তুষ্ট হৈ মহাৰাজে মুক্তি দিয়ক আৰু এই ভদ্ৰমহোদয় সকলেও তোমাক দয়া কৰক' এই বুলি কৈ তাৰ পৰা আতৰি গুচি গ'ল। ৰক্ষী বিলাকে অধ্যক্ষৰ নিৰ্দ্দেশ অনুসাৰে মোক নি



ফাটেকত সুমুৱাই থলে। ফাটেক ঘৰৰ যি জন অধ্যক্ষ, তেওঁ নতুনকৈ নিযুক্ত হোৱা এজন যুবক। ৰূপবান আৰু কাৰ্য্যদক্ষ বুলি তেওঁ নিজেই গৰ্ব্ব কৰে। আচলতে তেওঁৰ বুদ্ধি পৰিপক্ক নহয়। নাম কান্তক। পিছ দিনা তেওঁ মোক নানাপ্ৰকাৰ ভয় দেখুৱাই বহু তৰ্জ্জন গৰ্জ্জন কৰি কলে "হেৰ, যদি ধনমিত্ৰৰ চামৰাৰ মোনা আৰু নগৰত চুৰ কৰা ধনবোৰ উলিয়াই নিদিয় তেতিয়া হলে ওঠৰবিধ যাতনা দেখিব লাগিব, অকল সেয়ে নহয়, শেষত মৃত্যুদণ্ড হব পাৰে।"

"ডাঙৰীয়া! মই আজন্ম চুৰ কৰা সকলো ধন উলিয়াই দিব পাৰো, কিন্তু অৰ্থপতিৰ স্ত্ৰী অপহৰণকাৰী মোৰ কপট মিত্ৰ সেই ধনমিত্ৰৰ চামৰাৰ মোনা পোৱাৰ আশা এৰি দিয়ক। মই সেইটো কেতিয়াও কব নোৱাৰো। ইয়াৰ কাৰণে অযুত যাতনাও যদি ভোগ কৰিব লগীয়া হয়, মই তাৰ কাৰণে সম্পূৰ্ণ প্ৰস্তুত আছো। এইটো মোৰ দৃঢ় প্ৰতিজ্ঞা" —মই হাঁহি মাৰি কলো।

সি মাজে মাজে সান্ত্বনা বাক্যেৰে আৰু মাজে সময়ে ভীতিপ্ৰদৰ্শন কৰি এই কথাটো কেইবাদিনো সুধিলে। মোৰো উত্তৰৰ লৰচৰ নহল। এনেকৈ কিছুদিন গল। নিয়মিত খোৱা খাদ্য পাই মোৰ শৰীৰ সবল হৈ উঠিল।

এদিন বেলি মাৰ যাওঁ যাওঁ হৈছে। এনেতে শৃগালিকা পৰিজনবৰ্গক দূৰত থৈ অকলে মোৰ ওচৰলৈ আহি আনন্দিত হৈ কলে, "মহাভাগ! আপোনাৰ বৰ সৌভাগ্য! আপোনাৰ সুনীতিৰ ফল ধৰিছে। আপোনাৰ পৰামৰ্শ অনুসাৰে মই ধনমিত্ৰক কলো, 'মহাশয়! আপোনাৰ বন্ধু বিপদত পৰিছে। তেওঁ আপোনাক কৈ পঠাইছে যে—বেশ্যাৰ সংসৰ্গজনিত পানদোষৰ কাৰণে মই বন্দী হৈ পৰিছো। আপুনি আজিতেই ৰজাৰ ওচৰলৈ গৈ এই দৰে প্ৰাৰ্থনা কৰিব যে, —মহাৰাজ! মোৰ চামৰাৰ মোনাটো আগতে অৰ্থপতিয়ে অপহৰণ কৰিছিল। আপোনাৰ অনুগ্ৰহত ফিৰাই পাইছো গণিকা ৰাগ-মঞ্জৰীৰ স্বামী অক্ষক্ৰীড়াত বৰ নিপুণ। অকল সেয়ে নহয়, সুকুমাৰ

কলা কবিত্ব আৰু লৌকিক ব্যৱহাৰতো বৰ বিচক্ষণ। সেই কাৰণে তেওঁৰ সৈতে মই বন্ধু ভাবে মিলামিচা কৰিলো। এই সম্পৰ্কতে তেওঁৰ ভাৰ্য্যা ৰাগমঞ্জৰীকো কাপোৰ অলঙ্কাৰ আদি উপহাৰ দি সম্পৰ্কটো দৃঢ়তৰ কৰাৰ চেষ্টা কৰিলো। কিন্তু হিতে বিপৰীত হল। সেই ধূৰ্ত্তই নীচাশয়তাৰ কাৰণে মনত অন্যভাব পোষণ কৰিলে আৰু খঙত জ্বলি পকি মোৰ ৰত্নপূৰ্ণ চামৰাৰ মোনাটো আৰু ৰাগমঞ্জৰীৰ অলঙ্কাৰৰ জপাটো চুৰ কৰিলে। এনেদৰে চুৰ কৰি থাকোতে হঠাৎ এদিন নগৰ-ৰক্ষীৰ পৰিচাৰিকা শৃগালিকা তাৰ পাছে পাছে চিঞৰি চিঞৰি কান্দি গৈছিল। সি যেতিয়া বিপদত পৰিল, তেতিয়া আগৰ প্ৰণয়ৰ খাতিৰত ৰাগমঞ্জৰীৰ অলঙ্কাৰৰ জপাটো কত পুতি ৰাখিছিল শৃগালিকাৰ আগত কৈছে। মোৰ ৰত্নপূৰ্ণ চামৰাৰ মোনাটোৰ কথাও যদি সি সহজতে কৈ দিয়ে তেনেহলে মহাৰাজে তাক অভয় দিয়ে যেন।—এই বুলি কলে ৰজাই মোক প্ৰাণে নামৰি নানা উপায়েৰে মোনাটো উলিয়াবলৈ যত্ন কৰিব। এইটো কৰিব পাৰিলে মোৰ মঙ্গল হব।' এই কথা শুনি আপোনাৰ প্ৰভাৱত প্ৰভাবান্বিত ধনমিত্ৰই সাহ কৰি কামটো কৰিলে।

"পাচত ৰাগমঞ্জৰীৰ ওচৰলৈ গৈ আপুনি দিয়া চিনটো দেখুৱাই তেওঁৰ বিশ্বাস জন্মালো আৰু তেওঁৰ পৰা অভিপ্ৰায় অনুসাৰে নানাবিধ মনোমুগ্ধকৰ বস্তু নি ৰাজকুমাৰী অম্বালকাৰ পৰিচাৰিকা মাঙ্গলিকাক হাত কৰিলো। পাচত তেওঁৰ দ্বাৰা অম্বালিকাৰ সৈতে ৰাগমঞ্জৰীৰ বন্ধুত্ব স্থাপন কৰিলো।

"এনেদৰে নিতৌ নানা উপহাৰ দি আৰু নানাধৰণৰ মনোৰঞ্জক বিচিত্ৰ কথা কৈ অম্বালিকাৰ বৰ আদৰ আৰু বিশ্বাসৰ পাত্ৰহৈ পৰিলো। এদিন তেওঁ দালানৰ ওপৰৰ চোতালত বহি আছে। ময়ো তেওঁৰ ওচৰতে বহি নানা কথা বতৰাৰ ছলে হাসপৰিহাস কৰি আছিলো। তামচাৰ ছলেৰে তেওঁৰ কাণফুল এটা কাণৰ পৰা সোলোকাই আনি এবাৰ মাটিত পেলাই দিওঁ। এবাৰ কাণত সুমাই দিওঁ এনেকৈ খেলা কৰি আছিলো। সেই সময়তে সেই কাৰাধ্যক্ষ কান্তক কোনো কাৰণ



বশত কন্যাৰ অন্তঃপুৰৰ চোতাললৈ আহিছিল। মই চেগ চাই ক্ৰীড়াসক্ত পাৰচৰাই খেদাৰ ছলেৰে উন্মত্তৰ দৰে হাঁহি মাৰি সেই কাণফুলটো কান্তকৰ ওপৰত দলিমাৰি পেলাই দিলো। মোৰ তেনে কাম দেখি ৰাজকুমাৰীৰ হাঁহি উঠিল। কান্তকেও নিজক ধন্য হোৱা বুলি ভাবি মিচিকিয়া হাঁহি এটা মাৰিলে। মই তাক তেতিয়া এনে এটা সংকেত দিলো যে ৰাজকুৱীৰ সেই হাঁহিটো যেন সি তাৰ প্ৰতি এটা অনুৰাগৰ চিন বুলি মনত দৃঢ় বিশ্বাস কৰে। সেয়ে হল। ৰাজকুমাৰীৰ সেই হাঁহি তাৰ মনৰ মাজত এপাত বিষাক্ত শেলৰ দৰে লাগিল। সি তাৰ পৰা কোনোমতে গুছি গল। সন্ধ্যা সময়ত ৰাজকুমাৰীৰ আঙঠিৰ চাব দি সুগন্ধি তামোল দুখন কাপোৰ আৰু কিছুমান অলঙ্কাৰ জপা এটাত ভৰাই এজনী ছোৱালীৰ হাতত দি ৰাগমঞ্জৰীলৈ নিয়াবুলি কৈ কান্তকৰ ঘৰ পোৱালোগৈ। অপাৰ ৰাগ সাগৰত ওপঙি ফুৰা কান্তকে মোক নাওঁ যেন ভাবি অত্যন্ত আহ্লাদিত হল। মই ৰাজকুমাৰীৰ নানা প্ৰকাৰ কৰুণ অবস্থাৰ কথা বৰ্ণাই সেই পাপিষ্ঠক একেবাৰে উন্মত্ত কৰি তুলিলো।

"আন এদিনা মোৰেই তামোলৰ পীকৰ অনুলেপন, সৰাফুল আৰু মলিয়ন কাপোৰলৈ তাৰ ওচৰত উপস্থিত হৈ কলো 'ৰাজকুমাৰীয়ে আপোনালৈ এইবোৰ দি পঠিয়াইছে।' সি সেই বিলাক অতি আগ্ৰহৰ সৈতে গ্ৰহণ কৰি ৰাজকুমাৰীলৈ মোৰ হাততে প্ৰতি-উপহাৰ দি পঠালে। মই সেইবিলাক এঠাইত গোপনে ৰাখি থৈ দিলো। এনেকৈ নানা কৌশল কৰি তাক উন্মত্ত কৰি তুলি এদিন গোপনে কলো "মহাভাগ! আপোনাৰ সকলো লক্ষণ অতি সুন্দৰ। আমাৰ চুবুৰীত এজন সামুদ্ৰিক আছে। তেওঁ আপোনাৰ শৰীৰৰ লক্ষণবোৰ দেখা পাই মোক এদিন কলে যে আমাৰ ৰজাৰ কাৰাধ্যক্ষ কুন্তক এদিন নিশ্চয় ৰজা হব। তেওঁৰ শৰীৰত তেনে ৰাজলক্ষণ দেখা গৈছে। ৰাজকুমাৰীয়ে যে আপোনাক পাবলৈ অভিলাষ কৰিছে, এইটোৰেই তাৰ পূৰ্ব্বাভাষ যেন পাওঁ। ৰজাৰো মাথোন একেটি সন্তান। ৰাজকুমাৰীৰ সৈতে আপোনাৰ গোপন

মিলনৰ খবৰ পালে যদিও ৰজা ক্রুদ্ধ হব পাৰে, তথাপি কন্যাৰ মৰণৰ আশঙ্কা কৰি নিশ্চয় আপোনাৰ কোনো অনিষ্ট নকৰিব। কিন্তু শেষত গৈ আপোনাক যৌৱৰাজ্যত অভিষিক্ত কৰিবলৈ হে বাধ্য হৈ পাৰিব বুলি মোৰ বিশ্বাস। এনে পৰস্পৰ সম্পর্ক থকা কাম কৰিবলৈ আপুনি কিয় ইচ্ছা নকৰে? কন্যাৰ অন্তঃপুৰত সোমাম কেনেকৈ—এই কথাটো ভাবিবৰ আপোনাৰ একো নাই। এইটো অতি সাধাৰণ। কাৰাগাৰৰ পৰা কন্যাৰ অন্তঃপুৰলৈ বেচি দূৰ নহয়। আপোনাৰ অধীনত বহু বহু ফাটেকিয়াল আছে। সিহঁতৰ ভিতৰৰ পৰা এজন নিপুণ ফাটেকিয়ালৰ হতুৱাই কাৰাগাৰৰ পৰা কন্যাৰ অন্তঃপুৰলৈ এটা সুৰঙ্গ কৰাওঁক। সেই সুৰঙ্গইদি গৈ কন্যাৰ অন্তঃপুৰত অনায়াসে উপস্থিত হব পাৰিব। তাত মই থাকিম যেতিয়া তাৰ ব্যৱস্থা যি কৰিব লাগে তাৰ দায়িত্ব মোৰ ওপৰত আছে। অন্তঃপুৰৰ সকলো পৰিজন তেওঁৰ বৰ অনুৰক্ত। গতিকে তেওঁলোকৰ পৰা ৰহস্য ভেদ হোৱাৰ তিল মাত্রও আশঙ্কা নাই।"

"এৰা ভাল যুক্তি দিছা। কাৰাগাৰত এজন নিপুণ চোৰ আছে। সি এইবোৰ কাৰ্য্যত বৰ পাকৈত। সি খনন কাৰ্য্যত যেন সগৰ সন্তান হে। তাক যদি সন্মত কৰাব পাৰো, তেতিয়া হলে এই কামটো অনায়াসে হব পাৰে।" কুন্তকে কলে।

"কোন তেওঁ? তেওঁক নাপাবই বা কিয়?" মই সুধিলো। "যেয়ে ধনমিত্রৰ চৰ্ম্মৰত্ন চুৰ কৰিছিল সেইজন" এই বুলি সি আপোনাৰ কথা কলে। "বাৰু আহক। আপুনি তাক কব যে যদি তুমি মোৰ এই কামটো কৰি দিয়া তেনে হলে তোমাক মই কিবা প্রকাৰে বচাই দিম। এই বুলি তাৰ সৈতে শপথ খাই মিলিত হব। পাচত কামটো যেতিয়া হৈ যাব, তেতিয়া আকৌ তাক বন্দী কৰি থৈ দিব। পাচত 'যি জন চোৰ সি সকলো কথা কব খুজিছে কিন্তু সি বৰ ধূৰ্ত্ত আৰু ধনমিত্রৰ প্রবল শত্রু। ৰত্নপূৰ্ণ চামৰাৰ মোনোটো হলে উলিয়াই দিব নেখোজে।' এই বুলি ৰজাক জনাই, অদ্ভুত ৰকমে তাক হত্যা কৰিব। তেতিয়া



হলে আপোনাৰ কামটোও হব আৰু ৰহস্যও প্রকাশ নেপাব।" মই এই বুলি কোৱাত সি আনন্দিত হৈ সেইটো স্বীকাৰ কৰিলে আৰু আপোনাক প্রলুব্ধ কৰাৰ কাৰণে মোক খাতিৰ কৰি সি বাহিৰত প্রতীক্ষা কৰি আছে। এতিয়া কর্ত্তব্য কি সেইটো আপুনি ভাবি চাব।"

"তোমাৰ নীতিয়েই ইয়াত অধিক প্রসংশনীয়। মোৰ পৰামর্শ অকিঞ্চিৎ। বাৰু যোৱা তাক ইয়ালৈ মাতি আনা।" মই কলো। শৃগালিকাই তাক কাৰাগাৰৰ ভিতৰলৈ মাতি আনিলে। তেতিয়া কান্তকে মোক মুক্ত কৰি দিবলৈ শপথ কাঢ়িলে আৰু ময়ো তাৰ ৰহস্য ভেদ নকৰো বুলি প্রতিশ্রুতি দিলো। সি মোক মুক্ত কৰি দিলে। মই গা পা ধুই খোৱা লোৱা কৰিলো।

সাপৰ মুখৰ দৰে এপাত অস্ত্রেৰে সৰ্ব্বদাই ঘোপমৰা এন্ধাৰ ফাটেক ঘৰৰ এচুকৰ পৰা কন্যাৰ অন্তঃপুৰৰ ভিতৰলৈ তলে তলে এটা সুৰঙ্গ খান্দিলো। সুৰঙ্গটো হৈ উঠাত মই মনে মনে চিন্তা কৰিলো যে, ই মোক কামটো শেষ হোৱাত আকৌ বন্দী কৰি হত্যাকৰাৰ ভাব মনত লুকাই ৰাখি মুক্ত কৰি দিছে। ই মোৰ পক্ষে আততায়ী। গতিকে আততায়ীক হত্যা কৰা একো অপৰাধ নহয়।

সুৰঙ্গটো শেষ হোৱাৰ লগে লগে যেতিয়া সি মোক আকৌ বন্দী কৰাৰ অভিপ্রায়ে হাত আগবঢ়ালে, তেতিয়া মই তাক গোৰ মাৰি মাটিত পেলাই দিলো আৰু তাৰ হাতৰ তৰোৱালখনেৰেই মুৰটো কাতি পেলালো। পাচত শৃগালিকাক কলো "হেৰা কন্যাৰ অন্তঃপুৰৰ খবৰ কোৱাচোন কেনেকুৱা? মোৰ এই যত্নটো অথলে যাবনে? ইয়াৰ পৰা অলপ চুৰ কৰি বাহিৰ হওঁ।"

তেওঁ মোক অন্তঃপুৰৰ সকলো খবৰ কলে। মই সুৰঙ্গেৰে অন্তঃপুৰত সোমালো। দেখিলো, চাৰিওফালে মণিময় প্রদীপ জিল্‌মিলকৈ জ্বলি আছে। সকলো পৰিজন টোপনিত নিশ্চেস্ত হৈ শুই আছে। সেই পৰিজন বৰ্গৰ মাজত মণিমুক্তা প্রৱাল আদি মহামূল্য ৰত্নৰাজি খচিত সোনৰ পালঙৰ ওপৰত দুগ্ধফেননিভ ধপধপীয়া বগা শয্যা এখনত

ৰাজকুমাৰী শুই থকা চকুত পৰিল। তেওঁ আঠুদুটা অলপ কোচাই শুই আছে। সোঁভৰিৰ গোৰোহাটো বাওঁভৰিৰ ওপৰত তুলি দিছে। বাওঁ হাতখন তপিনাৰ ওপৰত পেলাই ৰাখিছে। সোঁহাতখন শিতানত চিৎ হৈ পৰিথকাত থলপদুম এটা ফুলি থকা যেন দেখা গ'ল। ডিঙিত নানা ৰত্নখচিত জিলমিলীয়া এডাল হাৰ। কাণত ওলমি থকা মণিময় কুণ্ডলৰ প্ৰভাই গাল দুখনৰ জেউতি দুগুণে বঢ়াইছে। শৰীৰৰ ওপৰত এখন সুন্দৰ মসৃন ৰিহা। তেওঁৰ চকুজুৰি পদুমৰ পাহিৰ দৰে কাণলৈ বৈ পৰা। ককালটো মুঠিত লুকোৱা। শৰৎকালৰ মেঘৰ মাজত জিলিকি থকা বিজুলিৰ দৰে বিছনাত শুই থকা ৰাজকুমাৰীক দেখা পাই মোৰ মনৰ পৰা চুৰ কৰা ভাব আতৰি গ'ল। মই কিংকৰ্ত্তব্য বিমূঢ় হৈ পৰিলো। মনত ধাৰণা হ'ল যে যদি এই ৰাজকুমাৰীক লাভ কৰিব নোৱাৰো, তেতিয়া হলে নিশ্চয় মোক কামদেৱে বিষম অৱস্থাত পেলাব। এওঁ মোৰ মন একেবাৰে মুগ্ধ কৰি পেলালে। স্পৰ্শ কৰিবৰো সাহস কৰা টান, কিয়নো আগতে কোনো প্ৰকাৰৰ পৰিচয় বা সঙ্কেত নাই। স্পৰ্শ কৰিলে নিশ্চয় এওঁ চিৎকাৰ কৰি উঠিব। তেতিয়া হলে প্ৰহৰীবিলাকৰ হাতৰ পৰা এৰাই যোৱা অসম্ভৱ হব।

এই প্ৰকাৰ নানা চিন্তা কৰি ইফালে সিফালে চকু ফিৰাই দেখিলো বেৰত হাকোঁটা এডালত এচটা বংকৰা মিহি কাঠ ওলমি আছে। ওচৰতে মেজ এখনৰ ওপৰত চিত্ৰ অকাঁৰ সামগ্ৰী তুলি আদিও চকুত পৰিল। মই সেই কাঠ তুকুৰা আনি তাতে ৰাজকুমাৰীৰ অবিকল চিত্ৰ এটা আঁকি তেওঁৰ ভৰিৰ নিচেই ওচৰতে হাত জোৰ কৰি থকা মোৰো এটা ছবি আঁকিলো। আৰু তলত লিখিলো যে, * হে সুন্দৰী! এই দাসজনে তোমাৰ ওচৰত হাতজোৰ কৰি প্ৰাৰ্থনা কৰিছে যে, তুমি মোৰ সৈতে ৰতি ক্ৰীড়াত ক্লান্ত হৈ আনন্দমনে শুই থাকা, এনেকুৱা অকল শৰীয়াকৈ নহয়।

* ত্বামযমাবদ্ধাঞ্জলিঃ দাসজনঃ তমিমমৰ্থয়তে।
স্বপিহি ময়াসহ সুৰতব্যতিকৰখিন্নৈৱ মা নৈবম্॥



মূৰ শিতানত এটা তামোলৰ টেমা আছিল। তাৰ পৰা সুগন্ধি কৰ্পূৰ কস্তুৰী আদিৰে সুবাসিত তামোল খালো আৰু পিকেৰে বেৰত এহাল চাকৈ চকোৱা আঁকি থৈ তেওঁৰ হাতৰ আঙঠিটো সোলোকাই লৈ মোৰ আঙঠিটো পিন্ধাই থলো। তাৰ পাচত বেদনাৰ বোজা বুকত সাবতিলৈ বিষণ্ণ মনে সেই সুৰঙ্গেৰে আকৌ কাৰাগাৰলৈ ঘূৰি আহিলো। এজন নগৰাধ্যক্ষ কিবা কাৰণত ৰাজ অপৰাধত দণ্ডিত হৈ সেই কাৰাগাৰতে বন্দী হৈ আছিল। সেই কেইদিনৰ ভিতৰতে তেওঁৰ সৈতে মোৰ প্ৰগাঢ় বন্ধুত্বৰ ভাব গঢ়ি উঠে। তেওঁৰ নাম সিংহ ঘোষ। 'মই কান্তকক এইদৰে হত্যা কৰিছো। আপুনি গোপন কথাটো ৰজাৰ ওচৰত প্ৰকাশ কৰিলে নিশ্চয় মুক্তি লাভ কৰিব পাৰিব' এই বুলি কৈ শৃগালিকাৰ সৈতে তাৰ পৰা ওলাই আহিলো।

ৰাজ আলিৰে আহি থাকোতে আন এটা বিপদে আকৌ আগ ভেটি ধৰিলে। হঠাতে প্ৰহৰীৰ হাতত পৰিলো। ভাবিলো ইহঁতক এৰাই যাবৰ শক্তি আৰু সাহস আছে, কিন্তু বেচাৰী শৃগালিকাৰ কি হব। তৎক্ষণাৎ বুদ্ধি এটা উলিয়ালো। হাতদুখন পিঠিৰ ফালে কৰি পাচ হুহকি পাগলৰ দৰে প্ৰহৰীহঁতৰ ফালে ঢাল খাই গৈ কলো, মহাশয় সকল! মই যদি চোৰ তেনেহলে মোক বান্ধি পেলাওক। মই একো আপত্তি নকৰো। কাৰণ আপোনালোকৰ ইয়াত অধিকাৰ আছে। কিন্তু এই বুঢ়ীক হলে মই বান্ধিব নিদিও।

শৃগালিকা বৰ চতুৰা। তাই মোৰ কথাৰ ভাব তৎক্ষণাৎ বুজি পালে। তাই প্ৰহৰী বিলাকৰ ওচৰলৈ দৌৰি গৈ কাকুতি মিনতি কৰি কলে, "ডাঙৰীয়া সকল! মোৰ এই লৰাটো কিছু দিন আগতে পাগল হৈছিল। বহুদিন চিকিৎসা কৰাৰ পাচত প্ৰকৃতিস্থ হোৱাত চিকিৎসকবিলাকে ইয়াক যোৱা কালি বান্ধৰ পৰা মুকলি কৰি দিলে। কালিৰ দিনটো ভালেই আছিল গা পা ধোৱা খোৱা লোৱা আদি সকলো কামকে ভালদৰেই কৰিছিল। কিন্তু আজি ৰাতি আকৌ পাগল হৈ ঘৰৰ পৰা ওলাই আহিছে, আৰু উন্মত্ত হৈ কৈ ফুৰিছে যে, যি

কাৰাধ্যক্ষ কান্তকে ৰাজকুমাৰীক প্ৰাৰ্থনা কৰিছে, মই সেই কান্তকক হত্যা কৰি ৰাজকুমাৰীক বিয়া কৰাই তেওঁৰ সৈতে বিহাৰ কৰিম। ল'ৰাটো এনেকৈ উন্মত্ত হৈ গুলাই অহা দেখা পাই ময়ো পাছে পাছে দৌৰি আহিছো। ইয়াক ধৰিবৰ মোৰ শক্তি নাই। অনুগ্ৰহ কৰি আপোনালোকে ইয়াক ধৰি বান্ধি মোক দিয়ক।" এই বুলি তাই চিঞৰ বাখৰ কৰি কান্দিব ধৰিলে। "এ বেটী বুঢ়ী! তই মোক ধৰিবি? বতাহক কোনোবাই কেতিয়াবা বন্ধা চকুত পৰিছে জানো? চিলাৰ দৰে মোক জানো এই কাউৰী হতে বান্ধিব পাৰিব? এই তুৰাগ্ৰহ এৰি পেলা। মই এই বুলি কৈ বেগেৰে দৌৰ মাৰিলো। "পাগলৰ পাছে পাছে দোৰিছা যেতিয়া তুমিহে আচল পাগল।" এই বুলি কৈ প্ৰহৰীবিলাক আতৰি গল। ৰাহুৰ গ্ৰাহৰ পৰা মুক্ত হোৱা সূৰুযৰ দৰে আনন্দত উৎফুল্ল হৈ মই ৰাগমঞ্জৰীৰ ওচৰলৈ আহিলো। শৃগালিকাও মোৰ পাচতে আহিল। উৎকণ্ঠিতা ৰাগমঞ্জৰীক সান্ত্বনাদি ৰাতিৰ অৱশিষ্ট সময়খিনি অতিবাহিত কৰি পুৰা উদাৰকৰ সৈতে লগলাগিলো।

ভগবান মৰীচি বেশ্যাৰ কপট জালৰ পৰা মুক্ত হল। তপস্যাৰ প্ৰভাৱত তেওঁৰ জ্ঞান চক্ষু আকৌ উন্মীলিত হ'ল। তেওঁ মোৰ ওচৰলৈ আহি আপোনাৰ এনেকুৱা সমাগমৰ কথা জনাই দিলে। সিংহঘোষে কান্তকৰ ৰহস্যৰ ঘটনাটো ৰজাৰ ওচৰত প্ৰকাশ কৰাত ৰজা সন্তুষ্ট হৈ তেওঁক মুক্ত কৰি দি আকৌ নিজ পদতে প্ৰতিষ্ঠিত কৰিলে।

কৃতজ্ঞতাপাশত আবদ্ধহৈ সিংহঘোষে মোক কন্যাৰ অন্তঃপুৰলৈ যোৱাৰ কাৰণে সুবিধা কৰি দিলে। মই সেই সুৰঙ্গ পথেৰে অন্তঃপুৰত আকৌ সোমালো। শৃগালিকাই মোৰ সকলো বৃত্তান্ত কোৱাত ৰাজকুমাৰী মোত আসক্ত হৈ পৰিল। মই ৰাজকুমাৰীৰ সৈতে মিলিত হলো।

এই সময়তে—সিংহবৰ্ম্মাৰ কন্যা অম্বালিকাক চণ্ডবৰ্ম্মাই বিয়া কৰাবলৈ প্ৰাৰ্থনা কৰিছিল! সিংহবৰ্ম্মাই সেইটো প্ৰত্যাখান কৰাৰ বাবে চণ্ডবৰ্ম্মা ক্ৰুদ্ধ হৈ তেওঁৰ (সিংহবৰ্ম্মাৰ) ৰাজ্য আক্ৰমণ কৰিলে। নগৰ সোমাই লুটপাট আদি নানা অত্যাচাৰ উৎপীড়ন কৰিব ধৰিলে। শত্ৰুৱে নগৰ



আক্ৰমণ কৰা দেখি সিংহবৰ্ম্মাৰ সহ্য নহল। সাহায্যৰ কাৰণে আমন্ত্ৰিত ৰজাসকলৰ উপস্থিতি অপেক্ষা নকৰি নগৰৰ প্ৰাচীৰ অতিক্ৰম কৰি শত্ৰুৰ বিপক্ষে ৰণ দিলে। বিপক্ষৰ প্ৰবল আক্ৰমণত তেওঁ তিষ্ঠিব নোৱাৰিলে। বহুসময় যুদ্ধ কৰাৰ পাচত তেওঁ শত্ৰুৰ হাতত বন্দী হল। শত্ৰু চণ্ডবৰ্ম্মাই নানা ধনৰত্নৰ সৈতে তেওঁক বন্দী কৰি সেনা শিবিৰলৈ লৈ গল আৰু লগতে অম্বালিকাকো নিলে।

আজি ৰাতি প্ৰভাত হলেই কালি অম্বালিকাৰ পাণি গ্ৰহণ কৰা হব এই বুলি ঠিক কৰি চণ্ডবৰ্ম্মাই হাতত মাঙ্গলিক প্ৰতিসৰ (মাঙ্গলিক সূতা) বান্ধিলে। ময়ো ধনমিত্ৰৰ ঘৰত সেই অম্বালিকাকে বিয়া কৰাৰ সঙ্কল্প কৰি হাতত মঙ্গলসূত্ৰ বান্ধি তেওঁক (ধনমিত্ৰক) কলো, "সখি! অঙ্গৰজাৰ সাহায্যৰ কাৰণে ৰজাসকল আহিব ধৰিছে। তুমি পুৰবাসী বৃদ্ধসকলৰ সৈতে লগ হৈ গোপনে পৰামৰ্শ কৰি তেওঁবিলাকক লৈ আহাগৈ। আহিলেই দেখা পাবা যে সেই অল্পায়ু চণ্ডবৰ্ম্মাৰ মূৰটো ছিগি মাটিত পৰিছে।" "বাৰু, সেইটো কৰা যাব" এই বুলি তেওঁ স্বীকাৰ কৰাত মই মাত্ৰ ছুৰী এখন ককালত লুকাই বান্ধি লৈ বৈতালিক সকলৰ মাজত সোমাই গোপনে চণ্ডবৰ্ম্মাৰ বিবাহ মণ্ডপত সোমালো। দেখিলো বিবাহ মণ্ডপত লোকে লোকাৰণ্য। কিমান আহিছে, কিমান গৈছে তাৰ সীমা সংখ্যা নাই। আমোদ প্ৰমোদত সকলো মানুহ মতলীয়া হৈ পৰিছে। চাৰিওফালে নানা বাদ্য বাজনা গীত উৰুলীৰে মুখৰিত হৈ পৰিছে। হাহাকাৰ, হৈ-চৈত কাৰো মাত কোনোৱে নুশুনা হৈছে। মই যে তাত গুপ্তভাবে সোমাইছো, ৰক্ষীবিলাকে এই কথাটোৰ একো গম ধৰিব নোৱাৰিলে।

পুৰোহিতে অথৰ্ব্ববিধি অনুসাৰে হোম জ্বালি বিবাহ ক্ৰিয়া আৰম্ভ কৰিলে। অগ্নি আগত ৰাখি হস্তোদক কৰিবলৈ বুলি কন্যাৰ হাতৰ সৈতে বৰৰ হাত লগ লগাবৰ যেতিয়া সময় হল, তেতিয়া চণ্ডবৰ্ম্মাই আগ হাতখন আগবঢ়াইছে মাথোন, এনেতে মই অতৰ্কিতে তাক হাতত ধৰি টানি আনি বুকৰ মাজত জোৰেৰে সেই তীক্ষ্ণ ছুৰীখন বহুৱাই দি

শেষ কৰিলো। এই নৃশংস কাম দেখি মোক বহুলোকে আক্রমণ কৰিলে। ময়ো প্ৰবল বেগে সেই ছুৰীৰ আঘাতেৰে দুই চাৰিজনক আঘাত কৰি যমপুৰীলৈ পঠাই দি তাৰ পৰা তীব্ৰবেগে ওলাই আহিলো। মোৰ ভয়ত সকলো সন্ত্রস্ত হৈ পৰিল। বিশাল লোচনা অম্বালিকাৰ ওচৰলৈ গৈ সকলো ঘটনা কোৱাত তেওঁ আশ্বস্ত হল। তেওঁৰ মধুৰ আলিঙ্গন, অধৰ-পান আদি সুখ অনুভৱ কৰাৰ অভিপ্ৰায়ে তেওঁক লৈ অভ্যন্তৰলৈ গলো। এনে সময়তে আপোনাৰ কণ্ঠস্বৰে মোক অনুগৃহীত কৰিলে।" মোৰ কথা শুনি কুমাৰ ৰাজবাহন বৰ বিস্মিত হল আৰু হাঁহিমাৰি কলে "আপুনি দেখো এই নিষ্ঠুৰ কাৰ্য্যেৰে ( অৰ্থাৎ চৌৰ্য্য বিদ্যাৰে ) কৰ্ণীসুতকো চেৰ পেলাইছে ?" পাচত উপহাৰ বৰ্ম্মাৰ পিনে চকু দি কলে, "এতিয়া আপোনাৰ পাল। কওকচোন আপোনাৰ বৃত্তান্ত কেনে ?"

---

# উপহাৰ বৰ্ম্ম চৰিত

[ ৫ম কুমাৰ ]

কুমাৰ উপহাৰ বৰ্ম্মাই কলে—"মহাৰাজ ! মই আপোনাক বিচাৰি বিচাৰি গৈ এসময়ত বিদেহ ৰাজ্যত উপস্থিত হলো। বিদেহ ৰাজ্যৰ ৰাজধানী মিথিলা। মই তাত নোসোমালো। নগৰৰ বাহিৰত এটা দেবালয় আছিল। অলপ জিৰণি লম বুলি সেই দেবালয়ৰ সীমাত সোমালো। সেই দেৱালয়ত এজনী বুঢ়ী তাপসীয়ে আশ্ৰয় কৰি আছিল। তেওঁ মোক বৰ ভাগকুৰা যেন দেখি হাত মুখ ধুবৰ কাৰণে অলপ পানী আনি দিলে। কিন্তু মোক দেখা পাই তেওঁৰ চকু ছুটাই দি সৰ্‌সৰকৈ লোৰ ধাৰ বৰলৈ ধৰিলৈ। তেওঁৰ হঠাৎ তেনে অৱস্থা দেখি মোৰ মনত এটা সন্দেহ জাগিল। মই সুধিলো 'আই ! এইটো কি ? মোক দেখি তোমাৰ দেখো কান্দোন ওলাল ? ইয়াৰ কাৰণ কি কবানে ?' 'বোপা ! বোধকৰো শুনিবলৈ পাইছা যে এই মিথিলা ৰাজ্যত প্ৰহাৰ বৰ্ম্মা নামে এজন প্ৰখ্যাত ৰজা আছিল। মগধৰাজ্যৰ ৰজা ৰাজহংস তেওঁৰ পৰম মিত্ৰ। সেই বাবে বল আৰু সম্বলৰ দৰে সেই ৰজা দুজনৰ মহিষী প্ৰিয়ম্বদা আৰু বসুমতীৰ মাজতো এটা অকৃত্ৰিম বন্ধুত্বৰ ভাব গঢ়ি উঠে। ৰাণী বসুমতী যেতিয়া প্ৰথম গৰ্ভবতী হয়, তেওঁক অভিনন্দন জনাবৰ বাবে ৰাণী প্ৰিয়ম্বদা স্বামী প্ৰহাৰ বৰ্ম্মাৰ সৈতে কুসুমপুৰলৈ গ'ল।

সেই সময়ত মালৱৰ ৰজাৰ সৈতে মগধ ৰজাৰ এখন ডাঙৰ ৰণ লাগে। সেই ৰণত সকলোৰে অজ্ঞাতসাৰে মগধৰ ৰজা হঠাৎ অদৃশ্য হৈ পৰে। মিথিলাৰ ৰজা মালৱৰ ৰজাৰ যত্নত কোনোমতে ৰক্ষা পৰি নিজ ৰাজ্যলৈ উভতি আহিল ! তেওঁ উভতি আহি জানিব পাৰিলে যে তেওঁৰ ডাঙৰ ভায়েক সংহাৰবৰ্ম্মাৰ

ল'বা বিকট বৰ্ম্মা প্ৰভৃতিয়ে তেওঁৰ ৰাজ্য আয়ত্ব কৰি লৈছে। তেতিয়া নিজ ৰাজ্য পুনৰ উদ্ধাৰ কৰাৰ কাৰণে ভাগিনিয়েক সুহ্ম দেশৰ ৰজাৰ পৰা যুদ্ধৰ সামগ্ৰী সৈন্য সামন্ত সংগ্ৰহ কৰাৰ উদ্দেশ্যে সুহ্ম দেশলৈ যাত্ৰা কৰিলে। দুৰ্গম বনৰ মাজৰ বাটেৰে গৈ থাকোতে হঠাৎ এদল কিৰাতে আক্ৰমণ কৰি তেওঁৰ যথা সৰ্ব্বস্ব লুটি লৈ গল।

সেই সময়ত তেওঁৰ সৰু লৰা এটা মোৰ ওচৰত আছিল। মই কিৰাতৰ শৰবৰ্ষণৰ ভয়তে লৰাটোক লৈ বনৰ মাজত সোমালো। তাতো বিপদে এৰা নিদিলে। হঠাৎ ভীষণ মূৰ্ত্তিৰ বাঘ এটা আহি আগত ওলাল। বাঘটো দেখা পাই মই ভয়ত বিবুদ্ধি হৈ পৰিলো। মোৰ শৰীৰত তৎ নাইকিয়া হল। মই পলাবৰ চেষ্টা কৰাত সেই সৰু লৰাটো মোৰ হাতৰ পৰা হঠাৎ পৰি গল আৰু এটা মৰা গৰুৰ আঁৰত লুটি খাই থাকিলে। বাঘটোৱে সেই গৰুৰ জকাটো মুখেৰে টানিব ধৰিছে মাথোন, এনেতে কৰবাৰ পৰা এপাত কাঁড় তীব্ৰবেগে আহি বাঘটোৰ গাত পৰিল। বাঘটো হাঁউৎ কৰি উঠি লুটি খাই মাটিত দীঘল দি পৰি গল। তেতিয়া এজন শবৰ যুবক আহি সেই মোৰ ওচৰত থকা লৰাটোক মাটিৰ পৰা বুটলি লৈ কোনোবা ফালে গুচি গল। ময়ো বনৰ মাজত অজ্ঞান হৈ পৰি থাকিলো। এজন ভেৰা ৰখীয়া মানুহে আলৈ বিলৈ হৈ বনৰ মাজত পৰি থকা মোক দেখা পালে। তেওঁ ঘৰলৈ নি শুশ্ৰূষা কৰাত মই সুস্থ হলো। সুস্থ হোৱাত মোৰ মন মিথিলাৰজাৰ ওচৰলৈ যোৱাৰ বাবে ব্যাকুল হৈ পৰিল। সেই সময়ত মোৰ ছোৱালীজনী এজন যুবকৰ সৈতে আহি হঠাৎ সেই ঠাইত উপস্থিত হল। তাই মোক দেখা পাই ৰবকৈ কান্দিব ধৰিলে। তাইক দেখি ময়ো চকুলো সামৰিব নোৱাৰিলো। পিচত তাই সুস্থহৈ— বনৰ মাজত কিৰাতে আক্ৰমণ কৰাৰ সময়ত লগ ভাগি আনজন ৰাজকুমাৰ কিৰাত ৰজাৰ হাতলৈ যোৱাত তাইক এজন কিৰাত যুবকে অকলশৰীয়া অবস্থাত লগ পাই প্ৰথমে আশ্ৰয় দি পিচত বিয়া কৰোৱাৰ প্ৰস্তাব



কৰা, নীচ জাতীয় বুলি বিয়াৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাত বনৰ মাজত অকল শৰীয়াকৈ লৈ গৈ তাইক বধ কৰিব খোজোতে লগত থকা সেই যুবকে হঠাৎ দেখা পাই সেই শবৰক বধ কৰি তাইক উদ্ধাৰ কৰা, আৰু শেষত তাইৰ সন্মতি অনুসাৰে সেই যুবকৰ সৈতে বিয়া হোৱা প্ৰভৃতি ঘটনাবোৰ মোৰ আগত বিবৰি কলে।

মোৰ কন্যাক বিয়া কৰোৱা সেই যুবক জননো কোন বুলি সোধাত তেওঁ কলে 'মই এজন মিথিলাৰৰজাৰ সেবক। বিশেষ কাৰণত ৰজাৰ লগত আহোতে মই অলপ পিচ পৰিলো। মই তেওঁকে অনুসৰণ কৰি আহিছো।' পিচত সেই যুবকৰ সৈতে মই মিথিলাৰ ৰজাৰ ওচৰলৈ গৈ সকলো ঘটনা জনালো। পুত্ৰৰ এনে দাৰুণ বৃত্তান্ত শুনি ৰজা আৰু ৰাণী প্ৰিয়ম্বদাই মনত বৰ আঘাত পালে। মিথিলাৰাজে ভায়েকৰ পুতেক বিলাকৰ সৈতে বহু যুদ্ধ কৰি শেষত তিষ্ঠিব নোৱাৰিলে। তেওঁ কাৰাৰুদ্ধ হৈ পৰিল আৰু ৰাণীকো অবৰুদ্ধ কৰিলে। হতভাগিনী মই এই বুঢ়া বয়সতো জীৱন পৰিত্যাগ কৰিব নোৱাৰি সন্ন্যাস গ্ৰহণ কৰিলো। হতভাগিনী মোৰ কন্যায়ো বিকট বৰ্ম্মাৰ প্ৰধান মহিষী কল্পসুন্দৰীক আশ্ৰয় কৰি থাকিল।

সেই ৰাজকুমাৰ দুজন যদি ইমান দিনে নিৰ্ব্বিঘ্নে বাচি থাকিল হেতেন, তেনেহলে এতিয়া তোমাৰ দৰে এনে বয়স হল হেতেন, আৰু ৰজাৰ অংশীদাৰ ভাগীবিলাকেও বল কৰি ৰাজ্য অধিকাৰ কৰিব নোৱাৰিলে-হেতেন। তোমাক দেখা পাই সেই ৰাজকুমাৰলৈ মনত পৰাত মোৰ চকুলো ওলাইছে" বুঢ়ীয়ে কলে।

তাপসীৰ কথা শুনি মোৰো চকুলো পৰিব ধৰিলে। মই তেওঁক গোপনে কলো ; 'আই—যদি এইটোৱেই হয় ; তেনেহলে আপুনি নাকান্দিব। সেই অবস্থাত ৰাণীয়ে লৰাটোৰ ৰক্ষাৰ কাৰণে এজন মুনিক প্ৰাৰ্থনা কৰিছিল। সেই মুনি জনে লৰাটোক নিলে আৰু তেওঁক প্ৰতিপালন কৰিলে। এইটো এটা বহল ঘটনা। তাক কোৱাৰ প্ৰয়োজন নাই। অথবা গোপন কৰিলে বা কি হব। ময়ে সেই বালক

ৰাজকুমাৰ। মই বিকটবৰ্ম্মাক যি কোনো উপায়েৰে মাৰিব পাৰো, কিন্তু তাৰ ভায়েক বহুত তাতে আকৌ প্ৰজা বিলাকো সিহঁতৰ অনুগত। মই যে ইয়াত এনেকৈ ছদ্ম বেশে থাকো এইটো কোনোৱে জানিব পৰা নাই। আনৰ কথাকে নকওঁ আই পিতায়ো একো গম পোৱা নাই। এটা বিশেষ উপায় উদ্ভাৱন কৰি এই কামটো সাধিব লাগিব।'

মোৰ কথা শুনি বুঢ়ী তাপসীৰ আনন্দত নোম শিয়ঁৰি উঠিল। তেওঁ কান্দি কান্দি মোক বুকৰ মাজত আকোৱালি ধৰিলে, আৰু মুখে মূৰে চুমা খাই গদ্‌গদ্ স্বৰেৰে কলে, 'বাচা চিৰদিন জীয়াই থাকা। তোমাৰ মঙ্গল হ'ক। আজি ভগবান বিধি সন্তুষ্ট হৈছে। সচাঁকৈয়ে তুমিয়ে যদি সেই ৰাজকুমাৰ তেন্তে মোৰ বিশ্বাস প্ৰহাৰ বৰ্ম্মাই বিদেহ ৰাজ্য আকৌ ঘূৰাই পাব। এই অপাৰ শোক সাগৰৰ পৰা উদ্ধাৰ কৰিবৰ কাৰণে তুমি উপস্থিত হৈছা। হাঁয়! দেবী প্ৰিয়ম্বদা কি ভাগ্যৱতী?' এই বুলি অতি আনন্দৰ সৈতে নানাবিধ খোৱা বস্তু দি মোৰ যথেষ্ট সৎকাৰ কৰিলে। ৰাতি হোৱাত সেই মন্দিৰতে এখন কঠ পাৰি শুই পৰিলো আৰু মনত চিন্তা কৰিলো যে বিনা কৌশলে বিকটবৰ্ম্মাৰ পৰা পিতৃ ৰাজ্য উদ্ধাৰ কৰা নাযাব। ইয়াত এনে এখন কপট জাল পাতিব লাগিব যাতে বিকটবৰ্ম্মা আপোনা আপুনি মৰি খাই পৰে। তিৰুতা কপটতা উৎপত্তিৰ প্ৰধান ক্ষেত্ৰ। গতিকে এওঁৰ দ্বাৰা সম্প্ৰতি অন্তঃপুৰৰ সকলো খবৰ সংগ্ৰহ কৰা যক। পাচত কিবা এখন কপট জাল পাতিব লাগিব। এইদৰে চিন্তা কৰি থাকোতেই সূৰ্য্যৰ ঘোড়াৰ নিশ্বাস বায়ুৰে তাড়িত হৈয়ে যেন ৰাতিটো আতৰি গল। সাগৰৰ ভিতৰত বাসকৰাৰ বাবেই যেন হীন প্ৰভ হৈ সূৰ্য্যদেব পূব আকাশত দেখা দিলে। মই তেতিয়া বিছনাৰ পৰা উঠিলো আৰু প্ৰাতঃকৃত্য সম্পন্ন কৰি সেই ধাত্ৰী আইক সুধিলো। 'আই! সেই পাপিষ্ঠ বিকট বৰ্ম্মাৰ অন্তঃপুৰৰ কিবা খবৰ জানানে?' তেনে সময়তে এজনী তৰুণী তালৈ আহিল। বুঢ়ী ধায়ে সেই তৰুণীক আথে বেথে কলে 'আহা পুস্কৰিকা! বাচা ৰাজকুমাৰক চোৱাহি; অকৰুণা মই এওঁক বনৰ মাজত পেলাই থৈ



আহিছিলো। আকৌ ভাগ্যগুণত এনেকৈ হঠাতে আহি উপস্থিত হৈছে।'

তেতিয়া সেই যুবতীয়ে আনন্দৰ আবেগত নে শোকৰ কোবত কব নোৱাৰো, বহু সময় কান্দিলে। পিচত শান্ত হোৱাত মাকে ৰাজ অন্তঃপুৰৰ খবৰ কবলৈ কোৱাত যুবতীয়ে কলে, 'কুমাৰ! কামৰূপৰ ৰজা কলিন্দবৰ্ম্মা। তেওঁৰ কন্যা কল্পসুন্দৰী। ৰূপে গুণে আৰু আন আন সকলোবিষয়তে তেওঁ অতুলনীয়। অপেস্বৰাৰ দৰে। সেই কল্পসুন্দৰী বিকটবৰ্ম্মাৰ মহিষী। কল্পসুন্দৰীয়ে বিকটবৰ্ম্মাক এনে ভাবে মুগ্ধ কৰিছে যে বিকটবৰ্ম্মা কল্পসুন্দৰীৰ একেবাৰে হাতৰ মুঠিত লুকাই পৰিছে। বিকটবৰ্ম্মায়ো অন্তঃপুৰিকা বহু থাকিলেও তেওঁকহে বেচি ভাল পায়।'

'পুস্কৰিকা! তুমি অন্তঃপুৰত থাকা? তুমি মোৰ এই গন্ধদ্ৰব্য আৰু মালা লৈ সেই কল্পসুন্দৰীৰ ওচৰলৈ যাবা, আৰু তাত তেওঁৰ পৰিচৰ্য্যা কৰিবা। সদায় ওচৰত থাকি সময় বুজি চেগ চাই তেওঁৰ স্বামীৰ নানাপ্ৰকাৰ দোষ এনেকৈ আঙুলিয়াই দিবা, যাতে কল্পসুন্দৰীয়ে সময়ত স্বামীৰ ওপৰত বিৰক্তা হৈ উঠে। লগতে অনুৰূপ স্বামীৰ প্ৰেমভাজন বাসবদত্তা প্ৰভৃতি ৰমণী বিলাকৰ গল্প শুনাই কল্পসুন্দৰীৰ মনত এটা বিৰক্তিৰ ভাব সৃষ্টি কৰিবৰ দিহা কৰিবা। অন্য অন্তঃপুৰিকা বিলাকৰ লগত হোৱা গোপনীয় কাৰ্য্যবিলাকৰ ভালদৰে অনুসন্ধান কৰি সেইবোৰ কল্পসুন্দৰীৰ ওচৰত এনে ভাবে প্ৰকাশ কৰিবা যাতে তেওঁৰ অভিমান বাঢ়ি উঠে আৰু বিকটবৰ্ম্মাৰ প্ৰতি বিৰাগ উপস্থিত হয়।'

ধাত্ৰী আইকো কলো; 'আই! আপুনিও অন্যকাম এৰি থৈ কল্পসুন্দৰীক এইদৰে ভুলোৱাৰ বাবে মনোযোগ দিয়ে যেন। প্ৰতিদিনে অন্তঃপুৰত যিবোৰ ঘটনা ঘটি থাকে, সেইবোৰ মোক ছুয়োজনে আনুপূৰ্ব্বিক বুজাই কব। মোৰ এই পৰামৰ্শৰ ফল শুভজনক হব। আপোনালোক ছুয়োজনে কল্পসুন্দৰীক ছায়াৰ দৰে অনুসৰণ কৰে যেন।'

তেওঁলোক দুয়োজনে ঠিক তেনেকৈয়ে কাম আৰম্ভ কৰিলে। এনেকৈ কেইদিনমান গল। এদিনাখন মোৰ সেই ধাত্ৰী আয়ে কলে; 'বাপা! নিমগছত আশ্ৰয় কৰা মাধবী লতাৰ দৰে যাতে কল্পসুন্দৰীয়ে নিজেই অনুশোচনা কৰে তেনে ব্যবস্থা কৰা হৈছে। এতিয়া আৰু কি কৰিব লাগে কোৱা।' মোৰ এখন ছবি আছিল। মই ছবিখন তেওঁৰ হাতত দি কলো; 'আই! এই ছবিখন কল্পসুন্দৰীক দিবা। ছবিখন দেখিলে তেওঁ নিশ্চয় কব যে এনেকুৱা আকৃতিৰ কোনোবা পুৰুষ আছেনে? উত্তৰত কবা যে যদি থাকে তেন্তে তেওঁৰ লাভ কি হব? তাৰ উত্তৰ তেওঁ যি দিয়ে মোক আহি কবা।'

'বাৰু সেয়ে হব' এই বুলি কৈ তেওঁ মোৰ ছবিখন লৈ অন্তঃপুৰলৈ গল। তাৰ পৰা ঘূৰি আহি গোপনে গোপনে মোক কলে "বোপা! মই তোমাৰ ছবিখন কল্পসুন্দৰীক দেখুৱালো। ছবি খন দেখা পাই কল্পসুন্দৰী বৰ বিস্মিতা হল আৰু কলে, হেৰা আই! এনেকুৱা সৌন্দৰ্য্য বোধ কৰো কামদেৱতো দেখা নাযাব। এইখন আশ্চৰ্য্যজনক চিত্ৰ। এনেকুৱা আকৃতিৰ কোনোবা পুৰুষ যে ইয়াত আছে মোৰতো কেতিয়াও চকুত পৰা নাই? আই এই ছবিখন কোনে আঁকিছে? কল্পসুন্দৰীয়ে বৰউৎসুক হৈ মোক এই বুলি কলে। মই তেতিয়া মিচিকিয়া হাঁহি মাৰি কলো; 'দেবী! আপুনি ঠিকেই কৈছে। সচাঁকৈয়ে কামদেৱৰো শৰবীৰ এনে লাবন্য নহয়। এই পৃথিবী বৰ বিশাল। বিশাল পৃথিবীৰ বুকত দৈববশতঃ কৰবাত কেতিয়াবা কোনোপুৰুষৰ এনে ৰূপ হোৱা অসম্ভব একো নহয়। যদি এনে বয়স ৰূপ গুণ, বিদ্যা, শিল্পকলা আৰু আভিজাত্য সম্পন্ন কোনো ব্যক্তি থাকে তেন্তে তাৰ দ্বাৰা তেওঁৰ কিবা লাভ হব জানো?' মই কলো। 'আই! কি কম? মোৰ মনত এনে ভাব হৈছে যে মোৰ শৰীৰ মন আনকি নিজৰ প্ৰাণো সিজনক উপহাৰ দিবৰ সচাঁকৈ যোগ্য বস্তু নহয় যেন বোধ হৈছে। কিয়নো এই সকল অতি নিকৃষ্ট বস্তু। গতিকে তেওঁৰ আচলতে একো লাভ নাই। কিন্তু আই! মোৰ যে অন্তৰ



জ্বলিব ধৰিছে? যদি সচাঁকৈয়ে মোক প্ৰবঞ্চনা কৰিবৰ আপোনাৰ অভিপ্ৰায় নাথাকে, তেনে হলে যাতে মোৰ এই চকু জুৰি সিজনৰ দৰ্শন লাভ কৰি সাৰ্থক হব পাৰে অচিৰতে তাৰ ব্যবস্থা কৰিব বুলি আপোনাক অনুৰোধ কৰিলো। আশা কৰো আপুনি মোৰ মনোবাঞ্ছা পূৰণ কৰিব।' কল্পসুন্দৰীয়ে এই বুলি কলে। মই সুবিধা পালো। কথাটো যাতে মনৰ মাজত ভালদৰে বদ্ধমূল হয় তাৰ বাবে আকৌ কলো। 'দেবী! এওঁ এজন অচিনাকি ৰাজকুমাৰ। তেওঁ আপোনাৰ এই নগৰত ছদ্মবেশে আছে। বসন্ত উৎসবৰ সময়ত আপুনি যেতিয়া সখিয়েকসকলৰ সৈতে নগৰৰ বাহিৰলৈ গৈছিল, তেতিয়া মূৰ্ত্তিমতী ৰতিৰ দৰে আপুনি হঠাৎ তেওঁৰ চকুত পৰিল। তেতিয়াৰ পৰাই তেওঁ কামদেবৰ শৰৰ লক্ষ্য হৈ পৰিছে। আপোনালোক দুজনৰ ৰূপ, গুণ আৰু বয়স অনুৰূপ। সেই দেখি ময়ো ৰাজকুমাৰৰ আদেশ অনুসাৰে তেওঁ পঠোৱা মালা আৰু গন্ধ দ্ৰব্যেৰে বহুদিনৰ পৰা আপোনাৰ সেৱা কৰি আছো। কুমাৰৰ প্ৰতি আপোনাৰ অনুৰাগ জন্মাৰ কাৰণে কুমাৰে নিজ হাতেৰে এইখন তেওঁৰ ছবি আঁকি আপোনাৰ ওচৰলৈ মোৰ হাতত পঠাই দিছে। কিন্তু মই এতিয়াও ভালদৰে বুজিব পৰা নাই যে ৰাজকুমাৰৰ প্ৰতি আপোনাৰ মনৰ ভাব কেনে। যদি আপুনি আগেয়ে কোৱা কথাটোৰ মাজত কোনো চলচাতুৰী নাথাকে; তেনেহলে এইটো একো টান কাম নহব। আদেশ পালে আজিতেই ৰাজকুমাৰক আপোনাৰ চকুৰ আগত উপস্থিত কৰি দিব পাৰিম। মাথোন আপুনি সঙ্কেত এটা দিব লাগিব,' মই কলো। তেতিয়া ৰাণীয়ে অলপ পৰ চিন্তা কৰি কলে; 'আই! তোমাৰ ওচৰত গোপন কৰিবলগীয়া মোৰ একো নাই। তোমাক সকলো কথা ভাঙি কওঁ শুনা। মোৰ পিতা আৰু ৰজা প্ৰহাৰ বৰ্ম্মাৰ মাজত বৰ মিলা প্ৰীতি আছিল। সেই সূত্ৰে মোৰ আই মানবতী আৰু প্ৰহাৰ বৰ্ম্মাৰ প্ৰধানা মহিষী প্ৰিয়ম্বদাৰ মাজতো প্ৰগাঢ় প্ৰীতি জন্মে। প্ৰীতিবশতঃ তেওঁলোকৰ সন্তান হোৱাৰ আগতে দুয়ো গৰাকী

ৰাণীৰ মাজত এনে এটা প্ৰতিশ্ৰুতি কৰা হল যে তেওঁলোকৰ ভিতৰত যাৰে কন্যা ওপজে সেই কন্যাজনী যাৰ ল'ৰা হয় তালৈ বিয়া দিব লাগিব। কিন্তু প্ৰিয়ম্বদাৰ পুত্ৰ হেৰাই যোৱাত আৰু বিকটবৰ্ম্মাই খোজাবঢ়া কৰাত দৈৱক্ৰমে তেওঁৰ লগতে মোৰ বিয়া হৈ গ'ল। এই বিকট বৰ্ম্মা বৰ দুৰ্দ্দান্ত নিষ্ঠুৰ আৰু পিতৃদ্ৰোহী। দেখাত অতি কদাকাৰ। ৰতি শাস্ত্ৰত একেবাৰেই অনভিজ্ঞ। কলা বিদ্যা কি তাক সি মুঠেই নাজানে। ৰস শাস্ত্ৰত সমূলি আগ্ৰহ নাই। স্বভাব অতি উৎকট। অতি মিছলীয়া। বৰদাম্ভিক আৰু অহঙ্কাৰী। সদায় অসদ্‌ব্যয় আৰু অসৎকামত আগ্ৰহশীল। অলক্ষণীয়া এই স্বামীক মোৰ সমূলি ভাল লগা নাই। তেওঁৰ প্ৰতি মোৰ তিলমাত্ৰও অনুৰাগ নাই।

বিশেষকৈ এতিয়া আকৌ মোৰ অতিকৈ অন্তৰঙ্গ আৰু বিশ্বাসৰ পাত্ৰ পুষ্কৰিকাক উপেক্ষা কৰিছে। অকল সেয়ে নহয় গোপনে গোপনে মোৰ ওপৰত সপত্নীভাব পোষণ কৰা ৰময়ন্তিকা নামে পৰিচাৰিকা এজনীৰ ওপৰত আসক্ত হৈ পৰিছে। আন কি সন্তানৰ দৰে মই প্ৰতিপাল কৰা মাধৱীলতাৰ ফুলেৰে তাইক জক্‌মকীয়াকৈ সজাই পৰাই মই উপভোগ কৰা ক্ৰীড়া পৰ্ব্বতৰ ওপৰত ৰত্নখচিত বিচিত্ৰ স্নুবৰ্ণৰ শয্যাত বিহাৰ কৰিব ধৰিছে। যি পুৰুষ নিজেই চৰিত্ৰহীন, সি আনক নিন্দা কৰাটো জানো তাৰ ধৃষ্টতা নহয়? মোৰ আৰু কিহৰ অপেক্ষা? এই জনমৰ দুঃখেৰে পৰলোকৰ ভয়ো মোৰ মোচা গৈছে। নাৰীৰ পক্ষে অসদৃশ পুৰুষৰ সৈতে সহবাস হৃদয়ৰ নিদাৰুণ যান্ত্ৰণা নহয় জানো? আই! এই মাধৱী লতাৰ মণ্ডপত মই থাকিম। আপুনি সেই পুৰুষ ৰত্নৰ সৈতে অচিৰতে যাতে মোৰ মিলন হব পাৰে তাৰ ব্যৱস্থা কৰিব।

আই! যিদিনা আপোনাৰ পৰা চিত্ৰপটত লিখা সেই পুৰুষৰত্নৰ কথা কাণত পৰিছে, সিদিনাৰ পৰাই মোৰ মন তেওঁ অপহৰণ কৰি নিছে। মোৰ ওচৰত এইবোৰ অসংখ্য ধন আছে। আমি ইয়াৰে বহুদিনলৈকে অনায়াসে জীৱন যাত্ৰা নিৰ্ব্বাহ কৰিব পাৰিম। গতিকে



বিকটবৰ্ম্মাৰ ঠাইত চিত্ৰপটত অঙ্কিত সেই পুৰুষৰত্নক মোৰ স্বামী পদত অভিষিক্ত কৰি মোৰ মনৰ বাঞ্চা পূৰণ কৰিব বুলি ভাবো।' কল্পসুন্দৰীৰ মনৰ এই ভাবটো সম্পূৰ্ণ ৰকমে বুজাবলৈ তোমাৰ ওচৰলৈ আহিছো। এতিয়া কৰিবলগীয়া যি হয় তাক তুমিয়ে জানা" বৃদ্ধাই কলে।

মই সেই বৃদ্ধাতাপসীৰ পৰা অন্তঃপুৰত সোমোৱাৰ বাট অন্তঃপুৰ-ৰক্ষাসকলৰ অৱস্থানক্ৰম আৰু থকাঠাই প্ৰভৃতিৰ সকলো বিৱৰণ ভালকৈ জানি ললো। এই সময়ত ভগবান সূৰ্য্যদেৱে অস্তাচলৰ অভিমুখে যাত্ৰা কৰিলে। নিশা আহি মোক অন্তঃপুৰত প্ৰবেশ কৰাৰ কাৰণেই যেন ইঙ্গিত দিলে। মই শয্যাত শুই পৰি কামটো একপ্ৰকাৰ সিদ্ধ হোৱা বুলিয়ে ধৰি ললো। কিন্তু পৰস্ত্ৰী অপহৰণ কৰিলে ধৰ্ম্মৰ ব্যাঘাত হয় বুলিও মনত এবাৰ আশঙ্কা হল। আনফালে অৰ্থ আৰু কামৰ বাবে ধৰ্ম্মৰ ব্যাঘাত নহয় বুলি শাস্ত্ৰকাৰ সকলে উল্লেখ কৰা কথা এটা ও মনত পৰিল। গুৰুজনৰ মুক্তিৰ কাৰণে এনে কাম কৰিবলগীয়া হৈছে বুলি মনৰ মাজৰ পৰা সকলো প্ৰকাৰৰ দ্বিধা ভাব আঁতৰি গল। এনে কাৰ্য্যেৰে ধৰ্ম্মৰ কিছু পৰিমাণে হানি হয় যদিও গুৰুজনৰ মুক্তিৰ কাৰণে কৰাৰ বাবে কিছু পৰিমাণে ধৰ্ম্ম উপাৰ্জ্জন কৰাও হব বুলি মনত খেলালে। বিশেষকৈ মহাৰাজ ৰাজবাহন আৰু মোৰ লগৰীয়া অন্যান্য কুমাৰ বিলাকে এই কাৰ্য্যটোৰ কথা শুনিলে বা কি কব? ইত্যাদি নানান চিন্তা কৰি শুই পৰিলো।

শুই থাকোতে এটা সপোন দেখিবলৈ পালো। সপোনত ভগবান গণেশে মোৰ আগত দেখা দি কলে; 'উপহাৰ বৰ্ম্মা! তুমি কিয় চিন্তা কৰিছা? তুমি মোৰ অংশ। মহাদেৱৰ জটা কপালত বাস কৰা সেই স্বৰ্গগঙ্গাই হল কল্পসুন্দৰী। এদিনাখন গঙ্গাই মোৰ শুৰৰ আলোড়ণ সহিব নোৱাৰি ক্ৰোধ কৰি মোক শাপ দিলে—তুমি মনুষ্য লোকলৈ যোৱা। তেতিয়া মোৰো খং উঠিল। ময়ো তেওঁক প্ৰতি শাপ দিলো—তুমিয়ো ইয়াত যেনেকৈ বহুতৰ ভোগ্যা হৈ আছা তেনেকৈয়ে মৰ্ত্ত্যলোকতো বহুতৰ ভোগ্যা হৈ জন্মগ্ৰহণ কৰা—তেতিয়া তেওঁ মোক

অনুনয় কৰি প্ৰাৰ্থনা কৰিলে যে মই প্ৰথমে এজনক বৰণ কৰি শেষত যাবজ্জীবন তোমাৰ সৈতে ক্ৰীড়া কৰি যাতে কটাব পাৰো এই বৰ দিয়া। ময়ো তথাস্তু বুলি কলো। গতিকে তুমি কোনো সন্দেহক মনত ঠাই নিদিবা। এই কামটো ভবিষ্যতে তোমাৰ মঙ্গল জনক হব।' মোৰ টোপনি ভাগিল। মনৰ মাজৰ পৰা সকলো সংশয় আতৰি গল। আনন্দিত হৈ প্ৰিয়াৰ সঙ্কেতৰ কথা শুনি দিনটো কথমপি অতিবাহিত কৰিলো। পিছদিনা ভগবান সূৰ্য্যদেৱে যেতিয়া অস্তাচল শিখৰত আৰোহণ কৰিলে, আৰু নিশাৰ ঘোপমৰা অন্ধকাৰ আহি ধৰণীক ঢাকি পেলালে তেতিয়া কামদেৱে মোৰ প্ৰতি অজস্ৰ শৰ বৰ্ষণ কৰিব ধৰিলে। মোৰ মন উদ্‌বিগ্ন হৈ পৰিল। মই নীলাৰঙৰ কাপোৰ পৰিধান কৰি শৰীৰটো আতিল কৰি বান্ধিলো। হাতত এখন তৰোৱাল লৈ অন্তঃপুৰৰ অভিমুখে যাত্ৰা কৰিলো। সেই বূঢ়ী ধাত্ৰী আয়ে কোৱামতে সকলো চিনৰ কথা চিন্তা কৰি কৰি ৰাজভৱনৰ কাষৰৰ জলপূৰ্ণ খাৰৈৰ ওচৰত গৈ উপস্থিত হলো। সেই খাৰৈৰ ওচৰতে মোৰ ধাত্ৰী আই থাকে। আগেয়ে দিয়া সংকেত অনুসাৰে পুষ্কৰিকাই তাত এডাল দীঘল বাঁহ আনি ৰাখিছিল। সেই বাঁহডাল পেলাই দি খাৰৈটো পাৰ হলো। পিচত সেই বাঁহ ডাল ঠিয় কৰি দি পুবৰ প্ৰাচীৰৰ ওপৰত উঠিলো। প্ৰাচীৰৰ ওপৰে ওপৰে গৈ ৰাজভৱনৰ প্ৰধান বাট চ'ৰাইদি পুবৰ মাজত সোমালো। পুবত সোমাই বকুল গছৰ তলে তলে গৈ চম্পাফুলৰ উদ্যান পালো। সেই উদ্যানৰ উত্তৰ ফালে চাকৈ চকোৱাৰ মাত শুনিবলৈ পালো। সেই পিনেদি অলপ পূবৰ ফালে গলো। তাৰ পৰা দক্ষিণ ফালে থকা অশোক বকুল আদি গছৰ মাজৰ বাটেদি গৈ পশ্চিম ফালে থকা আম কাননত উপস্থিত হলো। আগেয়ে দিয়া সংকেত অনুসৰি আমৰ বাগিছাৰ মাজত থকা মাধবী লতামণ্ডপৰ দুৱাৰ মুখত উপস্থিত হলো। নতুন পল্লৱবাজি সুশোভিত মাধবী লতা মণ্ডপৰ মাজত এটা ভিতৰ চ'ৰা আছে। সেই চ'ৰাৰ ভিতৰত নানাৰত্নৰাজি খচিত সোনৰ পালঙৰ ওপৰত এখন সুন্দৰ শয্যা পাতি থোৱা আছে। শয্যাখন নানা



তৰহৰ পুষ্পৰাজিৰে জক্‌মকীয়া কৰি সজোৱা। শয্যাৰ ওপৰত এখন হাতীৰ দাঁতেৰে তৈয়াৰ কৰা বিছনী আৰু কাষত সুগন্ধি জলপূৰ্ণ এটা সোনৰ ভৃঙ্গাৰ। মই সেই শয্যাত বহি অলপ সময় বিশ্ৰাম কৰিলো, আৰু বসন্তৰ স্নিগ্ধ সুৰভি বতাহ ললো। অলপ সময় আছো, এনেতে ভৰিৰ নুপুৰৰ ৰুনুজুনু মধুৰ শব্দ এটা আহি মোৰ কাণত সোমাল। কাৰবাৰ শব্দ শুনি মই শয্যাৰ পৰা উঠি অলপ আতৰি গৈ এজোপা অশোক গছৰ আঁৰত গা ঢাকনি দি থাকিলো। গছৰ আঁৰেদি দেখিবলৈ পালো যে সৌদামিনীৰ দৰে মত্তহংসগামিনী সেই কল্পসুন্দৰী লাহে লাহে আহি তাত উপস্থিত হ'ল। তেওঁ মোক তাত দেখা নাপাই বৰ উৎকণ্ঠিতা হৈ পৰিল, আৰু ৰাজহংসীৰ দৰে গদ্‌গদস্বৰে নিজক নিজে কলে, 'মই নিশ্চয় প্ৰতাৰিত হলো। তাপসীয়ে মোক বোধ কৰো প্ৰবঞ্চনা কৰিলে। এই অকাৰ্য্যৰ বাবে মিছাকৈয়ে মোৰ হৃদয় চঞ্চল হৈ পৰিছে। ভগবান মদন ! মই তোমাৰ এনেকি অপৰাধ কৰিছো যাৰ কাৰণে মোক এনে উত্তপ্ত কৰিছা অথচ ভস্ম কৰা নাই ?' সুন্দৰীৰ এনে কাতৰ অনুৰাগ পূৰ্ণ প্ৰেমবিহ্বল কণ্ঠস্বৰে মোৰ মন গলাই পেলালে। তেতিয়া তৎক্ষণাত গছৰ আঁৰৰ পৰা ওলাই আহিলো আৰু ঘৰৰ ভিতৰত সোমালো। তাত এটা চাকি ঢাকনিৰে ঢাকি থোৱা আছিল। মই ঢাকনি গুচাই পোহৰ কৰি কলো ; 'ভামিনি ! তুমি নিশ্চয় কামদেৱৰ অপৰাধ কৰিছা কাৰণ তোমাৰ অসামান্য ৰূপলাৱণ্যেৰে কামপ্ৰিয় ৰতি পৰাজিত হৈছে। তোমাৰ ভ্ৰূলতাই তেওঁৰ ধনুকো চেৰ পেলাইছে। ইষৎ কুঞ্চিত নীল অলক ৰাজিয়ে তেওঁৰ ভ্ৰমৰ ৰচিত ধনুৰ গুণকো নিন্দা কৰিছে। কুটিল কটাক্ষ বিক্ষেপেৰে তেওঁৰ পুষ্পশৰো পৰাভূত হৈছে। সেই বাবে তেওঁ তোমাক তাপ দিয়াটো যুক্তি যুক্তই হৈছে। কিন্তু মোক যে কোনো অপৰাধ নকৰাকৈয়ে তাপিত কৰিছে এইটোহে তেওঁৰ দোষ। সুন্দৰী ! প্ৰসন্ন হোৱা। কামবিষদগ্ধ মোক আলিঙ্গন ঔষেধেৰে সঞ্জীবিত কৰা,' এই বুলি প্ৰেম বিহ্বল চিত্তে আলিঙ্গন কৰিলো আৰু বহুপ্ৰকাৰ বন্ধে ৰতি সুখ অনুভৱ কৰিলো। পিচত ৰতি ক্ৰীড়াত

পৰিশ্ৰান্ত হৈ কলপসুন্দৰীয়ে চকুলো টুকি টুকি মোক কলে, 'প্ৰিয়তম! তুমি মোক ইয়াত অকলে এৰি থৈ নাযাবা। যদি যোৱা তেনেহলে জানিবা তুমি যোৱাৰ লগে লগে মোৰ জীৱন প্ৰদীপ নুমাই গৈছে। গতিকে মোকো তোমাৰ লগতে লৈ যোৱাৰ কাৰণে যেন কোনো দ্বিধা নকৰা।' 'প্ৰিয়ে! কোনোবা জ্ঞানী মানুহে অনুৰক্তা ৰমণীক অভিনন্দন নকৰাকৈ থাকিব পাৰেনে? যদি মোক অনুগ্ৰহ কৰিবা খোজা, তেনেহলে কোনো বিচাৰ নকৰি মোৰ এটা উপদেশ প্ৰতিপালন কৰিব লাগিব। তেতিয়া হলে ভবিষ্যতে তোমাৰ কোনো বিপদৰ আশঙ্কা নাথাকিব। তুমি মোৰ ছবি থকা এই চিত্ৰ পটখন গোপনে ৰজাক দেখুৱাবা আৰু কবা, কান্ত। এই চিত্ৰ পটত অঁকা আকৃতিটোৱে পুৰুষৰ সৌন্দৰ্য্যৰ চৰমসীমা পোৱা নাইনে? ৰজাই তেতিয়া 'খুব পাইছে' বুলি নিশ্চয় কব। তেতিয়া তুমি কবা 'যদি পাইছে বুলি স্বীকাৰ কৰে তেনেহলে ইয়াৰ এটা ৰহস্য আছে। কলে শুনিবনে?' ৰজাই নিশ্চয় শুনিবলৈ ইচ্ছা কৰিব। তেতিয়া তুমি কবা 'এজনী বুঢ়ি তাপসী আছে। তেওঁ মোৰ আইৰ দৰে বৰ বিশ্বাসৰ পাত্ৰ বহু দেশ দেশান্তৰ ভ্ৰমণ কৰি তেওঁ বিশেষ অভিজ্ঞতা অৰ্জন কৰিছে। তেওঁৱেই এই চিত্ৰখন দেখুৱাই মোক এদিন কলে, দেবি! মোৰ ওচৰত এটা বৰ প্ৰামাণিক মন্ত্ৰ আছে। অমাবস্যা আদি কোনো বিশিষ্ট পৰ্ব্বদিনত উপবাসে থাকি পুৰোহিতেৰে হোম কৰাব লাগে। পিচত সেই হোম কুণ্ডতে দোভাগ ৰাতি তুমি অকলে থাকি এশ ডোখৰ চন্দন কাঠ, এশ ডোখৰ অগৰু কাঠ, কিছুমান কৰ্পূৰ আৰু কিছুমান সুগন্ধি দ্ৰব্যৰ চূৰ্ণেৰে যদি মন্ত্ৰটো জপ কৰিব পাৰা, তেনেহলে তোমাৰ স্বামীৰো এনেকুৱা ৰূপলাবণ্যযুক্ত সুন্দৰ আকৃতি হব। হোম হৈ যোৱাৰ পিচত এটা ঘন্টা ৰজাই দিব লাগে ঘন্টাৰ শব্দ হলে তোমাৰ স্বামী তোমাৰ ওচৰত উপস্থিত হৈ তেওঁৰ যদি অত্যন্ত গোপনীয় কিবা কথা থাকে তেনেহলে সেইবোৰ কথা তোমাৰ ওচৰত আনুপূৰ্ব্বিক বিবৰি কৈ অতিশয় অনুৰাগৰ সৈতে চকুমুদি তোমাক গাঢ় আলিঙ্গন কৰিব লাগিব। তেতিয়া তোমাৰ স্বামীত



এই আকৃতিটো তৎক্ষণাৎ সংক্ৰমিত হব। কিন্তু তোমাৰ আকৃতি হলে কোনো পৰিবৰ্ত্তন নহয়। তুমি আগৰ দৰেই থাকিবা। যদি তোমাৰ আৰু তোমাৰ স্বামীৰ এই প্ৰক্ৰিয়াটো ভাল লাগে তেনেহলে কৰি চাব পাৰা। ইয়াত কোনো প্ৰকাৰ সন্দেহৰ ভাব পোষণ কৰিব নালাগে। এতিয়া যদি আপুনি এনে আকৃতি হোৱাটো বাঞ্চা কৰে তেনেহলে আপোনাৰ মন্ত্ৰীমণ্ডলী, ভাতৃসকল, পুৰবাসী আৰু নগৰৰ অন্যান্য প্ৰজা সকলৰ সৈতে পৰামৰ্শ কৰি তেওঁবিলাকৰ মত সাপেক্ষে কৰিব লাগিব। নহলে পিছত তেওঁলোকৰ এটা অন্যভাবৰ সৃষ্টি হব।'

মোৰ বিশ্বাস তেওঁ নিশ্চয় এই কথাটো স্বীকাৰ কৰিব। তেতিয়া তুমি এই প্ৰমোদ বনৰ চতুষ্পথত (চাৰি-আলিত) অথৰ্ব্ববিধি অনুসাৰে দোভাগ নিশা সময় পশুবলি দি পুৰোহিতেৰে হোমকৰাই অগ্নি বিসৰ্জন দিয়াবা। যেতিয়া হোমৰ ধোঁৱা নাইকিয়া হব, মই তেতিয়া ইয়ালৈ গোপনে গোপনে আহি লতামণ্ডপৰ আৰত লুকাই থাকিম। যেতিয়া ৰাতি ঘোপ মৰা আন্ধাৰ হৈ পৰিব, তেতিয়া তুমি বিকট বৰ্ম্মাক মই কোৱা মতে পৰিহাসৰ চলেৰে মিচিকিয়া হাঁহি মাৰি কাণৰ ওচৰত কবা যে তুমি বৰ ধূৰ্ত্ত আৰু অকৃতজ্ঞ। আজি মোৰ অনুগ্ৰহত মানুহৰ চকুৰোৱা ৰূপ লাভ কৰি মোৰ সপত্নী বিলাকৰ সৈতে বিহাৰ কৰিব পাৰিবা। গতিকে মই নিজৰ অনিষ্ট সাধনৰ কাৰণে বেতাল সাধনা নকৰো।

এই কথা শুনি বিকটবৰ্ম্মাই যি কয় তুমি অকলে আহি সেই কথা মোক কবা। পিচত যি কৰিব লাগে মই কৰিম। উপবনলৈ যাওঁতে বাটত মোৰ ভৰিৰ খোজৰ চিন নিশ্চয় পৰি থাকিব। তুমি পুষ্কৰিকাৰ হতুৱাই সেইবোৰ মোচাই পেলাবা। এইটো নেপাহৰা যেন,' মই কলো।

"বাৰু সেয়ে হব" এই বুলি শাস্ত্ৰৰ উপদেশৰ দৰে কল্পসুন্দৰীয়ে মোৰ কথা মানি লৈ অতৃপ্তভাবেই অন্তঃপুৰলৈ গল! ময়ো তাৰ পৰা ওলাই আহি থকা ঠাইলৈ গলো। কলপসুন্দৰীয়ে মোৰ দিহা মতে কাম

কৰিলে। মূৰ্খ বিকটবৰ্ম্মা কল্পসুন্দৰীৰ কথাত ভোল গল। ৰাজ্য জুৰি এই অদ্‌ভুত কথাটো প্ৰচাৰ হল যে ৰজা বিকটবৰ্ম্মাই মহাৰাণীৰ মন্ত্ৰ সাধনাৰ বলত দেবতাৰ দৰে সুন্দৰ শৰীৰ লাভ কৰিব। এইটো এটা শুভজনক কাৰ্য্য। কোনো প্ৰতাৰণা বা কপট নহয়। ইয়াত কোনো প্ৰকাৰ অনিষ্ট হোৱাৰ সম্ভাবনাও নাই। কাৰণ বৃহস্পতিৰ দৰে দূৰদৃষ্টি সম্পন্ন মন্ত্ৰী সকলেও বিবেচনা কৰি এই কাৰ্য্যটো অনুমোদন কৰিছে। যদি এনে হয় তেনেহলে জগতত ইয়াতকৈ আৰু অদ্‌ভুত কাৰ্য্য একো থাকিব নোৱাৰে। মণি, মন্ত্ৰ, আৰু ঔষধৰ প্ৰভাৱ অচিন্ত্য। প্ৰজাসাধাৰণৰ মাজত এনেকুৱা জনৰব বহুল ভাৱে প্ৰচাৰ হৈ পৰিল। এদিন অমাবস্যা তিথি পৰিল। সিদিনা দোভাগমান ৰাতিত অন্তঃপুৰৰ উপবনৰ মাজৰ পৰা হোমৰ ধোঁৱা উপৰলৈ উঠিব ধৰিলে। জুইত আহুতি দিয়া ঘিউ, তিল, সৰিয়হ আৰু মাংস আদিৰ গোন্ধ বতাহত চাৰিও পিনে বিয়পি পৰিল। হোমৰ ধোঁৱা যেতিয়া শাম কাটিলে তেতিয়া মই গৈ পুৰৰ সেই উপবনত সোমালো। মই অহা গম পাই কল্পসুন্দৰীয়ে আহি মোক আলিঙ্গন কৰি হাঁহি হাঁহি কলে, ধূৰ্ত্ত! তোমাৰ বাঞ্ছা পূৰণ হল। সেই পশু প্ৰায় শেষ বুলিয়েই ধৰিব পাৰা। তাক প্ৰলুব্ধ কৰাৰ কাৰণে তুমি কোৱা মতে মই কলো 'ধূৰ্ত্ত! তোমাৰ এই আকৃতি পৰিবৰ্ত্তন কৰি নতুন সুন্দৰ আকৃতি এটা আনি দিব নোখোজো। কিয়নো তেনে আকৃতি হলে অপেশ্বৰা বিলাকৰো চকুত পৰিবা। অইন সাধাৰণ তিৰোতাৰ কথাতো কবই নালাগে। তুমি বৰ চঞ্চল আৰু নিষ্ঠুৰ। ভোমোৰাৰ দৰে যতে ততে গৈ মৌ চুহি ফুৰিবা।' এই বুলি কোৱাত সি মোৰ ভৰি তুখনত পৰি কলে, প্ৰিয়তমে! মোৰ সকলো অপৰাধ মাৰ্জনা কৰা। আজিৰ পৰা অন্য তিৰোতাক মনেৰেও নাভাবো। কৰিব লগীয়া কাম সোনকালে শেষ কৰা। প্ৰিয়া, সেই কাৰণে আজি আকৌ নতুনকৈ বিয়াৰ উপযুক্ত সাজপাৰলৈ তোমাৰ ওচৰলৈ আহিছো। আগেয়ে গুৰু কামদেবে অনুৰাগ অনলক সাক্ষী কৰি



তোমাক এই জায়া দিছিল। এতিয়া আকৌ সাক্ষাত বহ্নিক আগত ৰাখি হৃদয় অৰ্পণ কৰিছো।' এই বুলি কৈ কল্পসুন্দৰীয়ে ভৰিৰ আঙুলিৰ আগেৰে মোৰ ভৰিত ভৰদি গেবোৱা তুটা ওপৰলৈ তুলি কোমল বাহু লতাৰে মোৰ গলত গাঢ় আলিঙ্গন কৰিলে।

পিচত মই কল্পসুন্দৰীক কলো; প্ৰিয়ে! তুমি সম্প্ৰতি এই কুৰুবকৰ ঝাৰৰ মাজতে থাকা। মই যেতিয়ালৈকে ইয়াৰ পৰা ওলাই গৈ সাধিব লগীয়া কাৰ্য্য সাধন কৰি উভতি নাহো তেতিয়ালৈকে। এতিয়াও কামৰ বহু বাকী আছে। এই বুলি কৈ কল্পসুন্দৰীক তাতে এৰি থৈ কল্পসুন্দৰীৰ দৰে সাজ পাৰ লৈ হোম কৰা ঠাইলৈ গলো আৰু অশোক গছৰ ডালত আঁৰি থোৱা ঘণ্টাটো বজাই দিলো। বিকটবৰ্ম্মাক আহ্বান কৰিয়ে যেন যমৰ দূতীৰ দৰে সেই ঘণ্টাটো বাজি উঠিল। মই হোমৰ জুইত অগৰু চন্দন আদিৰ আহুতি দিবলৈ ধৰিলো। ৰজা বিকটবৰ্ম্মাও আগে কোৱা ঠাইলৈ আহিল। তেওঁ শঙ্কিত আৰু বিস্মিতৰ দৰে মনত কিবা গুণা গথা কৰি ঠিয় হৈ থাকিল। তেওঁক মই কলো, 'কি ভাবিছা? এই বহ্নিক আগত ৰাখি সত্য কথা কোৱা। নহলে তুমিহে যেনে লোক এই ৰূপেৰে মোৰ সপত্নীবিলাকৰ সৈতেও বিহাৰ কৰিবা। যদি নকৰো বুলি কোৱা তেনেহলে তোমাত এই অভিনৱ ৰূপ সংক্ৰমিত কৰি দিম।'

বিকটবৰ্ম্মাৰ মনত দৃঢ় ধাৰণা হল যে সচাকৈয়ে এইজনী ৰাণী। ইয়াত কোনো কপটতা নাই। তেতিয়া তেওঁ বিশ্বস্ত হৈ শপথ কৰিবলৈ ওলাল। মই হাঁহি মাৰি কলো; শপথ কৰাৰ কোনো আবশ্যক নাই? এনেকুৱা কোনো তিৰোতা নাই যি নেকি মোক অপদস্ত কৰিব পাৰে। যদি মন কৰা তেনেহলে অপেশ্চৰাবিলাকৰ সৈতেও ইচ্ছামতে বিহাৰ কৰিব পাৰিবা। এতিয়া তোমাৰ গোপনীয় কথা কি আছে কোৱা। সেইটো কোৱাৰ পাচতহে তোমাৰ আগৰ ৰূপৰ পৰিবৰ্ত্তন হব।' তেতিয়া বিকটবৰ্ম্মাই কলে; 'মোৰ খুৰা প্ৰহাৰ বৰ্ম্মাক কাৰাগাৰত বন্ধ কৰি থৈছো। তেওঁক বিষমিহলোৱা খাদ্য খুৱাই অজীৰ্ণ

ৰোগ হৈ মৰা বুলি প্ৰচাৰ কৰাৰ কাৰণে মন্ত্ৰীবিলাকৰ লগত আলোচনা কৰি ঠিক কৰিছো। এইটো হল মোৰ প্ৰথম ৰহস্য কথা।

দ্বিতীয় হৈছে পুণ্ড্ৰদেশ আক্ৰমণ কৰাৰ বাবে মোৰ সৰু ভাই বিশাল বৰ্ম্মাক সেনাপতি পদত অভিষিক্ত কৰিছো। তৃতীয়, পাঞ্চালিক নামে এজন নগৰীয়া বুঢ়া আৰু পৰিত্ৰাত নামে এজন বেপাৰীক থপতি নামে এজন যবনৰ পৰা সমগ্ৰ পৃথিবীৰ সমান মূল্যবান একখণ্ড হীৰা আধা দামত অনাৰ বাবে গোপনে নিযুক্ত কৰিছো।

চতুৰ্থ হৈছে শতহলি নামে এই নগৰত মোৰ এজন সম্ভ্ৰান্ত বন্ধু আছে। তেওঁ মোৰ কথামতে অনন্তহলি নামে আন এজন দুষ্ট প্ৰকৃতিৰ মিচলীয়া মানুহৰ ওপৰত গাওঁ বাসী মানুহবিলাকক উচতাই দি দোষ আৰোপণ কৰি বিচাৰকৰ দ্বাৰা দোষী সাব্যস্ত কৰাই মাৰিম বুলি স্বীকাৰ কৰিছে? এই কেইটাই হল সম্প্ৰতি মোৰ গোপনীয় কথা।'

মই এই গোপন কথাবিলাক শুনি লৈ "তোমাৰ আয়ুস এই পৰ্য্যন্তই। নিজৰ কাৰ্য্যৰ অনুৰূপ ফল ভোগ কৰা" এই বুলি কৈ তৰোৱালেৰে তৎক্ষণাৎ দুই খণ্ড কৰি কাটি প্ৰজ্বলিত বহ্নিত আহুতি দিলো। সি পলকৰ ভিতৰতে ভস্মত পৰিণত হৈ গ'ল। মোৰ এই নিষ্ঠুৰ ভয়ানক কাৰ্য্য দেখি কল্পসুন্দৰী স্ত্ৰীস্বভাবসুলভ ভয়ত থৰ থৰকৈ কপিবলৈ ধৰিলে। মই তেওঁক আশ্বস্ত কৰিলো, আৰু তেওঁৰ অনুমতি অনুসাৰে অন্তঃপুৰলৈ লৈ গলো। তাত গৈ অন্তঃপুৰিকাবিলাকক ভোজন আচ্ছাদনাদিৰে অপ্যায়িত কৰিলো। পৰিবৰ্ত্তিত ৰূপত মই উপস্থিত হোৱাত তেওঁলোক বিস্মিত হ'ল। মই তেওঁলোকৰ সৈতে নানাপ্ৰকাৰ আমোদ প্ৰমোদেৰে কিছু সময় থাকি নিশাৰ অবশিষ্ট সময়খিনি কল্পসুন্দৰীৰ সৈতে ৰত্নখচিত সোণৰ পালঙৰ ওপৰত ৰতি-ক্ৰীড়াত নিমগ্ন হৈ অতিবাহিত কৰিলো। ৰাজকৰ্ম্মচাৰী বিলাকৰ কাৰ্য্যকলাপ আৰু চৰিত্ৰ সম্বন্ধে কল্পসুন্দৰীৰ পৰা সকলো তথ্য ভাল দৰে বুজি ললো। ৰাতি প্ৰভাত হল। মই শয্যা পৰিত্যাগ কৰি যথোচিত স্নান সন্ধ্যা আদি প্ৰাতঃকৃত্য সমাপ্ত কৰি মেল চৰাত বহিলো। পাত্ৰ



মন্ত্ৰী সকলো আহি মোৰ চাৰিওফালে যথাযোগ্য ঠাইত আগুৰি বহিল। তেতিয়া মন্ত্ৰীবৰ্গক কলো; 'মন্ত্ৰী সকল! আকৃতিৰ লগে লগে মোৰ প্ৰকৃতিৰো পৰিবৰ্ত্তন ঘটিছে। মই যি খুৱাক বিষান্ন ভোজন কৰাই মৰাৰ সংকল্প কৰিছিলো, আজি তেওঁক কাৰাগাৰৰ পৰা মুক্ত কৰি সসম্মানে নিজ ৰাজ্যত স্থাপিত কৰিব লাগে। তেওঁক পিতাৰ দৰে পূজা কৰাহে আমাৰ উচিত। পিতৃহত্যাতকৈ জগতত কোনো ডাঙৰ মহাপাপ নাই।' ভায়েক বিশাল বৰ্ম্মাক মাতি আনি কলো; 'ভাই, পৌণ্ড্ৰবাসী লোক অতিশয় সমৃদ্ধিশালী। এই সময়ত তেওঁবিলাকক আক্ৰমণ কৰিলে, বৰ ক্ৰুদ্ধ হৈ পৰিব। আৰু আমাৰ ৰাজ্যৰ ওপৰত প্ৰতি আক্ৰমণ চলাব। গতিকে যেতিয়া সিহঁতৰ মাজত দুৰ্ভিক্ষই দেখা দিব, তেতিয়াহে অভিযান চলোৱা ভাল হব। এতিয়া আৰু নালাগে।'

নাগৰিক শ্ৰেষ্ঠ পাঞ্চালিক আৰু সাউদ পৰিত্ৰাতক মাতি আনি কলো 'হেৰা! সকলোৰে ওপৰত ধৰ্ম্ম আছে। যি বস্তুৰ যি মূল্য, তাক সেই পৰিমানে দিয়াটো উচিত। অধিকমূল্যৰ বস্তু অলপ মূল্য দি ঠগাই অনাটো বৰ গৰ্হিত কাম আৰু অধৰ্ম্মজনক। গতিকে সেই হীৰা খণ্ড উচিতমূল্য দি যবণৰপৰা কিনাটোৱেই যুক্তি যুক্ত হব।' নাগৰিক শ্ৰেষ্ঠ শতহলিক মাতি আনি কলো, 'হেৰা! প্ৰহাৰবৰ্ম্মাৰ পক্ষপাতী বুলি যি অনন্তসীৰক হত্যা কৰাৰ যুক্তি কৰা হৈছিল, এতিয়া পিতা প্ৰকৃতিস্থ হোৱাত সেই কাৰ্য্যৰ পৰা বিৰত হোৱাটোৱেই উচিত হব। গতিকে তেওঁৰ ওপৰত আৰু বিদ্বেষ নকৰিবা।' এই ৰহস্য কথাবোৰ মই যেতিয়া সভাত প্ৰকাশ কৰি কলো তেতিয়া মন্ত্ৰী প্ৰভৃতিৰ মনত দৃঢ় বিশ্বাস হল যে 'এৱেঁই সেই ৰজা'। তেতিয়া তেওঁলোক বৰ বিস্মিত হৈ মোক আৰু মহাদেবীক বাৰে বাৰে প্ৰশংসা কৰি মন্ত্ৰবলৰ কথা ঘোষণা কৰিব ধৰিলে। পিচত পিতা আৰু আইক কাৰাগাৰৰপৰা মুক্ত কৰি দি নিজ ৰাজ্য সন্মান সহকাৰে প্ৰত্যৰ্পণ কৰিলো। মোৰ এই কাৰ্য্যকলাপবোৰ ধাত্ৰী আইৰ হতুৱাই গোপনে গোপনে আই পিতাৰ কাণত পেলালো। মোৰ

কাৰ্য্যত তেওঁলোক বৰ আনন্দিত হল। মই গৈ তেওঁলোকৰ চৰণত সেৱা জনালো।

আই পিতাই মোক যৌৱৰাজ্যত অভিষিক্ত কৰিলে। মই যদিও কৃতকাৰ্য্য হলো, তথাপি আপোনাৰ বিৰহত মনত শান্তি লভিব পৰা নাছিলো। পিচত পিতাৰ বন্ধু সিংহবৰ্ম্মাৰ পৰা চণ্ডবৰ্ম্মাই চম্পানগৰী আক্ৰমণ কৰা বুলি জানিব পাৰি শত্ৰুবধ আৰু মিত্ৰৰ সাহায্য এই দুয়োটা কাম একেলগে কৰিব লাগিব, এই বুলি স্থিৰ কৰি সুদক্ষ কিছুমান সেনা লগত লৈ যাত্ৰা কৰিলো। দৈবক্ৰমে আপোনাৰ চৰণদৰ্শনৰ সৌভাগ্য ঘটিল।"

মহাৰাজ ৰাজবাহনে এই ঘটনা শুনি হাঁহি মাৰি কলে, 'পৰস্ত্ৰী অপহৰণ কৰাটো যদিও আংশিক দোষাবহ কথা, তথাপি শত্ৰু নিৰ্য্যাতন, গুৰুজনৰ মুক্তি আৰু নিজৰাজ্য উদ্ধাৰ কৰাৰ কাৰণে ই সিমান দোষণীয় নহয়; আনকি ধৰ্ম্ম আৰু অৰ্থৰ সাধকহে। বুদ্ধি পূৰ্ব্বক কৰা সকলো কামে শেষত যে সুফল প্ৰসব কৰে এইটো ধ্ৰুব সত্য কথা।'

ইয়াৰ পিচত ৰজা ৰাজবাহনে কুমাৰ অৰ্থপালৰ পিনে চকুদি কলে, 'এতিয়া আপোনাৰ ভ্ৰমণ বৃত্তান্ত শুনিব খোজো।' তেতিয়া কুমাৰ অৰ্থপালে হাত যোৰ কৰি কবলৈ আৰম্ভ কৰিলে।

---

# অৰ্থপাল চৰিত

## ষষ্ঠ কুমাৰ

মহাৰাজ! এই বন্ধুসকলৰ দৰে, ময়ো আপোনাৰ অনুসন্ধান কৰিবৰ বাবে নানাদেশ পৰ্য্যটন কৰি ঘূৰি ঘূৰি আহি কাশীৰাজ্যৰ বাৰাণসী পুৰীত উপস্থিত হ'লোঁ। লোকপাৱনী গঙ্গাৰ মণিকৰ্ণিকেশ্বৰ তীৰ্থৰ স্ফটিকসদৃশ নিৰ্ম্মল পানীত স্নান কৰি ভগবান বিশ্বনাথক প্ৰদক্ষিণ কৰি প্ৰণাম কৰিলোঁ। প্ৰদক্ষিণ কৰাৰ সময়ত হঠাতে এজন মানুহৰ ওপৰত মোৰ চকু পৰিল। মানুহজন দেখাত বৰ শকত আৱত। তেওঁৰ হাত দুখন লোহাৰ দৰে বৰ দৃঢ়। কিন্তু অনবৰত কান্দি থকাৰ কাৰণে তেওঁৰ চকুদুটা ৰঙা পৰিছে আৰু ফুলি উঠিছে। তেওঁক তেনে অৱস্থাত দেখা পাই মোৰ মনৰ মাজত এনে এটা ধাৰণা বদ্ধমূল হ'ল, যে এই মানুহজন নিশ্চয় বৰ নিষ্ঠুৰ হব। এওঁৰ অলস দৃষ্টিয়ে দীনতাক স্পষ্ট ৰূপে ডাঙি ধৰিছে। এওঁক বৰ সাহসী যেন লাগে। বোধকৰোঁ কোনোৱা অতিশয় অন্তৰঙ্গ বন্ধুৰ বিপদৰ কাৰণে এওঁ নিজৰ জীৱনৰ ওপৰত নিস্পৃহ হৈ এনে দাৰুণ কষ্ট পাব ধৰিছে। জানোবা এওঁক সাহায্য কৰাৰ কাৰণে কিবা এফেৰা সুযোগ পাব পাৰো? এইবুলি মনত চিন্তা কৰি ওচৰলৈ গৈ সুধিলো, 'ডাঙৰীয়া! আপোনাৰ এই দীন বেশৰ কাৰণ কি জানিব পাৰোনে? আপোনাৰ এই বেশে মোৰ মনৰ মাজত সাহসিকতাৰ এটা স্পষ্টৰূপ ডাঙি ধৰিছে। যদি গোপনীয় নহয়, অথবা কোনো বাধা নাথাকে তেনেহলে আপোনাৰ দুখৰ কাৰণ শুনিব খোজোঁ। নকব জানো?" তেতিয়া তেওঁ মোৰ ফালে অলপ সময় একে থৰে চাই ৰ'ল, আৰু পাচত কলে, "মহাশয়! মোৰ মনৰ বেদনাৰ কথা কোৱাত কোনো বাধা নাই, আৰু কোনো গোপনীয়ও নহয়, গতিকে শুনিব নোৱাৰাৰ কাৰণ কি? আহক এই গছৰ তলত বহোঁগৈ, তাতে

বহি আপোনাক মোৰ সকলো বৃত্তান্ত কম," এই বুলি এজোপা কৰবীৰ গছৰ ওচৰলৈ মোক মাতি নিলে। দুয়ো গছৰ তলৰ চাঁত বহিলোঁ! তেতিয়া তেওঁ কলে, 'মহাশয়! মই এজন ধনী সদাগৰৰ ল'ৰা। মোৰ নাম পূর্ণভদ্র। পিতামাতাৰ ময়ে একমাত্র সন্তান। সেই কাৰণে পিতামাতাই সৰুৰেপৰা মোক বৰ মৰম চেনেহৰে তুলি তালি ডাঙৰ দীঘল কৰিলে। সাধাৰণতে ধনী মানুহৰ ল'ৰা বেচি চেনেহ মৰম পোৱাৰ কাৰণে কিছু পৰিমাণে স্বেচ্ছাচাৰী হয়। ময়ো অতি মৰম পাই স্বেচ্ছাচাৰী হৈ পৰিলো। মই ইমান তললৈ গ'লো যে শেষত চৌর্য্যবৃত্তিত আসক্ত হৈ পৰিলো। এনেকৈ কিছু দিন থকাৰ পাচত এই কাশীনগৰতে এদিন ৰাতি চুৰ কৰিবলৈ গ'লো। দুৰ্ভাগ্যবশতঃ চোৰাং চোৱা প্রহৰীবিলাকে মোক ধৰি পেলালে, আৰু বান্ধি নি কাৰাগাৰত সুমাই থ'লে। কেইদিনমান পাচত মোৰ বিচাৰ হ'ল। প্রধান মন্ত্রী কামপালে বিচাৰ কৰি মোৰ মৃত্যুদণ্ডৰ আদেশ দিলে। প্রজাবিলাকে ঢোলবজাই মোৰ মৃত্যুদণ্ডৰ কথা চাৰিওফালে ঘোষণা কৰিব ধৰিলে। মোক মাৰিবৰ কাৰণে মৃত্যুবিজয় নামে এটা প্রকাণ্ড বলীয়া হাতীক নিযুক্ত কৰা হ'ল! হাতীয়ে মোক মাৰিবৰ কাৰণে দাত দুটা কেৰেচিয়া কৰি খেদি আহিল। নগৰৰ দুৱাৰ মুখৰ পৰা মন্ত্রী অর্থপালে চাই আছিল। হাতীটোৱে যেতিয়া মাৰিবৰ কাৰণে মোৰ ফালে খেদি আহিল, তেতিয়া মই এডাল ডাঙৰ কাঠ দাঁতৰ মাজত সুমাইদি হাত দুখনেৰে গাৰ বলেৰে হাতীটোক পাচৰ ফালে ঠেলা মাৰিদিলো। মোৰ ঠেলা সহিব নোৱাৰি হাতীটো পাচৰফালে হুঁহকি গ'ল। হাতীটোক পিচুৱাই যোৱা দেখি মাউতৰ বৰ খং উঠিল। সি হাতীটোক নানা তৰ্জ্জন গৰ্জ্জন কৰি অঙ্কুশেৰে কানে মূৰে খোচা দি আকৌ মোৰ ফালে আগুৱাই দিলে। মোৰো খং উঠিল। ময়ো আগতকৈ দুগুণ বলেৰে ঠেলা মাৰিলো। এইবাৰ হাতীয়ে মোৰ ঠেলা সহিব নোৱাৰি পলাই পত্রং মাৰিলে। মাউতে আকৌ তৃতীয়-বাৰ খং কৰি হানি খুচি মোৰ ফালে আগুৱাই দিবৰ চেষ্টা কৰিলে,



কিন্তু কোনোমতেই নোৱাৰিলে। তেতিয়া মই মাউতক ক'লো 'হেৰা! এই দুৰ্ব্বল ক্ষুদ্র হাতীটোক মিছাতে কিয় কষ্ট দিছা? ইয়াক ফিৰাই লৈ যোৱা। যদি ইয়াতকৈ কোনোবা আৰু বলবান হাতী আছে, তেনেহলে সেইটোক লৈ আহাগৈ। সেইটোৰ সৈতে কিছুপৰ ধেমালি কৰি মোৰ পাবলগীয়া গতি যেন পাব পাৰোঁ।' মোৰ তৰ্জ্জন গৰ্জ্জন শুনি ভয়তেই নেকি হাতীটোৱে পাচ হোঁহোকাদ লৰ মাৰিলে। মাউতৰ আৰু তাক ৰখাবৰ শাক্ত নহ'ল। ঘূৰাই অনা দূৰতে থক।

মোৰ এনে অদ্‌ভুত কার্য্য কলাপ দেখা পাই তেতিয়া মন্ত্রী কামপালে মোক ওচৰলৈ মাতি নি বুজাই বঢ়াই কলে, 'হেৰা! এই হাতীটো সাক্ষাৎ যমৰ সমান। ইয়াকো যেতিয়া তুমি এনে অৱস্থাত পেলাব পাৰিছা, তেতিয়া মোৰ আৰু বুজিবৰ বাকী নবল তোমাৰ শৰীৰত কিমান শক্তি আছে। তোমাৰ এই অদ্‌ভুত বল আৰু সাহস দেখা পাই মই বৰ সন্তুষ্ট হৈছো। তুমি আজিৰ পৰা এনে সাধুজন বিগর্হিত জঘন্য বৃত্তি পৰিত্যাগ কৰি সৎপথত মনক পৰিচালিত কৰা। তোমাৰ মঙ্গল হব।' 'বাৰু আপুনি যি উপদেশ দিছে মই আজিৰ পৰা সেইটো পালন কৰিম' এই বুলি মই ক'লো। মন্ত্রী কামপাল মোৰ ওপৰত বৰ সন্তুষ্ট হ'ল, আৰু সিদিনাৰ পৰা মোৰ সৈতে বন্ধুৰ দৰে ব্যৱহাৰ কৰিবলৈ ধৰিলে।

এনেদৰে তাত থাকি মন্ত্রীজনৰ মনত মই বৰ বিশ্বাসৰ পাত্র হৈ পৰিলো। তেওঁ মোক এদিন গোপনে মাতি নি নিজৰ বৃত্তান্ত কবলৈ ধৰিলে। তেওঁ কলে,' কুসুমপুৰত ৰাজহংস নামে এজন বিখ্যাত বীৰ ৰজা আছে। সেই ৰজা ৰাজহংসৰ সকলো নীতিশাস্ত্রত বিশাৰদ ধৰ্ম্মপাল নামে এজন শ্রেষ্ঠ মন্ত্রী আছিল। সেই মন্ত্রীৰ সুমিত্র নামে এজন ল'ৰা হয়। ল'ৰাজনো বিদ্যাবুদ্ধি আৰু জ্ঞান গৰিমাত পিতাকৰ সমকক্ষ। মই তেওঁৰ বৈমাত্রেয় সৰু ভায়েক হওঁ। স্বভাৱৰ দুৰ্গুণত মই সৰুৰে পৰা বৰ বেশ্যাসক্ত হৈ পৰোঁ। তেনে অসৎ কাৰ্য্যৰ পৰা বিৰত হবলৈ তেওঁ মোক নানা প্রকাৰ বহু সৎ উপদেশ

দিছিল, কিন্তু প্ৰবল উন্মাদনাৰ বশবৰ্ত্তী হৈ তেওঁৰ উপদেশ বাণী অবহেলা কৰি সেই কাৰ্য্যৰ পৰা বিৰত নহৈ এদিন গোপনে ঘৰৰ পৰা বাহিৰ হৈ আহিলো। পাচত দেশ দেশান্তৰ ঘূৰি ঘূৰি আহি কিছু দিনৰ মূৰত এই বাৰানসীপুৰত উপস্থিত হলোঁ। ইয়াত কিছু-দিন থকাৰ পাচত এদিনা কাশীৰ ৰজা চণ্ডসিংহৰ কন্যা কুমাৰী কান্তিমতী সখীয়েকবিলাকৰ সৈতে খিলা খেলি থাকোতে হঠাৎ মোৰ চকুত পৰিল। মই তেওঁৰ ৰূপত একেবাৰে মুগ্ধ হৈ পৰিলো। তেওঁক পাবৰ কাৰণে মনৰ মাজত এটা প্ৰবল উৎকণ্ঠা জন্মিল। বহু প্ৰকাৰ উপায় উদ্‌ভাৱনা কৰি কৌশলক্ৰমে তেওঁৰ সৈতে অতি গোপনে মিলিত হ'লো। মনৰ আকাঙ্ক্ষা পূৰণ হ'ল। গোপনভাবে কুমাৰীৰ অন্তঃপুৰত থাকি আনন্দ মনে ৰাজকুমাৰীৰ সৈতে বিহাৰ কৰিলো। দৈবযোগত ৰাজকুমাৰী গৰ্ভৱতী হ'ল। যথা সময়ত এটি ল'ৰা সন্তান প্ৰসব কৰিলে। তেতিয়া অন্তঃপুৰত থকা সকলো পৰিজনৰ মনৰ মাজত এটা উদ্‌বেগৰ সৃষ্টি হ'ল। "ৰহস্য ঘটনা প্ৰকাশ হব" এই ভয়ত মৰা সন্তান প্ৰসৱ হোৱা বুলি প্ৰচাৰ কৰি এজনী শৱৰীৰ হতুৱাই সখীয়েকবিলাকৰ সৈতে পৰামৰ্শ কৰি ক্ৰীড়াপৰ্ব্বতৰ ওচৰৰ মৰিশালি এখনত নি সন্তানটো পেলাই থোৱালো। সন্তানটো পেলাই থৈ ঘূৰি আহোতে দুৰদৃষ্টৰ কাৰণে শৱৰী প্ৰহৰা ৰখীয়াৰ হাতত পৰিল। সন্দেহ কৰি ৰখায়াবিলাকে তাইক আবদ্ধ কৰিলে। তেওঁলোকে তাইক যেতিয়া নানা তৰ্জন গৰ্জন কৰি ভয় দেখুৱালে, প্ৰাণৰ ভয়ত তাই ৰখীয়াবিলাকৰ আগত সম্পূৰ্ণ ঘটনাটো প্ৰকাশ কৰি দিলে। সেই মুহূৰ্ত্ততে ৰজাৰ আদেশ অনুসাৰে চিপাহী চন্তৰীবিলাকে তাইক লগত লৈ মই থকা ঠাই লৈ গ'ল।

সেই সময়ত কন্যাৰ অন্তঃপুৰৰ ক্ৰীড়াপৰ্ব্বতৰ ওপৰত মই নিশ্চিন্ত মনে শুই আছিলো। শবৰীয়ে মোক দেখুৱাই দিয়াত চিপাহীবিলাকে মোক শুই থকাতে ধৰি বান্ধি পেলালে। লগে লগে মোৰ বিচাৰ হ'ল। মোৰ প্ৰতি প্ৰাণদণ্ডৰ আদেশ দিলে। কটোৱালবিলাকে



মোক বধ কৰিবলৈ মৰিশালীলৈ লৈ গ'ল। ৰাতিটো বৰ ঘোপমৰা এন্ধাৰ আছিল। মোৰো কিবা শুভদৈব আছিলনেকি? হাতৰ বান্ধটো বহু কৌশল কৰি সিহঁতৰ অজ্ঞাততে সোলোকাই পেলালো আৰু একজাপ দি এজন কটোৱালৰ ওপৰত পৰি তাৰ হাতৰ তৰোৱালখন কাঢ়ি লৈ সেই তৰোৱালেৰে আটাই কেইজনৰে গল কাটি মাটিত পেলাই দিলো, আৰু সিহঁতৰ সাহায্যকাৰী যিবিলাক আছিল সিহঁতকো বাকী নাৰাখিলোঁ। সিহঁতক সেই দৰে শেষ কৰি তাৰপৰা আতৰি পৰিলোঁ। হাবিয়ে বননীয়ে ঘূৰি ফুৰি থাকোতে এদিন এগৰাকী দিব্য আকৃতিৰ ধুনীয়া ৰমণীৰ লগত হঠাতে দেখা দোখ হ'ল। তেওঁৰ লগত এজনী পৰিচাৰিকাও আছিল। মোক দেখা পাই তেওঁ নমস্কাৰ কৰিলে। পাচত এজোপা গছৰ শীলত চাঁত বহিল। ময়ো তেওঁৰ ওচৰতে বহিলো। তেতিয়া মই তেওঁক সুধিলো 'ভদ্ৰে! তুমি কোন? ক'ৰপৰা আহিছা? এই দুৰ্গম বনলৈ অহাৰেবা প্ৰয়োজন কি?' "আৰ্য্য! মই যক্ষৰ ৰজা মণিভদ্ৰৰ কন্যা। মোৰ নাম তাৰাবলী। মই এদিন মহামুনি অগস্ত্যৰ ভাৰ্য্যা লোপমুদ্ৰাক সেবা কৰি মলয় পৰ্ব্বতৰপৰা ঘূৰি আহিব ধৰিছিলো, আহোতে বাটত বাৰাণসীপুৰৰ মৰিশালীৰ ওচৰত কেচুৱা লৰা এটা মাটিত পৰি কান্দি থকা দেখিবলৈ পালোঁ। মোৰ মনত বৰ মৰম লাগি ল'ৰাটো বুটলি আনি আই আৰু পিতাৰ ওচৰত দিলো। তেওঁলোকে ল'ৰাটোক যক্ষৰাজ কুবেৰৰ ওচৰলৈ নিলে। ল'ৰাটো দেখা পাই কুবেৰে তেওঁৰ সভালৈ মোক মাতি পঠালে। মই সভাত উপস্থিত হলো। তেতিয়া কুবেৰে কলে, 'তাৰাবলী! এই লৰাটোৰ ওপৰত তোমাৰ মনৰ কেনে ভাৱ?' 'এই লৰাটোৰ ওপৰত মোৰ মনৰ ভাৱ সন্তানৰ দৰে' মই কলো। তেতিয়া কুবেৰে কলে 'বেচাৰীয়ে ঠিক কথাকে কৈছে। এই ল'ৰাটো সম্বন্ধে এটা ডাঙৰ আখ্যান আছে'। এই বুলি কৈ তেওঁ ঘটনাটো আনুপূৰ্ব্বিক বিবৰি কলে। তেওঁৰ পৰা মই এইখিনি জানিব পাৰিলো যে আপুনি শৌনক, শূদ্ৰক আৰু

কামপাল নামে একেজনেই। বন্ধুমতী, বিনয়বতী আৰু কান্তিমতীও একে গৱাকীয়েই। বেদীমতী, আৰ্য্য-দাসী আৰু সোমদেবীও একেজনীয়েই। হংসাবলী, সুৰসেনা আৰু সুলোচনাও একেজনীয়েই। নন্দিনী, ৰঙ্গপতাকা আৰু ইন্দ্ৰপ্ৰভাও একেজনীয়েই। পূৰ্ব্বজন্মত আপুনি শৌণক নামে অভিহিত হৈ অগ্নিক সাক্ষী কৰি যি গোপকন্যাৰ পাণি গ্ৰহণ কৰিছিল, সেই গোপকন্যাই এটা জন্মত আৰ্য্যদাসী আৰু এই জন্মত মই তাৰাবলী নামে পৰিচিতা হৈছো। যেতিয়া আপুনি শূদ্ৰক নামে পৰিচিত হৈ জন্মগ্ৰহণ কৰে, মই সেই সময়ত আৰ্য্য-দাসী নামে অভিহিত হৈ জন্মগ্ৰহণ কৰি পত্নীৰূপে আপোনাৰ সেবা কৰিছিলো। তেতিয়া সেই বালকে আপোনাৰ ঔৰসে মোৰ গৰ্ভত জন্মগ্ৰহণ কৰে। সেই সময়ত সেই ল'ৰাটোকে শূদ্ৰকৰ প্ৰথমা পত্নী বিনয়বতীয়ে স্নেহ-সহকাৰে প্ৰতিপালন কৰিছিল। যিটো ল'ৰা বৰ্ত্তমানে বিনয়বতীৰ কান্তিমতী অবস্থাত কামপাল নামে আপোনাৰ ঔৰসে জন্মগ্ৰহণ কৰিছে। এনে প্ৰকাৰে বহুবাৰ জন্মজন্মান্তৰিত হৈ মৃত্যুৰ মুখৰ পৰা পৰিভ্ৰষ্ট হৈ অহা ল'ৰাটিক মই ভাগ্যগুণে আকৌ লগ পালো। সেই ল'ৰাটিক যক্ষৰাজ কুবেৰৰ আদেশ অনুসাৰে তপস্যানিৰত ৰজা ৰাজহংসৰ পত্নী বসুমতীক তেওঁৰ ল'ৰা ভাবি ৰাজচক্ৰবৰ্ত্তী ৰাজবাহনৰ পৰিচৰ্য্যা কৰাৰ কাৰণে সমৰ্পণ কৰি দি পিতামাতাৰ আদেশ অনুসাৰে কালৰ হাতৰ পৰা উভতি অহা আপোনাৰ সেবা কৰিবলৈ অদৃষ্টবশত আহি পৰিছো।" এইবুলি ৰমণীয়ে কলে। তেতিয়া সেই ৰমণীক বহু জন্মৰ পত্নী বুলি জানিব পাৰি আনন্দত বিভোৰ হৈ পৰিলো। আৰু প্ৰেমত মুগ্ধ হৈ বিহ্বলচিত্তে গাঢ় আলিঙ্গন কৰিলো। পাচত তেওঁক আশ্বাস দি তেওঁৰেই প্ৰভাৱত অতুল বৈভৱ সম্পন্ন ৰত্নময় মন্দিৰত পৰম আনন্দে থাকি পৃথিবীদুৰ্লভ নানাবিধ সুখভোগ কৰিলো। কিছুদিন যোৱাত সেই সুন্দৰী যক্ষকন্যাক কলো, 'প্ৰিয়ে! মোৰ বৈৰী সেই চণ্ডসিংহক নিৰ্য্যাতন কৰিব নোৱাৰালৈকে মোৰ মনত শান্তি নহ'ব।



গতিকে মই অলপ বৈৰনিৰ্য্যাতনৰূপ সুখ অনুভৱ কৰিব খোজোঁ।' তেতিয়া তেওঁ মিচিকিয়া হাঁহি মাৰি কলে, 'প্ৰিয়তম! আহা ময়ে তোমাক কান্তিমতীক দেখুৱাবলৈ লৈ যাওঁ।' এই বুলি কৈ দোভাগ নিশা সময়ত ৰজা চণ্ডসিংহ যি ঘৰত থাকে সেই ঘৰৰ ভিতৰলৈ মোক লৈ গ'ল! চণ্ডসিংহ সেই সময়ত নিশ্চিন্তমনে শুই আছিল। মই তেওঁৰ শিতানত থকা তৰোৱালখন হাতত লৈ জগাই তুলি কলো 'ৰজা! মই আপোনাৰ জামাতা। আপোনাৰ বিনা অনুমতিতে আপোনাৰ কন্যাক মই অপহৰণ কৰিছো। এতিয়া আপোনাৰ পৰিচৰ্য্যা কৰি সেই অপৰাধৰ মাৰ্জনা কৰিব খোজো।' ৰজা চণ্ডসিংহই মোক সসস্ত্ৰে ওচৰত ঠিয়হৈ থকা দেখা পাই ভয়ত থৰ্‌থৰ্‌কৈ কপিব ধৰিলে। তেওঁ ভীতি বিহ্বলচিত্তে কৰুণ সুৰত বিনয়ৰ সৈতে কলে, 'কুমাৰ! তুমি অপৰাধী নোহোৱা ময়ে অজ্ঞানবশতঃ অপৰাধ কৰিছো, ক্ষমা কৰিবা। কন্যাৰ সম্পৰ্কত তুমি মোৰ মৰমৰ পাত্ৰ হোৱা সত্ত্বেও সীমা অতিক্ৰম কৰি কুগ্ৰহে ধৰাৰ দৰে হৈ মই তোমাৰ মৃত্যুদণ্ডৰ আদেশ দিছিলো। আজিৰ পৰা মোৰ কন্যা কান্তিমতী এই সমগ্ৰ পৃথিবী আৰু মোৰ প্ৰাণ এই সকলো তোমাৰ অধীনত থাকিল।' এই বুলি কৈ পাচদিনা নগৰৰ সকলো প্ৰজা আৰু মন্ত্ৰীমণ্ডলীক মাতি আনি বিধি অনুসাৰে কুমাৰী কান্তিমতীক মোৰ লগত বিয়া দিলে! তাৰাবলীয়ে কান্তিমতীৰ আগত নিজৰ সকলো বৃত্তান্ত ভাঙিপিতি কলে। সোমদেবী সুলোচনা আৰু ইন্দ্ৰসেনাকো আগৰ জন্মৰ বৃত্তান্ত শুনালে।"

পূৰ্ণভদ্ৰই আকৌ কবলৈ ধৰিলে "এনেকৈ মন্ত্ৰীপদত অধিষ্ঠিত হৈ বিলাসিনী ৰমণীবিলাকৰ সৈতে বিহাৰ কৰি কামপালে বহুদিন যৌৱৰাজ্য সুখ অনুভৱ কৰিলে। কিছুদিন যোৱাৰ পাচত ৰজা চণ্ডসিংহ স্বৰ্গী হ'ল। চণ্ডঘোষ নামে তেওঁৰ এজন ডাঙৰ ল'ৰা আছিল। তেওঁ বৰ ইন্দ্ৰিয় সেবাপৰায়ণ। সেই বাবে ৰজা বাচি থাকোতেই ক্ষয়ৰোগগ্ৰস্ত হৈ অকালতে তেওঁ পৰলোক প্ৰাপ্ত হয়।

ৰজা চণ্ডসিংহৰ আন এজন পাচবছৰীয়া সৰু ল'ৰা আছিল। নাম সিংহ ঘোষ। ৰজা স্বৰ্গী হোৱাত সেই সিংহ ঘোষকে ৰাজপাটত অভিষিক্ত কৰা হ'ল। মন্ত্ৰী কামপালে বালকৰজা সিংহঘোষক বৰ মৰম চকুৰে চাইছিল আৰু সেই ৰাজকুমাৰক নিমিত্ত কৰি যাৱতীয় ৰাজকাৰ্য্য নিজেই সুচাৰুৰূপে চলাইছিল। পাচত যেতিয়া তেওঁৰ যৌৱনকাল উপস্থিত হ'ল, তেতিয়া খলুৱা মন্ত্ৰী কেইজনমান আহি তেওঁৰ বৰ অন্তৰঙ্গ বন্ধু হৈ পৰিল। সেই মন্ত্ৰীবিলাকে কুমাৰ সিংহঘোষক গোপনে গোপনে এনেকে বুজাই দিলে—বোলে 'কুমাৰ! আপোনাৰ বায়েকক এই দুৰ্জন মন্ত্ৰী অৰ্থপালে বলপূৰ্ব্বক অপহৰণ কৰিছে, আৰু আপোনাৰ পিতাক শুই থকা অৱস্থাত কাটিবলৈ উদ্যত হৈছিল। তেতিয়া আত্মৰক্ষাৰ কাৰণে আন কোনো উপায় নেদেখি ভীত হৈ ৰজাই নিজ কন্যাক বিয়া দিয়ে। অকল এয়ে নহয়—আপোনাৰ ডাঙৰ ভায়েক কুমাৰ চণ্ডঘোষকো বিষ মিহলোৱা খাদ্য খুৱাই মাৰি পেলাইছে। 'কুমাৰ সিংহঘোষ বালক। এওঁৰ একো কৰিবৰ শক্তি নাই।' এইবুলি আৰু প্ৰজাসকলৰ মনত বিশ্বাস স্থাপনৰ বাবে এতিয়ালৈ আপোনাৰ কোনো অনিষ্ট কৰা নাই। কিন্তু সেই কৃতঘ্নই যে পাচত আপোনাৰো অনিষ্ট সাধন নকৰিব এইটো কেনেকৈ বিশ্বাস কৰিব পাৰি? গতিকে বেচিদিন অপেক্ষা নকৰি তাক অতি সোনকালে যমপুৰীলৈ পঠোৱাৰ এটা ব্যৱস্থা কৰা আপোনাৰ একান্ত কৰ্ত্তব্য। নহলে ভবিষ্যতে যে আপোনাৰ অনিষ্ট হব, ইয়াত তিলমাত্ৰও সন্দেহ নাই।' দুষ্টপ্ৰকৃতিৰ মন্ত্ৰীবিলাকৰ কূট মন্ত্ৰণা অনুসাৰে সকলো ৰহস্য কথা জানিব পাৰিও কুমাৰ সিংহঘোষে যক্ষকন্যা তাৰাবলীৰ ভয়ত মন্ত্ৰী কামপালৰ অনিষ্ট কৰাৰ কাৰণে সাহ নকৰিলে। সম্প্ৰতি কান্তিমতীৰ মুখৰ আকৃতিৰ অভূতপূৰ্ব্ব পৰিবৰ্ত্তন হোৱা দেখা পাই ৰজা সিংহঘোষৰ পত্নী সুলোচনাই প্ৰীতিপূৰ্ব্বক মধুৰ কথাৰে সুধিলে—'দেবি! মই আপোনাক এটা কথা সুধিম বুলি ভাবিছো; আশা কৰোঁ উদাৰভাবে যথাৰ্থ



উত্তৰ দিব। কোনো অবান্তৰ কথাৰে যেন প্ৰতাৰণা নকৰে। আজি আপোনাৰ মুখৰ কান্তিৰ পৰিবৰ্ত্তন হোৱা যেন দেখিছো? অকস্মাতে এনে পৰিবৰ্ত্তন হোৱাৰ নিশ্চয় কিবা গুৰুতৰ কাৰণ আছে। নহলেনো সেই জোনৰ দৰে মুখখন কিয় এনে মলিনিমাৰে ঢেকা পৰিব? দেবি! কবনে বাৰু ইয়াৰ কাৰণ কি?'

'কল্যাণি! মই আগতে কেতিয়াবা অলীক কথা কোৱা তোমাৰ মনত পৰে জানো? আচল কথা কওঁ শুনা। যক্ষকন্যা তাৰাবলী মোৰ প্ৰিয় সখী আৰু সপত্নীও। তেওঁৰ অন্তঃকৰণ বৰ পবিত্ৰ নহয়। এদিন স্বামীয়ে পৰিহাসৰ ছলেৰে মোৰ নাম কাঢ়ি তেওঁক মাতিলে। সেই কথাতে তেওঁ বৰ ৰুষ্টা হৈ পৰিল। স্বামীয়ে খং নকৰিবলৈ তেওঁক বহু কাকুতি মিনতি কৰিলে, কিন্তু তথাপি তেওঁৰ ৰোহ নাভাগিল। মোৰ ঈৰ্ষাতে তেওঁ ঘৰৰ পৰা ওলাই অন্য ঠাইলৈ গুচি গ'ল। সেই দুখতে মোৰ স্বামী উদাসীন যেন হৈ পৰিছে। তথাপি অন্তৰত দুখৰ বোজা সাবতি লৈয়ো সমুচিত সকলো ৰাজকাৰ্য্য চলাই আছে। স্বামীৰ দুখ দেখি মোৰো অন্তৰ একেবাৰে দুখত গলি গৈছে।' কান্তিমতীয়ে কলে।

তেতিয়া সুলক্ষণাই এই ঘটনাটো স্বামীৰ ওচৰত গোপনে কলে। তাৰাবলী আতৰি যোৱা বুলি জানিব পাৰি সিংহঘোষৰ মনত আনন্দ লাগিল। কামপালক অবৰুদ্ধ কৰাৰ কাৰণে তেওঁ গুপ্তচৰ বিলাকক ইঙ্গিত দিলে। ৰজাৰ নিৰ্দ্দেশ অনুসাৰে চৰবিলাকে কামপালক অবৰুদ্ধ কৰি পেলালে। পাচত ৰজাই ৰাজ্যৰ মাজত এই দৰে ঘোষণা কৰি দিয়ালে যে মন্ত্ৰী কামপালৰ চকু দুটা এনেকৈ উঘালি পেলাব লাগে যে যাৰ ফলত তেওঁ দাৰুণ যন্ত্ৰণা ভোগ কৰি মৃত্যুৰ মুখত পতিত হয়। এই কাৰণে সেই সাধুপুৰুষৰ দুখত দুখিত হৈ তেওঁৰ মৃত্যুৰ খবৰ শুনাৰ আগতে নিজপ্ৰাণ বিসৰ্জন দিম বুলি এই নিৰ্জন ঠাইলৈ আহি চকুলো পেলাইছো।"

পূৰ্ণভদ্ৰৰ মুখৰ পৰা পিতাৰ তেনে দাৰুণ মৰ্ম্মন্তুদ সঙ্কটৰ কথা শুনি মোৰ হৃদয় বিদীৰ্ণ হৈ গ'ল। মই তেতিয়া তেওঁক কলো, 'সাধু! আপোনাৰ ওচৰত আৰু লুকাই ৰখাৰ প্ৰয়োজন কি? তেওঁৰ যিটো ল'ৰাক যক্ষকন্যাই মহাৰাজ ৰাজবাহনৰ পৰিচৰ্য্যা কৰাৰ কাৰণে ৰাণী বসুমতীৰ হাতত অৰ্পণ কৰিছিল ময়ে সেই ল'ৰা। হাজাৰ হাজাৰ বীৰকো পৰাস্ত কৰি পিতাক মুক্ত কৰিবলৈ মোৰ শক্তি আৰু সাহস আছে, কিন্তু জনতাৰ মাজত যদি পিতাৰ শৰীৰত কোনোৱাই অস্ত্ৰৰ প্ৰহাৰ কৰে, তেতিয়া হলে মোৰ সকলো সামৰ্থ্য আৰু যত্ন ভস্মত আহুতি দিয়াৰ দৰে হব।' আমি দুয়ো এইদৰে কথাবতৰা হৈ থাকোতে হঠাৎ কৰবাৰ পৰা সেই মন্দিৰৰ বেৰৰ মাজে বিষধৰ সাপ এটা আমাৰ আগত ওলাল। মই মন্ত্ৰ আৰু ঔষধৰ বলত সেই সাপটো ধৰি পেলালো আৰু পূৰ্ণভদ্ৰক কলো, 'ডাঙৰীয়া! আমাৰ কাৰ্য্য প্ৰায় সম্পন্ন হৈছে বুলিয়ে ধৰি লব পৰা হৈছে। কাৰণ ভগবানে তাৰ উপায় দিলে। কোনো লোকে তৰ্কিব নোৱাৰাকৈ জনতাৰ মাজত থকা পিতাৰ ওপৰত এই সাপটো পেলাই দি মই দংশন কৰাম। পিতা যেতিয়া সাপৰ বিষত অচেতন হৈ পৰিব তেতিয়া মন্ত্ৰবলেৰে সাপৰ বিষ স্তম্ভিত কৰি পিতাক বচাই ৰাখিম। এনে কৰিলে মানুহৰ মনত তেওঁ মৰাবুলি বিশ্বাস হব তেতিয়া আপুনি নিৰ্ভয় মনে আইৰ ওচৰলৈ গৈ তেওক এনেদৰে বুজাই কব, যে যক্ষিনীয়ে আপোনাৰ যিটো ল'ৰাক বনৰ মাজৰ পৰা বুটলি নি ৰাণী বসুমতীৰ হাতত গটাই দিছিল, তেওঁ ইয়ালৈ আহিছে। মোৰ পৰা পিতাকৰ বিপদৰ কথা জানিব পাৰি বুদ্ধিবলেৰে তেওঁক ৰক্ষা কৰিবৰ বাবে এটা উপায় উদ্ভাৱন কৰিছে। আপুনি ভয় আৰু লাজ এৰি কোনো সঙ্কোচ নকৰাকৈ ৰজা সিংহ ঘোষক এইদৰে কব যে 'ৰজাৰ এইটোৱেই প্ৰকৃত ধৰ্ম্ম যে মিত্ৰই হওক অথবা শত্ৰুৱেই হওক যি প্ৰকৃত দোষী তাৰ বিচাৰ কৰি যথোচিত দণ্ড বিধান কৰা উচিত। মোৰ স্বামীয়ে অপৰাধ



কৰিছে বুলি প্ৰমাণিত হৈছে যেতিয়া, তেওঁকো উপযুক্ত দণ্ড দিয়াত মোৰ কোনো বক্তব্য নাই। কিন্তু নাৰীৰ পক্ষে স্বামী সাধুৱেই হওক বা অসাধুৱেই হওক, তেওঁৰ পদাঙ্ক অনুসৰণ কৰা একান্ত কৰ্ত্তব্য। সেই কাৰণে মই স্বামীৰ সৈতে সহমৰণৰ সঙ্কল্প কৰিছো। সেই কাৰণে আপুনি আদেশ দি মোৰ মনৰ সঙ্কল্প পূৰণ কৰিব বুলি ভাবো।' এনেকুৱাকৈ কলে ৰজা সিংহঘোষে নিশ্চয় অনুমতি দিব। তেতিয়া ঘৰলৈ পিতাক আনি এডোখৰ নিৰ্জন ঠাইত কুশ-শয্যাৰ ওপৰত কাপোৰেৰে আঁৰ কৰি ৰাখি দিব, আৰু সহমৰণৰ উপযুক্ত বেশভূষা লৈ আই পিতাৰ ওচৰলৈ যাব। মই বাহিৰৰ ফালেদি গৈ তাত সোমাম, আৰু পিতাক প্ৰকৃতিস্থ কৰি পাচত তেওঁৰ মত অনুসাৰে শেষৰ কাৰ্য্যবিলাক কৰিম।'

'ভাল কথা, বাৰু সেয়ে হব', এই বুলি কৈ পূৰ্ণভদ্ৰ আনন্দিত হৈ গ'ল। ময়ো পিতাৰ মৃত্যু ঘোষণা কৰা ঠাইলৈ গৈ তাত থকা এজোপা ডাঙৰ তেতেলী গছৰ ওপৰত উঠি পাতৰ আৰত জুপুকা মাৰি লুকাই থাকিলো। ঠাইখিনি লোকে লোকাৰণ্য হৈ পৰিছে। কিছুমান লোকে আনন্দিত হৈ পিতাৰ চকু উঘালি মৃত্যুদণ্ড দিয়াৰ ঘোষণা কৰিব ধৰিলে। নগৰৰ প্ৰায় সকলো স্ত্ৰীপুৰুষ আহি সেই ঠাই উপচি পৰিল। জনতাৰ মাজত ভাল বেয়া সৰু বৰ নানা আলাপ হব ধৰিলে। সেই জনতাৰ ভীৰৰ মাজেদি পিতাক চোৰৰদৰে পাচ বেগিয়াকৈ হাতদুখনত বান্ধি মই উঠি থকা গছ জোপাৰ তলত ঠিয় কৰালে। পাচত কটোৱালে এইবুলি তিনিবাৰ উচ্চস্বৰে ঘোষণা কৰিলে, যে 'এই মন্ত্ৰী কামপালে ৰাজ্যৰ লোভ কৰি ৰজা চণ্ডসিংহ আৰু যুৱৰাজ চণ্ডঘোষক বিষাক্ত আহাৰ খুৱাই গুপ্তভাৱে হত্যা কৰিছে। মহাৰাজ সিংহ ঘোষকো যুৱক হোৱা দেখা পাই গুপ্তভাৱে হত্যা কৰাৰ কাৰণে ষড়যন্ত্ৰ কৰি; স্থূন আৰু অঙ্গীৰবৰ্ষ নামে দুজন ৰাজকৰ্ম্মচাৰীৰ ৰজাৰ সৈতে ভেদ জন্মাবৰ চেষ্টা কৰিছিল, কিন্তু ৰজাৰ প্ৰতি একান্ত অনুৰক্ত কাৰণে সেই কথাত

তেওঁলোক দুজনে সন্মতি নিদি ৰহস্য ঘটনাবোৰ প্ৰকাশ কৰি দিলে। বিচাৰত বিচাৰকে ৰাজদ্ৰোহী বুলি সাব্যস্ত কৰিলে, আৰু এনে কঠোৰ শাস্তিৰ আদেশ দিলে, যে ৰাজ্যলোলুপ এই পাপিষ্ঠক ঘোৰ অন্ধকাৰৰ মাজত পেলাই যমপুৰীলৈ পঠাব লাগে। প্ৰধান বিচাৰকৰ এই আদেশ অনুসাৰে চকু উঘালি বধ কৰিবলৈ বুলি এওঁক আমি ইয়ালৈ আনিছো। ৰাজ্যত অন্যকোনোবায়ো যদি এনেকুৱা ৰাজদ্ৰোহ কৰে, তেনেহলে মহাৰাজে তাৰো এনে কঠোৰ শাস্তিৰ ব্যৱস্থা কৰিব।'

এই ঘোষণা কৰাৰ পাচত যেতিয়া জনতাৰ মাজত বৰ কলৰৱ উঠিল তেতিয়া মই গছৰ ওপৰৰ পৰা অতৰ্কিতে সাপটো পিতাৰ মূৰত পেলাই দিলো। সাপটোৱে পিতাক তৎক্ষণাৎ দংশন কৰিলে। তেওঁ উৎকট বিষৰ জ্বালাত মাটিত পৰি গ'ল। তেতিয়া মানুহৰ মাজত এটা হৈ চৈ লাগি পৰিল। মই এই সুযোগতে গছৰ পৰা নামি আহি সেই জনতাৰ মাজত সোমালো, আৰু মন্ত্ৰবলেৰে কোনোৱে ধৰিব নোৱাৰাকৈ সাপৰ বিষ স্তম্ভিত কৰি ৰাখিলো। পাচত মানুহৰ মাজত ঠিয় হৈ চিঞৰ মাৰি কলো, যে 'মন্ত্ৰীমহোদয়ক ৰাজঅপৰাধৰ দণ্ড বিধাতায়ে দিলে। মহাৰাজে চকুদুটা উঘালি অন্ধকৰাৰহে আদেশ দিছিল, কিন্তু বিধাতাই একেবাৰে প্ৰাণদণ্ডকে কৰিলে।' মোৰ কথা কিছুমানে হয় হয় কৰিলে, আৰু কিছুমানে বা নিন্দাও কৰিলে। সেই সাপটোৱে পিতাৰ লগতে কটোৱাল এজনকো দংশন কৰি মানুহৰ মাজে দৌৰি ওলাই গুচি গ'ল। কটোৱালজন যাতে কোনোৱে বচাব নোৱাৰে মই তাৰো ব্যৱস্থা কৰি থলো। সেই জনতাৰ মাজত কিছুমান বিষ বৈদ্য আছিল। সিহঁতে কটোৱালক বচাবৰ কাৰণে বহুপ্ৰকাৰ জৰা ফুকা আৰু নানাবিধ ঔষধ দিলে, কিন্তু কোনো বৈদ্যই কৃতকাৰ্য্য হব নোৱাৰিলে। তেতিয়া সিহঁতে প্ৰকাশ কৰিলে, যে মন্ত্ৰী কামপালক কালে দংশন কৰিছে। এওঁৰ জীৱন-প্ৰদীপ নিৰ্ব্বাপিত হৈছে। বৈদ্যৰ কথামতে পিতা মৰা বুলি সকলোৱে বিশ্বাস কৰিলে। এই সময়তে পূৰ্ণভদ্ৰই



মই দিয়া পৰামৰ্শ অনুসাৰে আইক সকলো কথা ভাঙিপিতি কোৱাত আই কেইজনীমান সহচৰী লগত লৈ তালৈকে আহিল, আৰু দুখৰ কাৰণ উপস্থিত হোৱা সত্ত্বেও কোনো দুখৰ ভাৱ প্ৰকাশ নকৰি শান্তভাৱে ৰজা সিংহঘোষক কলে, "ৰজা! মোৰ স্বামী আপোনাৰ ওচৰত অপৰাধী হয়নে নহয় তাক ঈশ্বৰে জানে। মই সেই বিষয়ে একো কব নোখোজো সেই বিষয় চিন্তা কৰি মোৰ কোনো লাভ নাই। কিন্তু আপুনি এইটো ভালদৰে জানে, যে পতিৰ অনুগমন কৰা সতী স্ত্ৰীৰ অবশ্য কৰ্ত্তব্য কাৰ্য্য। মই সেই কাৰণে পতিৰ অনুগমন কৰিব খোজো। আপুনি মোক ইয়াৰ অনুমতি দি নাৰীধৰ্ম্ম পালনত সহায় কৰিব বুলি ভাবো। যদি অনুমতি নিদিয়ে তেতিয়া আপোনাৰ বংশত যে এটা কলঙ্ক ৰৈ যাব এইটো নিশ্চয়।" এই কথা শুনি সিংহঘোষে কলে যে "তুমি বংশোচিত পতিব্ৰতাৰ সদৃশ কাৰ্য্য কৰিব পাৰা। উৎসৱৰ সৈতে মোৰ ভগিনীপতিয়ে আজি অন্ত্যাসংস্কাৰ লাভ কৰক। তুমি তোমাৰ স্বামীক ঘৰলৈ নি যথোচিত দাহাদি ক্ৰিয়া কৰাগৈ।" ৰজাৰ আদেশ অনুসাৰে আয়ে পিতাক নিৰ্জন ঠাই লৈ আনি কুশৰ শয্যা এখনত শুৱাই কাপোৰ আঁৰ দি থৈ ঘৰলৈ আহিল। পাচত অনুসৰণৰ উপযুক্ত সাজপাৰ লৈ দুখমনে সখীয়েকৰ পৰা বিদায় ললে। তেওঁলোকক লগত আহিবলৈ নিষেধ কৰি অকলে পিতা থকা ঠাইলৈ গ'ল।

মই পূৰ্ণভদ্ৰৰ সৈতে আগতে গৈ গাৰুড়মন্ত্ৰেৰে পিতাক আগতে বচাই তুলিছিলো। আই তালৈ গৈ পিতা জীৱিত হৈ উঠা দেখিবলৈ পালে। তেওঁ আনন্দত উৎফুল্ল হৈ পিতাৰ ভৰিত পৰি কান্দিব ধৰিলে। পিতাই আইক হাতত ধৰি তুলি সান্ত্বনা দিলে। তেতিয়া আয়ে মোক বুকৰ মাজত সাবতি লৈ মৰমত পমি গৈ যেন আত্মবিস্মৃত হৈ কলে, 'বাচা? নিষ্ঠুৰা মই জন্মা মাত্ৰকে তোমাক নিৰ্জন ঘোৰ মৰিশালিৰ মাজত পেলাই থোৱাইছিলো। তেনে মমতাহীনা আৰু পাপিষ্ঠা মোক কিয় আজি এনে দয়া কৰিলা? আন হাতে তোমাৰ পিতা নিৰপৰাধী,

গতিকে তেওঁক কালৰ কবলৰ পৰা মুক্ত কৰা তোমাৰ পুত্ৰোচিত কাম হৈছে। সেই তাৰাৱলী বৰ নিষ্ঠুৰা। তেওঁ কুবেৰৰ মুখৰ পৰা তোমাৰ সকলো বৃত্তান্ত জানি শুনিও তোমাক মোৰ ওচৰত গটাই নিদি দেৱী বসুমতীক কিয় দিলে ? অথবা ঠিকেই কৰিছে। কিয়নো বসুমতীৰ দৰে জানো মই সৌভাগ্যৱতী ? তেওঁৰ দৰে সৌভাগ্যশালিনী নহলে আমাৰ নিচিনা দুৰ্ভগীয়া নাৰীৰ এনে অমৃতময় মধুৰ আলাপ শুনিবৰ সৌভাগ্য ক'ত ? আহা বাচা ! মোৰ বুকৰ মাজত সোমাই সন্তপ্ত হৃদয় শীতল কৰাহি ;' এই বুলি মোক বুকৰ মাজত সুমাই লৈ গালে মুখে চুমা খাবলৈ ধৰিলে। আৰু মাজে মাজে তাৰাবলীৰো নিন্দা কৰিব ধৰিলে। ক্ষন্তেকৰ বাবে তেওঁ যেন আত্মহাৰা হৈ পৰিল।

তেনেকুৱা মহাসঙ্কটৰ পৰা ৰক্ষা পৰি পিতাও দুৰ্ঘোৰ নৰক যন্ত্ৰণাৰ পৰা উঠি একেবাৰে স্বৰ্গত উঠাৰ দৰে হ'ল। পূৰ্ণভদ্ৰই গুৰিৰ পৰা সকলো কথা ভাঙি পিতি কোৱাত পিতাই নিজক ইন্দ্ৰতকৈয়ো সৌভাগ্যবান্ বুলি মনে মনে ভাবিলে।ময়ো নিজৰ ইতিবৃত্ত সংক্ষেপে কৈ আই আৰু পিতাক সুধিলো যে এতিয়া আমাৰ কৰ্ত্তব্য কি ? পিতাই কলে, 'বিশাল প্ৰাচীৰেৰে ঘেৰা সৌ ধপ্ ধপীয়া বগা দালানটোৱেই আমাৰ থকা ঘৰ। কোনোৱে জানিব নোৱাৰাকৈ মই তাত বহু প্ৰকাৰ অস্ত্ৰশস্ত্ৰ গোপন কৰি ৰাখি থৈ দিছো। প্ৰজাপুঞ্জৰ ভিতৰতো বহু লোক মোৰ পক্ষপাতী আছে, যিবিলাকে মোৰ অনিষ্ট হোৱা মুঠেই ভাল নাপায়। গতিকে সম্প্ৰতি ইয়াত কিছুদিন গোপনভাৱে থাকি প্ৰজা-সকলৰ মাজত এটা ভেদৰ ভাৱ সৃষ্টি কৰা ভাল হব। যেতিয়া প্ৰজাৰ মাজত ভেদৰ ভাৱ বিৰিঙি উঠিব, তেতিয়া এটা পক্ষক হাতত লৈ ৰজাৰ বিৰুদ্ধে অভিযান চলাব লাগিব। যিবিলাক লোক স্বাভাবিকতে ৰজাৰ শত্ৰু তেওঁবিলাককো অভিযান চলাবৰ কাৰণে উৎসাহিত কৰিব লাগিব। এই প্ৰকাৰে সঙ্ঘবদ্ধ হৈহে এই দুৰ্দান্তৰ উচ্ছেদ সাধন কৰিব পৰা যাব।' 'কি দোষ ? বাৰু তেনেকৈয়ে কৰা হওক' এইবুলি কৈ আমি পিতাৰ মতকে সমৰ্থন কৰিলো। আমি এইদৰে মন্ত্ৰণা কৰা কথাটো



কেনেবাকৈ ৰজাৰ কাণত পৰিল। ৰজা চণ্ড ঘোষ তেতিয়া বৰ আতঙ্কিত হ'ল। তেওঁ শত্ৰুৰ ৰাজ্য আক্ৰমণ কৰাৰ বাবে বহু সৈন্যসামন্ত পঠাই দি উপদ্ৰব কৰিবলৈ ধৰিলে। কিন্তু আমি তাৰ সকলো যত্ন বিফল কৰিলো। এই অৱসৰতে পূৰ্ণভদ্ৰৰ দ্বাৰা ৰজাৰ গুপ্তঘৰৰ ভালদৰে সম্ভেদ লৈ আমি থকা ঘৰৰ প্ৰাচীৰৰ কাষৰেদি সৰ্পাকাৰ এবিধ অস্ত্ৰৰ দ্বাৰা এটা সুৰঙ্গ কৰিলো। সুৰঙ্গটো পৃথিবীৰ স্বৰ্গসদৃশ বহু কন্যা থকা সেই গোপন কন্যাৰ অন্তঃপুৰলৈ কৰিলো। সেই সুৰঙ্গইদি সোমাই গৈ কন্যাসকল থকা ভিতৰ ঘৰত গৈ উপস্থিত হলো। অভাৱনীয় ৰূপে অকস্মাৎ মোক তাত উপস্থিত হোৱা দেখা পাই কন্যা-বিলাক বৰ ভীতিবিহ্বল হৈ পৰিল। সেই কন্যাবিলাকৰ মাজত চন্দ্ৰকলাৰ দৰে নিৰুপম ৰূপলাৱণ্যৱতী এগৰাকী তৰুণী মোৰ চকুত পৰিল। তেওঁ শৰীৰৰ অসামান্য লাৱণ্যৰ কান্তি প্ৰবাহেৰে পাতালৰ অন্ধকাৰৰাশি যেন আতৰাই পেলাইছে। তেওঁ যেন সাক্ষাৎ মূৰ্ত্তিমতী পৃথিবীহে। যেন অসুৰ বিনাশৰ কাৰণে দেৱী দুৰ্গা কন্যাৰূপে তাত অৱতীৰ্ণা হৈছে। মৃদু বতাহৰ পৰশত কম্পিত চন্দনলতাৰ দৰে মোক তাত দেখা পাই তেওঁ কঁপিব ধৰিলে। সকলো কন্যাৰে তেনে আতঙ্কিত অৱস্থা দেখা পাই এজনী বুঢ়ীয়ে মোক মিনতি কৰি কলে, 'মহাভাগ ! সহায়হীনা এই অবলাবিলাকক আপুনি অভয় দিব লাগে। আপুনি কি দৈত্যকুলক জয় কৰিবৰ কাৰণে পাতালপুৰলৈ যাত্ৰা কৰা দেৱকুমাৰ ? নাইবা ছদ্মবেশী আন কোনোবা দেৱ ? আপোনাৰ ইয়ালৈ আহাৰে বা উদ্দেশ্য কি ? আশাকৰো আত্মপৰিচয় দি আমাক কৃতাৰ্থ কৰিব।' তেতিয়া মই তেওঁক আশ্বাস দি কলো, 'আপোনালোকে ভয় নাখাব। মই ব্ৰাহ্মণশ্ৰেষ্ঠ মন্ত্ৰী কামপালৰ ল'ৰা মোৰ আইৰ নাম কান্তিমতী আৰু মোৰ নাম অৰ্থপাল। বিশেষ প্ৰয়োজন থকাৰ কাৰণে আমাৰ নিজ ঘৰৰ পৰা ৰজা থকা ঘৰলৈ এটা সুৰঙ্গ কৰি আহোতে মাজতে আপোনালোকক ইয়াত দেখা পালো। বাৰু কওকচোন আপোনালোক ইয়াত কিয় এনে গোপন ভাৱে আছে ? আপোনালোকেই বা কোন ?'

বুঢ়ীয়ে তেতিয়া ক'বলৈ ধৰিলে, 'কুমাৰ! আমাৰ বৰ সৌভাগ্য। সেই কাৰণেই আজি আপোনাৰ দৰ্শন লাভ কৰিবৰ সুযোগ ঘটিল। আপোনাৰ মাতামহ চণ্ডসিংহৰ ঔৰসে দেৱী লীলাৱতীৰ গৰ্ভত চণ্ডঘোষ আৰু কান্তিমতী নামে দুটি সন্তান ওপজে। চণ্ডঘোষ অতি ইন্দ্ৰিয়াশক্ত হোৱাৰ কাৰণে যৌবন অৱস্থাতে ক্ষয়ৰোগগ্ৰস্ত হৈ অকালতে প্ৰাণ পৰিত্যাগ কৰে। সেই সময়ত চণ্ডঘোষৰ পত্নী দেৱী আচাৰৱতী গৰ্ভৱতী আছিল। যথা সময়ত আচাৰৱতীয়ে মণিকৰ্ণিকা নামে এটি কন্যাসন্তান প্ৰসৱ কৰে, আৰু সেই প্ৰসৱ বেদনাতে তেওঁ পৰলোক প্ৰাপ্ত হয়। সেই অৱস্থাত ৰজা চণ্ডসিংহই মোক মাতি নি গোপনে কলে, "বুঢ়ী! এই চোৱালীটি বৰ সুলক্ষণা। এওঁক যত্নসহকাৰে তুমি প্ৰতিপালন কৰিব লাগিব। এওঁক ডাঙৰ দীঘল কৰি উপযুক্ত বয়স হলে, মালৱৰ ৰজা দৰ্পসাৰলৈ মই বিয়া দিবৰ সঙ্কল্প কৰিছো। কিন্তু কুমাৰী কান্তিমতী যেতিয়া অৰ্থপালৰ সৈতে অবৈধ প্ৰণয়ত আবদ্ধ হৈ গূঢ়ভাবে সন্তান উৎপাদন কৰিলে সেই বৃত্তান্তই মোৰ মনত এটা বদ্ধমূল সন্দেহৰ ভাৱ জাগৃত কৰি ৰাখিছে। তেতিয়াৰ পৰাই মই কন্যাবিলাকৰ প্ৰকাশ্য ঠাইত বিহাৰ কৰাটো বন্ধ কৰি দিছো। আৰু ভবিষ্যতে যাতে কন্যাৰ অন্তঃপুৰত বহিঃশত্ৰুৰ পৰা কোনোপ্ৰকাৰৰ এনে দুৰ্ঘটনা ঘটাৰ সুযোগ আহিব নোৱাৰে সেইফালে দৃষ্টি ৰাখি মই থকা প্ৰাসাদৰ ওচৰতে কৃত্ৰিম পৰ্ব্বতেৰে পৰিবৃত এটা গুপ্তঘৰ সজাইছো। তুমি আৱশ্যকীয় সকলোপ্ৰকাৰ খাদ্যসামগ্ৰী আদি লৈ এই ছোৱালীজনীক তাতে থাকি প্ৰতিপালন কৰাগৈ। এশ বছৰ খালেও যাতে শেষ নহয়, সেই পৰিমাণে খাদ্য সম্ভাৰ ইতিমধ্যে তাত মজুত কৰি ৰাখি থোৱা হৈছে।" এই বুলি কৈ ৰজাই নিজৰ থকা ঘৰৰ পৰা দুই আঙুলিমান দূৰত থকা এটা প্ৰাচীৰৰ গাৰ পৰা এচটা ডাঙৰ শিল সোলোকাই দিলে, আৰু সেই সুৰুঙাৰে আমাক ভিতৰলৈ যাব কলে। আমি সেই পিনে দি আহি ইয়াত আছো। ইয়াত থাকিবৰ আজি বাৰ বছৰ হ'ল। কিন্তু ৰজাই হলে আজিলৈকে আমাৰ কোনো খাখবৰকে কৰা নাই। এই



কন্যাজনীক দৰ্পসাৰলৈ দিয়াৰ কাৰণে আপোনাৰ মাতামহে সঙ্কল্প কৰিছে। কিন্তু এই কুমাৰী যেতিয়া মাকৰ গৰ্ভত আছিল, তেতিয়া আপোনাৰ মাতা কান্তিমতীয়ে এওঁৰ মাকক কোনো এটা খেলাত জয় কৰি নিজৰ অধীনস্থা কৰে, আৰু এই বুলি কয় যে যদি তোমাৰ কন্যাসন্তান হয়, তেতিয়া সেই কন্যাজনী মোৰ ল'ৰালৈ বিয়া দিব লাগিব। এওঁৰ মাকেও সেইটো স্বীকাৰ কৰে। মই আগৰ কথা আপোনাৰ আগত কলোঁ। এতিয়া ইয়াত কি কৰা উচিত হব সেইটো আপুনি জানে'।

মই তেতিয়া বুঢ়ীক কলো 'আই! মই এটা বিশেষ কামৰ বাবে ৰজাৰ ওচৰলৈ যাবলৈ আহিছো। কামটো সম্পন্ন কৰি অহাৰ সময়ত যি হয় কৰা যাব।' 'ভাল কথা। বাৰু সেয়ে হব' এই বুলি বুঢ়ীয়ে মোক এটা পোহৰ দেখুৱাই ৰজাৰ মন্দিৰত সোমোৱা বাট দেখুৱাই দিলে। মই সেই সুৰঙ্গপথেৰে ৰজাৰ অন্তঃপুৰলৈ যোৱা প্ৰাচীৰৰ গাত থকা শিলৰ ঢাকনিখন গুচাই ভিতৰ সোমালো। তেতিয়া ৰাতি দোভাগমান হৈছে। ৰজা নিশ্চিন্ত মনে শয্যাত শুই আছিল। মই সুপ্ত অৱস্থাতে ৰজাক জব্দ কৰি ধৰি বান্ধি পেলালো। ৰজাই সাৰ পাই একেবাৰে থত্‌মত্‌ খালে আৰু দেখিলে যে তেওঁ মোৰ হাতত শৃঙ্খলাবদ্ধ হৈ পৰিছে। তেতিয়া মই তেওঁক গৰুড়ে সাপক টানি নিয়াৰ দৰে কুমাৰী বিলাক থকা গুপ্তঘৰলৈ টানি আনিলো। তাৰপৰা সুৰঙ্গপথেৰে আমি থকা ঠাইলৈ আনি ভৰি হাতে বান্ধি পেলাই থলো। তেতিয়া তেওঁৰ মুখ বিবৰ্ণ হৈ পৰিল, আৰু দুয়ো চকুৰে সৰ্‌সৰ্‌ কৰি চকুলো ওলাব ধৰিলে। এই অৱস্থাত আই আৰু পিতাক তালৈ মাতি আনি তেওঁক দেখুৱালো আৰু কিদৰে সুৰঙ্গ কৰি আনিলো তাকো কলো। তেতিয়া আই আৰু পিতাই ৰজা সিংহ ঘোষক কাৰাগাৰত বন্দী কৰি থবলৈ আদেশ দিলে। তেওঁলোকৰ নিৰ্দ্দেশমতে তেওঁক কাৰাগাৰত বন্দী কৰি ৰাখিলো। পাচত কন্যা মণিকৰ্ণিকাৰ সৈতে মোৰ বিয়া হ'ল। ৰজা বন্দী হোৱাৰ কাৰণে ৰাজ্যত অৰাজকতাৰ সৃষ্টি হব বুলি মই নিজেই ৰাজকাৰ্য্য হাতত ললো।

পাচত আই আৰু পিতা উভয়ে মৰমৰ বশবৰ্ত্তী হৈ তেওঁক মুক্তি দিবৰ ইচ্ছা কৰিছিল কিন্তু ভবিষ্যতে আকৌ বিদ্ৰোহৰ সম্ভাৱনা কৰি মুক্তি দিয়া নহল।

"যেতিয়া আমি এনেভাৱে থাকো, সেই সময়ত অঙ্গৰাজ সিংহবৰ্ম্মা আপোনাৰ অনুগত আছিল। তেওঁ শত্ৰুৰ দ্বাৰা আক্ৰান্ত হোৱাত আমি তেওক সহায় কৰিলো। আপোনাৰ প্ৰভাৱত তেওঁ জয়যুক্ত হ'ল। এই দুষ্ট সিংহঘোষে এতিয়া আপোনাৰ চৰণ কমলৰ প্ৰণামৰূপ প্ৰায়শ্চিত্তৰ অনুষ্ঠান কৰি সকলো দোষৰ পৰা মুক্ত হ'ক" এই বুলি কৈ অৰ্থপালে ৰজা ৰাজবাহনক প্ৰণাম জনালে।

তেতিয়া ৰাজবাহনে কলে, তুমি বৰ পৰাক্ৰম দেখুৱাইছা, আৰু অতিশয় বুদ্ধিমত্তাৰো পৰিচয় দিছা। এতিয়া তোমাৰ শহুৰে বন্ধনৰ পৰা মুক্ত হৈ মোৰ সাক্ষাৎ কৰক" এই বুলি কৈ কুমাৰ প্ৰমতিৰ ফালে চকু দি কলে, "প্ৰমতি! এতিয়া তোমাৰ বৃত্তান্ত শুনিব খোজো॥"

---

# প্ৰমতি চৰিত

## ৭ম কুমাৰ

ৰজা ৰাজবাহনক প্ৰণাম কৰি কুমাৰ প্ৰমতিয়ে কলে, মহাৰাজ! আপোনাৰ অনুসন্ধানৰ কাৰণে বহু দিগ্‌দিগন্তৰ ঘূৰিফুৰি এদিন সন্ধ্যা সময়ত বিন্ধ্যপৰ্ব্বতৰ ওচৰৰ এজোপা ডাঙৰ গছৰ তলত উপস্থিত হলো। তেতিয়া বেলি মাৰ যাওঁ যাওঁ হৈছে। বনৰ মাজেদি এটা নিজৰা বৈ যোৱা দেখা পালো। নিৰ্ম্মল নিজৰাৰ পানীত মুখ হাত ধুই সন্ধ্যা উপাসনা কৰিলো। ক্ৰমে সন্ধ্যা আতৰি গ'ল আৰু ৰাতি বাঢ়ি আহিবলৈ ধৰিলে। চাওঁতে চাওঁতে নিশাৰ ঘোপমৰা অন্ধকাৰে পৃথিবীৰ খাল বাম সমান কৰি পেলালে। মোৰ তেতিয়া কলৈকে যাবৰ আৰু সাহস নহল। সেই গছৰ তলতে ৰাতিটো কষ্টেমষ্টে কটাম বুলি কিছুমান শুকান গছৰ পাত গোটাই এখন পৰ্ণশয্যা পাতিলো। শয্যাত বহি মই বনদেৱতাক লক্ষ্য কৰি এইদৰে প্ৰাৰ্থনা জনালো যে মই এই মহাৰণ্যৰ মাজত ঘোৰ অন্ধকাৰ নিশাত অকলশৰে গছৰ তলত আশ্ৰয় কৰি শুই থাকিলো। এই অকলশৰীয়া অৱস্থাত যি গছত যি দেৱতা আছে তেওঁলোক মোৰ যেন আশ্ৰয় হয়। মই শুই পৰিলো। অতিশয় পথশ্ৰান্তি হোৱাৰ কাৰণে মোৰ তৎক্ষণাৎ টোপনি আহিল।

অলপসময়ৰ পাচত মোৰ শৰীৰত এনে এটা পৃথিবীদুৰ্লভ অনিৰ্ব্বচনীয় স্পৰ্শসুখ অনুভূত হল যে মোৰ অন্তৰাত্মা আনন্দত একেবাৰে উৎফুল্ল হৈ পৰিল। শৰীৰৰ সকলো নোম স্পৰ্শসুখত সিহৰি উঠিল। সোঁ হাতখন বাৰে বাৰে নাচিব ধৰিলে। সাৰ পাই শয্যাত উঠি বহিলো। আৰু কিয়নো এনে হব পালে, তাৰ কাৰণ জানিবৰ বাবে চাৰিওফালে চকু ঘূৰালো। দেখিবলৈ পালো মোৰ

ওপৰত নিৰ্ম্মলচন্দ্ৰৰ প্ৰভাৰ দৰে বগাকাপোৰৰ এখন চন্দ্ৰাতপ। এটা অতি উচ্চ মনোৰম প্ৰাসাদৰ ভিতৰৰ বেৰৰ ওচৰত বিচিত্ৰ শয্যা এখনৰ ওপৰত এগৰাকী সুন্দৰী ৰমণী শুই থকা দেখা পালো, বাঁও ফালে চকু ঘূৰাওঁতে। দক্ষিণ ফালে চকু ঘূৰাই দেখিলো ৰত্নৰ পালঙ্ক এখনৰ ওপৰত আন এগৰাকী তৰুণী নিশ্চিন্ত মনে শুই আছে। ৰমণীৰ ৰূপৰ তুলনা দিব নোৱাৰি। যেন কোনোবা দেববালাহে স্বৰ্গৰপৰা অবতীৰ্ণ হৈছে। তেওঁৰ গাৰ ।ৰহাখন অলপ শিথিল হৈ গাৰপৰা ওলমি পৰাৰ কাৰণে স্তনযুগল ঈষৎ উন্মুক্ত হৈ আছিল। তেওঁৰ অধৰৰ কান্তিৰ লগত নবপল্লবৰো যেন সাদৃশ্য নহয়। সুৰভি নিশ্বাসবায়ুতে তেওঁ যেন মহাদেবৰ কোপানলত ভস্ম হোৱা কামদেবৰ পুনঃ উজ্জীবিত কৰিবৰ চেষ্টা কৰিছে। তেওঁ যেন নন্দনবনৰ মূৰ্ত্তিমতী কল্পলতাহে। ভ্ৰম হোৱা বুলি চাৰিওফালে আকৌ চালো, কিন্তু কি আশ্চৰ্য্য? ময়ো পৰ্ণশয্যাত নাই, আছো আকাশস্পৰ্শী মনোৰম দালানৰ ভিতৰত সোণৰ পালঙ্কৰ ওপৰত দুগ্ধৰ ফেনৰ দৰে মনোৰম শয্যাত।

তেতিয়া মনত ভাবিলো যে, সেই ভীষণ অৰণ্য ক'লৈ গ'ল আৰু এই আকাশস্পৰ্শী আট্টালিকা কৰ পৰা আহিল? সেই কৰ্কশ তৃণশয্যা ক'ত অন্তৰ্হিত হ'ল আৰু এই দুগ্ধফেননিভ মনোহৰ শয্যা কৰপৰা আহিল? চন্দ্ৰমণ্ডলৰ পৰা পিচলি পৰি মুৰ্চ্চিত হৈ থকা অপেশ্বৰাৰ দৰে নিশ্চিন্তমনে শুই থকা এই তৰুণীয়েইবা কোন? আৰু শাৰদীয় চন্দ্ৰৰ প্ৰভাৰ দৰে ধবল শয্যাত শুই থকা সাক্ষাৎ লক্ষ্মীৰ নিচিনা আন এই গৰাকী যুৱতীয়েইবা কোন? বোধকৰোঁ এওঁ দেবকন্যা নহয়। কিয়নো চন্দ্ৰৰ কিৰণ লাগিলে কমলিনী যিদৰে মুদ্ৰিত হৈ থাকে, সেইদৰে এওঁ নিশ্চেষ্ট হৈ শুই আছে। পকা আমৰ ওপৰত ৰসৰ বিন্দুৰ দৰে এওঁৰ নিতুল গাল দুখনৰ ওপৰত ঘামৰ টোপালবিলাক জিলিকি আছে। নতুন যৌৱনৰ উষ্মাৰ কাৰণে শৰীৰত দিয়া চন্দন আদি অঙ্গৰাগৰ বৰণো অলপ সলনি হোৱা যেন দেখা গৈছে। পৰিধান কৰা গাৰ কাপোৰ দুখনো অলপ মলিন যেন দেখা যায়। এই কাৰণে মোৰ বিশ্বাস হৈছে



যে এওঁ কোনোৱা মানব কন্যাহে হব। দেব কন্যা নহয়। কিন্তু এইটোৱেই সৌভাগ্যৰ কথাযে এওঁৰ যৌৱন আজিকো পতি উচ্ছিষ্ট হোৱা নাই যেন অনুমান হৈছে। কিয়নো শৰীৰৰ ওপৰত যৌৱন উপচি পৰিলেও মালিণ্যৰ কোনো লক্ষণ প্ৰকাশ পোৱা নাই। সকলো অঙ্গপ্ৰত্যঙ্গ অম্লান হৈয়ে আছে। শৰীৰৰ অতি সুন্দৰ গৌৰবৰ্ণ ওঁঠদুটি কোৱাভাতুৰীৰ দৰে নিতুল টুক্‌টকীয়া ৰঙা। কণকচম্পাৰ নিচিনা গালদুখন নিতুল। গতিকে দেখাতো অতি ধুনীয়া। কামকেলিৰ অনভিজ্ঞা কাৰণে মুখৰ কান্তি সিমান উজ্জলহৈ উঠা নাই। পুৰুষৰ সংসৰ্গ নোপোৱা কাৰণে স্তনযুগল এতিয়াও সিমান উন্নত হৈ উঠা নাই।

মোৰ মন পবিত্ৰ। কিয়নো আজিকোপতি কোনো পাপ কাৰ্য্যত লিপ্ত হোৱা নাই, আৰু কেতিয়াও মোৰ শিষ্টাচাৰ লঙ্ঘন কৰা বুলিও মনত নপৰে। সেই চিৰ পবিত্ৰ মোৰ মনে এওঁক পাবলৈ অভিলাষ কৰিছে। অভিলাষ কৰিছে বুলিয়েই যদি মই অসংযত হৈ অনঙ্গৰ প্ৰবল তাৰণাত এওঁক স্পৰ্শ কৰো, তেনেহলে এওঁৰ নিশ্চয় টোপনি ভাগিব, আৰু চিঞৰি উঠিব। অথচ একেখন শয্যাতে আছো যেতিয়া স্পৰ্শ নকৰাকৈ শুবৰো সুবিধা নাই। গতিকে যি হয় হব, এবাৰ ভাগ্যৰে পৰীক্ষা কৰি চোৱা যক এই বুলি মনত ঠিক কৰি চোৱা নোচোৱা কৰি কাষৰত লাহেকৈ বাগৰ দিলো, আৰু টোপনি অহাৰ ভাৰ জুৰি মনে মনে থাকিলো। তৰুণীয়ে ৱাওঁ কাতি কৈ শুই আছিল। মই যেতিয়া শুলোঁ, তেতিয়া তেওঁৰ সকলো শৰীৰ শিহৰি উঠিল, শৰীৰটো কপিবলৈ ধৰিলে, আৰু মাজে মাজে হামি কাঢ়িবলৈ ধৰিলে।

মোক ওচৰত শুই থকাৰ গম পাই টোপনিত অলস চকু দুটি আধামেলা কৰি মোৰ ফালে এবাৰ আধামেলা কৰি কেৰাহিকৈ চালে। ওচৰত অপৰিচতি যুবা পুৰুষ এজনক শুই থকা দেখা পাই তেওঁৰ মনত ভয় লাগিল, আৰু মনত বৰ বিস্ময় মানিলে। কিন্তু পিচ মুহূৰ্ত্ততে মোৰ দৰে সৰ্ব্বাঙ্গ সুন্দৰ যুৱা পুৰুষ এজনক দেখা পাই তেওঁৰ মনত লাজ

আৰু ভয় লাগিল যদিও মনৰ মাজত উদ্‌ভূত হোৱা অনুৰাগবশত এটা অনিৰ্ব্বচনীয় আনন্দৰ ভাৱো বিৰিঙি ওলাল। তেওঁৰ সকলো শৰীৰ ঘৰ্ম্মাক্ত হৈ পৰিল। মনৰ মাজত কামভাৱৰ প্ৰথম উদ্ৰেক হোৱাৰ কাৰণে শৰীৰত সাত্বিকভাৱৰ চিন পৰিলক্ষিত হ'ল। পাচত ৰোমাঞ্চ প্ৰভৃতি কামবিকাৰবোৰ কোনো মতে সংযত কৰি মোৰ সকলো অঙ্গ-প্ৰত্যঙ্গ চাইচিতি শঙ্কিত মনে আকৌ শয্যাত শুই থাকিল।

যদিওবা সেই সময়ত মোৰ মন উতলা হৈ পৰিছিল, তথাপি টোপনিয়ে বৰকৈ আকুল কৰাৰ কাৰণে ময়ো নিশ্চেষ্ট হৈ শুই পৰিলো। অলপ পৰ শুই থকাৰ পিচত বুজিব পাৰিলো যে শয্যা আকৌ আগৰদৰে কঠিন যেন আনুভৱ হৈছে। মোৰ টোপনি ভাগিল। উঠি শয্যাত বহিলো। দেখিলোঁ, সচাকৈয়ে আগৰদৰে সেই তৃণশয্যা, আৰু আগৰদৰেই সেই মহা অটবীৰ গছৰ তল। ক্ৰমে ৰাতি পুৱাল। মই মনত ভাবিলো যে এইটো সপোন নে কোনোবা দেবতাৰ মায়া? নাইবা কোনোবা পিশাচৰ ছলনা নেকি? যি হয় হক বাৰু। কিন্তু যেতিয়ালৈকে প্ৰকৃত ৰহস্য উদ্‌ঘাটন কৰিব নোৱাৰো তেতিয়ালৈকে এই তৃণশয্যা পৰিত্যাগ নকৰোঁ। প্ৰাণ থকালৈকে ইয়াৰ প্ৰতীক্ষা কৰি থাকিম। এই বুলি থিৰ কৰি সেই তৃণ শয্যাৰ ওপৰতে বহি থাকিলো।

কিছুসময় বহি আছোঁ। এনেতে এগৰাকী দিব্যাকৃতি ৰমণী শৰীৰৰ প্ৰভাবে সেই বনপ্ৰদেশ উজলাই মোৰ ওচৰত আহি উপস্থিত হ'ল। তেওঁৰ শৰীৰটো বেলিৰ তাপত তপ্ত ভেটকলিৰ দৰে শিথিল হৈ পৰিছে। গাৰ কাপোৰ দুখনো অলপ মলিয়ন। ওঠ দুটি অলপ শেঁতাপৰা। চকু দুটাৰ কোনেৰে অনবৰত লোৰধাৰ বাগৰি পৰি বুকুখন তিতি গৈছে। চুলিবিলাক আউলি জাউলি হৈ ওলমি পৰিছে। তেওঁ যেন পতিব্ৰতা ধৰ্ম্মৰ মূৰ্ত্তিমতী জঙ্গম পতাকাহে। শৰীৰটো অত্যন্ত দুৰ্ব্বল যেন দেখা গলেও এটা দেব সুলভ কান্তি তাত বিৰাজ কৰিছে। মই ৰমনীক দেখা পাই প্ৰণাম জনালো। তেওঁ মোক দুয়োহাতেৰে বুকৰ মাজত সাবতি ধৰি মৰম কৰি চুমা খালে, আৰু চকুলো পেলাই গদ্‌গদ্



সুৰে কলে, "বোপা! মহাৰাজ ৰাজহংসৰ মহিষী দেবী বসুমতীয়ে তোমালোকৰ আগত কোৱা এটা বৃত্তান্তৰ কথা বোধকৰো মনত আছে যে এগৰাকী ৰমনীয়ে অৰ্থপাল নামে বালক এটিক কুমাৰ ৰাজবাহনৰ পৰিচৰ্য্যা কৰাৰ কাৰণে মই শুই থকা অবস্থাত গোটাই দিয়ে, আৰু কুবেৰৰ মুখৰ পৰা শুনা তেওঁৰ নিজৰ, স্বামীৰ ল'ৰাৰ আৰু সখীয়েকহঁতৰ সম্বন্ধে এটা ইতিবৃত্ত কৈ অন্তৰ্হিত হয়। বাচা! ময়ে সেই ৰমনী যক্ষৰাজ মণিভদ্ৰৰ কন্যা তাৰাবলী। তোমাৰ পিতাৰ নাম কামপাল। তেওঁ ধৰ্ম্মপালৰ ল'ৰা আৰু সুমন্ত্ৰৰ সৰু ভায়েক। তোমাৰ পিতা কামপালৰ ওচৰৰ পৰা কোনো কাৰণ বশতঃ এদিন খং কৰি ওলাই আহি শেষত অনুতপ্ত হৈ পৰিলো। পিচত এদিন শুই থকা অৱস্থাত ৰাতি সপোনত এজন যক্ষই মোৰ আগত থিয়হৈ মোক এই বুলি শাপ দিলে 'যি হেতুকে অকাৰণত খং কৰি পতিৰ ওচৰৰ পৰা গুচি আহিছা, সেই অপৰাধৰ কাৰণে প্ৰবাসকালত কষ্টভোগ কৰাৰ কাৰণে অদৃশ্যভাৱে তোমাত এবছৰ বাস কৰি থাকিম। এই বুলি কৈ তেওঁ মোত আবিষ্ট হ'ল। হাজাৰ বছৰৰদৰে দীঘল সেই কষ্টৰ বছৰটোৰ আজি শেষ হ'ল। কালি যোৱা নিশা শ্ৰাৱস্তী নগৰত দেবদেব মহাদেৱৰ এটা উৎসৱ হৈছিল। সেই উৎসবত দেশদেশান্তৰৰ পৰা আহি সমবেত হোৱা বন্ধুবিলাকৰলগত দেখা সাক্ষাৎ কৰি শাপমুক্ত হৈ স্বামীৰ ওচৰলৈ যাম বুলি থিৰ কৰিছিলো। এই সময়ত তুমি ইয়ালৈ আহি তৃণ শয্যাত শুই পৰি কলা যে এই মহাঅটবীৰ গছত থকা দেবতাবিলাক নিৰাশ্ৰয় মোৰ আশ্ৰয় হক। এই কথা শুনি মই তোমাৰ ওচৰলৈ আহিলো। কিন্তু শাপৰ প্ৰভাৱৰ কাৰণে তেতিয়া মই তোমাক চিনিব পৰা নাছিলো; বহুবিঘ্নসঙ্কুল ঘোৰ অৰণ্যৰ মাজত নিৰাশ্ৰয় মানুহ এজনে আশ্ৰয় প্ৰাৰ্থনা কৰিছে যেতিয়া তেওঁক সাহায্য কৰা একান্ত কৰ্ত্তব্য" এই বুলি মনত ভাবিহে শুই থকা অৱস্থাত নিজ প্ৰভাৱৰ বলত তোমাক ইয়াৰ পৰা সেই উৎসবৰ ঠাইলৈ লৈ গ'লো। মহাদেৱৰ মন্দিৰৰ ওচৰলৈ নি চিন্তা কৰিলো যে এই যুৱকৰ সৈতে উৎসৱ সভালৈ যোৱাটো ভাল নহব। এওঁক ক'ত

ৰাখো ? কি কৰোঁ ? এই বুলি অলপ ইতস্ততঃ চিন্তা কৰি ইফালে সিফালে চকু ফিৰাই দেখিবলৈ পালো যে শ্ৰাৱন্তীৰ ৰজা ধৰ্ম্মপালৰ কন্যা কুমাৰী নবমালিকা পুৰৰ প্ৰাসাদৰ ভিতৰত এখন মনোহৰ শয্যাত নিশ্চিন্ত হৈ শুই আছে। তেওঁ গাঢ় নিদ্ৰাত অভিভূত হৈ পৰিছে। ওচৰৰ আন এখন শয্যাত পৰিচাৰিকা এজনীকো গাঢ়নিদ্ৰাত অভিভূত হৈ শুই থকা চকুত পৰিল। এই ব্ৰাহ্মণ কুমাৰ অলপ পৰ ইয়াতে শুই থক যেতিয়ালৈকে মই উৎসৱ দৰ্শন কৰি ঘূৰি নাহো" এই বুলি ঠিক কৰি সেই ৰাজকুমাৰীৰ শয্যাত তোমাক শুৱাই থৈ উৎসবৰ ঠাইলৈ গ'লো। তালৈ গৈ প্ৰথমে দেবাদিদেব মহাদেব আৰু দুৰ্গাদেবীক ভক্তি শ্ৰদ্ধাৰ সৈতে প্ৰদক্ষিণ আৰু সেবা কৰিলো। পিচত উৎসৱত সমবেত হোৱা বন্ধুবান্ধবৰ লগত দেখা শুনা কৰি উভটি আহিম, এনে অৱস্থাত দেবী দুৰ্গাই আদেশ কৰিলে, যে 'বাচা! তুমি ভয় নকৰিবা। আজিৰ পৰা তোমাৰ যক্ষৰ শাপৰ অন্ত পৰিল। অতি সোনকালেই স্বামী আৰু পুত্ৰৰ লগত তোমাৰ মিলন হব।' দেবীৰ আদেশত মোৰ মনত উল্লাস জন্মিল। মই দেবীক পুনঃ ভক্তিভৰে প্ৰণাম কৰি তাৰপৰা ঘূৰি আহিলো। তেতিয়া মোৰ আগৰ সকলো কথা মনৰ মাজত জাগি উঠিল। ইয়ালৈ আহি তোমাক দেখা মাত্ৰকে চিনিব পাৰিলো যে এই জনেই দেখোন অৰ্থপালৰ প্ৰাণতকৈয়ো অধিক মোৰ ল'ৰা প্ৰমতি ? হতভাগিনী মই আগতে চিনিব পৰা নাছিলো গতিকে প্ৰথমতে উদাসীনা হৈ আছিলো।

ৰাজকুমাৰী নৱমালিকাক এওঁ বৰ ভাল পাইছে আৰু ৰাজকুমাৰীও এওঁৰ প্ৰতি অনুৰক্তা হৈ পৰিছে। দুয়োজনে কপটনিদ্ৰাত নিদ্ৰিত হৈ আছে। লাজ আৰু ভয়ৰ কাৰণে যে দুয়োৰো ওচৰত দুয়ো মনৰভাৱ ব্যক্ত কৰিব পাৰা নাই এই কথাটো মই ভালদৰে বুজিব পাৰিছো। ৰাজকুমাৰীৰ চিত্ত নিতান্ত উৎকণ্ঠিত হলেও ৰহস্য প্ৰকাশৰ ভয়ত সখীয়েক-বিলাকৰ ওচৰতো মনোভাব প্ৰকাশ কৰা নাই। সম্প্ৰতি কুমাৰ প্ৰমতিক মই আকৌ আগৰ ঠাইলৈ লৈ যাওঁ। পিচত এটা উপায়



উদ্‌ভাৱন কৰি দুয়োৰো মিলনৰ ব্যবস্থা কৰিব লাগিব, এই বুলি মনৰ মাজত আলচ কৰি তোমাক আকৌ পৰ্ণ শয্যালৈ লৈ আহিলো। তেতিয়া তোমাৰ মনৰ মাজত নিশ্চয় ভ্ৰান্তি হৈছিল। সেই ভ্ৰান্তি দূৰ কৰিবলৈ বুলি মই এতিয়া তোমাৰ ওচৰলৈ আহি ঘটনাটো কলোঁ। এতিয়া তোমাৰ পিতাৰাৰ ওচৰলৈ যাওঁ" এই বুলি মোক বুকৰ মাজত সাবতি লৈ গালে মুখে বহুবাৰ চুমা খাই তাৰপৰা গুচি গ'ল।

আই যোৱাৰ পিচত ময়ো শ্ৰাৱন্তী নগৰ অভিমুখে যাত্ৰা কৰিলো। যাওঁতে বাটত এখন সাউদৰ গাওঁ পালোঁ। সেই গাৱঁত এখন কুকুৰা যুঁজৰ উৎসৱ হৈছিল। বহু মানুহ গোট খাই বৰ কোলাহল কৰা দেখা পাই মই সেই উৎসবৰ ঠাইলৈ গলো। কুকুৰাৰ যুঁজ দেখা পাই মোৰ বৰ হাঁহি উঠিল। এজন বুঢ়া বামুনে হঁহা দেখি মোক সুধিলে- 'ডাঙৰীয়া! আপুনি হাঁহিছে দেখোন, কাৰণ কি ?' 'হেৰি! চাওকচোন এই মানুহজন কেনে মূৰ্খ ? ই বল আৰু প্ৰমাণত শকত পূৰ্ব্ব দেশীয় কুকুৰাৰ সৈতে পশ্চিমদেশীয় বগলীজাতীয় বলহীন কুকুৰাৰ যুঁজ দিছে ?' মই কলোঁ।

সেই বুঢ়া বামুণ জনে তেতিয়া মোক কলে, 'ডাঙৰীয়া! এই মূৰ্খ সকলক বুজাই কোৱাৰ আৱশ্যক কি ? আপুনি মনে মনে থ'ক, ইহঁতে যিকৰে কৰক।' বামুণৰ কথা শুনি মোৰ আৰু বুজিবৰ বাকী নৰল যে বামুণো যুঁজৰ এটা পক্ষ আৰু খেলত অভিজ্ঞ। মই মনে মনে থাকিলো। বামুণে বটাৰ পৰা কৰ্পূৰ আদিৰে সুবাসিত কৰি মোক তামোল এখন দিলে। তামোলখন খাই মই তেওঁৰ সৈতে নানা কথাবতৰা পাতিলো। দুয়োটা কুকুৰাই পাখি আৰু ভৰিৰে বহু সময় যুদ্ধ কৰিলে। শেষত পূৰ্ব্বদেশীয় কুকুৰাটো যুজত জয়ী হ'ল। কুকুৰাটো আছিল সেই বামুণ জনৰ। তেওঁ নিজৰ কুকুৰাটো জিকা দেখা পাই আনন্দিত হ'ল, আৰু বয়সত সৰু হলেও মোৰ সৈতে বন্ধুত্ব কৰি তেওঁৰ ঘৰলৈ যোৱাৰ কাৰণে মোক বৰ অনুৰোধ কৰিলে। ময়ো বিনা আপত্তিতে তেওঁৰ ঘৰলৈ গ'লো। বন্ধুৰ উপযুক্ত অতিথি সৎকাৰ যিভাৱে কৰা উচিত তাতকৈ

অধিক পৰিমানে তেওঁ মোৰ সৎকাৰ কৰিলে। পিচদিনা বিদায় দিবৰ সময়ত তেওঁ মোক কলে যে, 'বন্ধু! কেতিয়াবা কিবা প্ৰয়োজনত যদি মোৰ আবশ্যক হয়, তেনেহলে স্মৰণ কৰে যেন।' 'বাৰু সেয়ে হব' এই বুলি কৈ মই তেওঁৰ পৰা বিদায় লৈ শ্ৰাৱস্তী নগৰলৈ বুলি যাত্ৰা কৰিলো! তেওঁ মোক কিছুদূৰ আগবঢ়াই থৈ উভতি গ'ল। মই শ্ৰাৱস্তী নগৰলৈ গলো। বহুদূৰ বাট খোজকাঢ়ি যোৱাৰ বাবে মোৰ বৰ ভাগৰ লাগিল। শ্ৰান্ত হৈ অলপ জিৰণি লোৱাৰ অভিপ্ৰায়ে নগৰৰ উপকণ্ঠত থকা উপবন এখনত সোমাই এজোপা গছৰ চাঁত বহিলো। অতিপাত পৰিশ্ৰম হোৱাৰ কাৰণে মোৰ টোপনি ধৰিছিল। মই গছৰ চাঁত শুই পৰিলোঁ। কিছু সময়ৰ পাচত সেই উপবনৰ পুখুৰীত চৰিফুৰা ৰাজহাঁহবিলাকৰ অব্যক্ত মধুৰ ধ্বনিৰে মোৰ টোপনি ভাগিল। মই উঠি বহিলো আৰু দেখিবলৈ পালো এজনী সুন্দৰী গাভৰু ৰমণী মোৰ ফালে আহিব ধৰিছে। গাভৰুৰ হাতত এখন চিত্ৰপট। সেই চিত্ৰপটত এজন যুবকৰ চিত্ৰ অঙ্কিত আছে। গাভৰু লাহে লাহে আহি মোৰ ওচৰত থিয় হ'ল। তেওঁ চিত্ৰ পটত অঙ্কিত ছবি আৰু মোৰ ফালে একে ধিয়ানে বহুবাৰ ঘূৰাই ঘূৰাই চাই বৰ বিস্মিত অথচ আনন্দিত হ'ল। মোৰ নিচিনা যুবা পুৰুষ এজনৰ ছবি চিত্ৰপটত থকা মোৰো চকুত পৰিল। মই লক্ষ্য কৰিলো যে ৰমণীৰ মুখৰ ওপৰত এটা আনন্দৰ জেউতি বিৰিঙি ওলাইছে। বহু সময় নিস্তব্ধভাৱে থিয় হৈ থকা দেখি মই গম্ভীৰভাৱে ৰমণীক মাত লগালো, যে 'এই উপবন সকলোৰে পক্ষে সমান। অনৰ্থক বহু সময় থিয় হৈ কিয় কষ্ট পাব লাগিছে? ইয়াত জানো বহিব নোৱাৰি?' মোৰ কথা শুনি ৰমণীয়ে মিচিকিয়া হাঁহি মাৰি 'বৰ অনুগৃহীত হলো' এই বুলি কৈ বহিল। সুস্থিৰভাৱে আমাৰ দুয়োৰো মাজত নানাপ্ৰকাৰ আলাপ আলোচনা হ'ল। কথা প্ৰসঙ্গত সেই ৰমণীয়ে কলে যে 'আজি আপুনি আমাৰ অতিথি। যদি আপোনাৰ কোনো আপত্তি নাথাকে, তেনেহলে আমাৰ ঘৰলৈ গলে বৰ কৃতাৰ্থ হম।'



'ইয়াত মোৰ কোনো আপত্তি নাই। বৰং আপোনাৰ আতিথ্য গ্ৰহণ নকৰাটোহে দোষনীয় হব' এই বুলি কৈ মই সেই ৰমণীৰ সৈতে তেওঁৰ ঘৰলৈ গলোঁ। তেওঁ মোৰ কল্পনাৰো অতীত ৰাজযোগ্য আহাৰ শয্যা আদিৰে অপৰ্য্যাপ্ত অতিথি সৎকাৰ কৰিলে। পিচত গোপনে সুধিলে,—'মহাভাগ! বোধকৰোঁ আপুনি বহু দেশ দেশান্তৰ ভ্ৰমণ কৰিছে। কৰবাত কেতিয়াবা কিবা অদ্ভুত ঘটনা আপোনাৰ চকুত পৰিছেনে বাৰু? অথবা কৰবাত কেতিয়াবা তেনে ঘটনাৰ কথা শুনিব পাইছেনে?' যুৱতীৰ প্ৰশ্নই মোৰ মনৰ মাজত এটা আশাৰ সঞ্চাৰ কৰিলে। মই তেতিয়া মনত ভাবিলো যে যিজনী ৰাজকুমাৰীক সখীয়েকবিলাকৰ মাজত শুই থকা সপোনত দেখা পাইছিলো, সেই ৰাজকুমাৰীৰ এওঁ কোনোবা সহচৰী হব। কাৰণ মই সপোনত যিভাৱে দেখিছিলো চিত্ৰপটতো ঠিক সেইভাৱেই অঙ্কিত আছে। সেই ধপ্‌ধপীয়া বগা উচ্চ প্ৰাসাদ, সেই মনোহৰ বগা চন্দ্ৰাতপ, সেই দুগ্ধফেন সদৃশ মনোৰম শয্যা আৰু সুপ্ত অবস্থাত মোৰ অবিকল প্ৰতিকৃতি। ইয়াৰে মোৰ আৰু বুজিবলৈ বাকী নাই যে কামদেৱে ৰাজকুমাৰীক এনে এটা অবস্থালৈ টানি নিছে য'ও ৰাজকুমাৰী উদ্‌ভ্ৰান্তৰ দৰে হৈ পৰিছে। এনে অৱস্থাত গমপাই সখীয়েকবিলাকে প্ৰশ্ন কৰাত তেওঁ অপূৰ্ব্ব কৌশল কৰি মোৰ চবি আঁকি বিনা বাক্য ব্যয়ে তাৰ যথোচিত উত্তৰ দিছে। চিত্ৰপটত থকা চবিৰ লগত মোৰ আকৃতিৰ সম্পূৰ্ণ মিল থকা দেখা পাই সন্দেহক্ৰমে এওঁ মোক এইদৰে প্ৰশ্ন কৰিছে। বিচাৰ বিবেচনা কৰিহে মই ইয়াৰ উত্তৰ দিয়া উচিত হব।' এই বুলি মনত থিৰ কৰি ৰমণীক কলো; 'সুন্দৰি! চিত্ৰপটখন মোক দিয়াচোন?' তেওঁ কোনো কথা নকৈ চিত্ৰপটখন মোৰ হাতত দিলে। মই ছবিখন আনি মোৰ ছবিটোৰ নিচেই ওচৰতে লগালগি কৰি কপট নিদ্ৰাত নিদ্ৰিত হৈ থকা মদনাতুৰা সেই ৰাজকুমাৰীৰ এটা ছবি আঁকিলোঁ। আৰু পিচত কলো, যে 'এসময়ত এদিন গভীৰ বনৰ মাজত শুই থাকোতে ৰাতি সপোনত

এনেকুৱা আকৃতিৰ যুৱাপুৰুষ এজনৰ ওচৰত শুই থকা এনেকুৱা আকৃতিৰ যুৱতী এজনীক দেখা পাইছিলোঁ।'

'বাৰু আপুনি কেনেভাৱে দেখিছিল, সপোনৰ সেই ঘটনাটো শুনিব নোৱাৰোনে ?' ৰমণীয়ে সুধিলে। 'নোৱাৰিবা কিয় ? শুনা বাৰু কওঁ' এই বুলি সপোনৰ বিবৰণটো মই বহলাই কলো। তেতিয়া সেই ৰমণীয়ে ৰাজকুমাৰীৰ অৱস্থাৰ কথাও মোৰ আগত সম্পূৰ্ণ বিবৰি কলে।

'যদি মোৰ ওপৰত অনুৰাগ ওপজাৰ কাৰণেই আপোনাৰ সখী ৰাজকুমাৰীৰ এনে অৱস্থা হৈছে, তেনেহলে কিছুদিন ধৈৰ্য্য ধৰি অপেক্ষা কৰিব লাগিব। কিয়নো কন্যাৰ অন্তঃপুৰত অতিশয় সুৰক্ষিত স্থান। তাত প্ৰবেশ কৰা আৰু প্ৰবেশ কৰি নিশ্চিন্ত মনে থকাটো সহজ কথা নহয়। গতিকে মই যাতে কোনো সন্দেহ নোহোৱাকৈ কন্যাৰ অন্তঃপুৰত থাকিব পাৰো, আগেয়ে তাৰ এটা বিশেষ ব্যৱস্থা কৰি লব লাগিব। নহলে ভৱিষ্যতে এটা মহাবিপদৰ সৃষ্টি হব পাৰে' এই বুলি মই সেই ৰমণীক কৈ ৰমণীৰ পৰা বিদায় লৈ সেই বুঢ়া বামুণৰ ঘৰলৈ আহিলো। মোক অহা দেখা পাই বুঢ়া বামুণ বৰ সন্তুষ্ট হ'ল, আৰু আগৰ দৰে সমাদৰৰ সৈতে যথোচিত অতিথি সৎকাৰ কৰিলে, কিন্তু অকস্মাতে আহা দেখা পাই ব্যগ্ৰ যেন হৈ সুধিলে, 'যদিও অতিথিৰ ওচৰত কি কাৰণে আহিছে প্ৰশ্ন কৰাটো শিষ্টাচাৰ বিৰুদ্ধ কথা, তথাপি মোৰ মনৰ উৎকণ্ঠাই পৰবশ কৰি আপোনাৰ ওচৰত মোক মুখৰ কৰি তুলিছে। গতিকে অকস্মাতে এই শুভাগমনৰ কাৰণ জনাত কিবা বাধা আছেনে ?'

'ইয়াত আৰু বাধা কি ? কওঁ শুনক বাৰু' এই বুলি মই তেওঁক কলো, যে 'শ্ৰাৱস্তীনামে এখন দেশ। সেই দেশৰ ৰজাৰ নাম ধৰ্ম্মবৰ্দ্ধন। ৰজাৰ নাম যেনে ঠিক সেইদৰে ৰজা যুধিষ্ঠিৰৰ নিচিনা অত্যন্ত ধাৰ্ম্মিক। ৰজা ধৰ্ম্মবৰ্দ্ধনৰ নৱমালিকা নামে এজনী কন্যা আছে। কন্যাজনীৰ ৰূপো ঠিক নৱমল্লিকা পুষ্পৰ দৰে মনোমুগ্ধকৰ। গুণো তেওঁৰ সাক্ষাৎ কমলাৰ দৰে অসামান্য। এদিন নগৰৰ উপবনৰ ওচৰত ফুৰি থাকোতে



সেই ৰূপহী ৰাজকুমাৰী হঠাৎ মোৰ চকুত পৰিল। সিদিনাৰ পৰাই উদ্দাম কামবাণৰ তীব্ৰ আঘাতত মোৰ হৃদয় জৰ্জৰিত হৈ পৰিছে। তাৰ পৰা নিষ্কৃতি পোৱাৰ কোনো উপায়ান্তৰ নেদেখি ধন্বন্তৰী সদৃশ আপোনাৰ ওচৰত আহি উপস্থিত হৈছোঁ। আপুনি ইয়াৰ পৰা নিষ্কৃতি পোৱাৰ নিশ্চয় এটা উপায় দিব ?

'ভাল কথা, বন্ধুৰ কাৰ্য্যত জানো কোনোৱাই হেলা কৰে ? মোৰ দ্বাৰা যদি আপোনাৰ কাৰ্য্য সিদ্ধ হয়, তেন্তে আপুনি উপদেশ দিলেই মই প্ৰাণপণে তাক কৰিবলৈ কেতিয়াও পৰাঙ্‌মুখ নহওঁ।' বামুণে কলে। তেতিয়া মই তেওঁক পৰামৰ্শ দিলো যে 'মই ৰমণীৰ সাজ পাৰ লৈ আপোনাৰ কন্যা হম। ৰজা যি সময়ত মেলচৰাত বহিব তেতিয়া আপুনি মোক লগত লৈ ৰজাৰ ওচৰত উপস্থিত হৈ ৰজাক কব, যে মহাৰাজ। মোৰ এই ছোৱালী জনী জন্ম হোৱাৰ কেইদিন মান পাচতেই মাক ঢুকায়। মই তেতিয়াৰ পৰা মাতৃচেনেহেৰে তুলি তালি ডাঙৰ দীঘল কৰিছো। এই ছোৱালী জনীক বিয়া দিম বুলি এজন ব্ৰাহ্মণৰ লৰাক শিক্ষাদীক্ষা লাভ কৰাৰ কাৰণে উজ্জয়িনীলৈ পঠাইছিলো। সেই লৰাটোৰ আজিকোপতি কোনো খা-খবৰ নাই। ইফালে ছোৱালী জনীও বিয়াৰ উপযুক্ত বয়সত উপনীত হৈছে। ঘৰত ছোৱালী জনীক অকলে এৰিথৈ লৰাটোৰ অনুসন্ধান কৰিবলৈ যোৱাটোও বৰ বিপদৰ কথা। আগতে বাগ্‌দান কৰা হৈছে যেতিয়া আনলৈ দিয়াটোও লোক আৰু শাস্ত্ৰ বিগৰ্হিত কাম হব। সেই কাৰণে মই আপোনাৰ ওচৰত প্ৰাৰ্থনা জনালো যে যেতিয়ালৈ সেই লৰাটোক বিছাৰি লৈ মই ঘূৰি নাহো তেতিয়ালৈকে আপুনি নিজৰ ছোৱালীৰ দৰে মোৰ এই ছোৱালী জনীক আপোনাৰ কন্যাৰ অন্তঃপুৰত কুমাৰী বিলাকৰ লগত স্থান দি নিৰাপদে থাকিবলৈ আদেশ দি কৃতাৰ্থ কৰে যেন। মোৰ মনৰ এইটোৱেই বাসনা যে ছোৱালী জনীক উপযুক্ত পাত্ৰত দান কৰি শেষত সন্ন্যাস গ্ৰহণ কৰিম। কিন্তু গাভৰু ছোৱালীক ৰখাটো সহজ কাম নহয় তাতে আকৌ মাউৰা। আপুনি নিৰাশ্ৰয় প্ৰজাৰ আশ্ৰয়দাতা।

পিতামাতাৰ দৰে বুলি থিৰ কৰি আপোনাৰ ওচৰ চাপিছো। যদি বিপদ্‌গ্ৰস্ত নিৰাশ্ৰয় এই বুঢ়াবামুণ পণ্ডিতজন অনুগ্ৰহৰ পাত্ৰ বুলি মহাৰাজে বিবেচনা কৰে, তেনেহলে চৰিত্ৰৰ ওপৰত কোনো দোষ নপৰাকৈ মই লৰাজন বিছাৰি উভতি নহালৈকে আপোনাৰ ভুজতৰুৰ ছায়াত স্থানদি কৃতাৰ্থ কৰিব।' এনেদৰে কলে ৰজাই আপোনাৰ অনুৰোধ ৰক্ষা কৰিব। আৰু মোক কন্যাৰ অন্তঃপুৰত থাকিবলৈ আদেশ দিব। তেতিয়া আপুনি মোক তাত থৈ গুচি আহিব। অহা ফাগুন মাহৰ উত্তৰ ফালগুনী নক্ষত্ৰৰ দিনা অন্তঃপুৰৰ কন্যাবিলাকৰ এটা তীৰ্থযাত্ৰাৰ মহোৎসব হব। সেই দিনা অন্তঃপুৰৰ সকলো কন্যা তীৰ্থ কৰিবলৈ গঙ্গালৈ যাব। গঙ্গাৰ পাৰত উৎসবৰ ঠাই। সেই ঠাইৰ পৰা কিছু দূৰত গঙ্গাৰ পাৰতে এটা বেতগছৰ জোপা আছে। সেই ঝাৰনিৰ মাজত এটা কাৰ্ত্তিকৰ মন্দিৰ আছে। আপুনি এজোৰা ভাল কাপোৰ লৈ সিদিনা তাত গৈ থাকিব। ৰাজকুমাৰীৰ সৈতে মেয়ো তীৰ্থৰ ঠাইলৈ যাম, আৰু ৰাজকুমাৰীৰ সৈতে নানাবিধ ক্ৰীড়া কৌতুক কৰি থাকিম। যেতিয়া সহচৰী সকল জলক্ৰীড়াত আসক্ত হৈ পৰিব মই জলক্ৰীড়া কৰাৰ ছলেৰে পানীত বুৰ মাৰি তলেতলে গৈ আপুনি থকা সেই ঠাইত ওলাম গৈ। পিচত আপুনি লৈ যোৱা সেই কাপোৰ পিন্ধি স্ত্ৰীবেশ পৰিত্যাগ কৰি পুৰুষৰ বেশে আপোনাৰ ভাবি জোৱাঁই হৈ ওলাম। উৎসৱৰ অন্তত যেতিয়া কুমাৰী বিলাকে ঘৰলৈ উভতি যাবৰ মন কৰিব, তেতিয়া তেওঁ লোকৰ মাজত মোক দেখা নাপালে তেওঁলোকৰ এটা হাহাকাৰ, হৈচৈ লাগি পৰিব। ৰাজকুমাৰী ব্যাকুল হৈ মোক ইফালে সিফালে বিছাৰিব। বিছাৰিলে আৰু পাব ক'ত? নানা প্ৰকাৰে অনুসন্ধান কৰিও যেতিয়া মোৰ কোনো শুংসূত্ৰ নাপাব, তেতিয়া ৰাজকুমাৰীয়ে এইদৰে কৈ ৰোহ কৰিব যে সেই বামুণৰ ছোৱালী জনীক নাপালে মই ভাতপানী একোকে নাখাওঁ। অন্তঃপুৰৰ কন্যা-বিলাকৰ মাজত তেতিয়া চাঞ্চল্যৰ সৃষ্টি হব। পুৰ আৰু নগৰবাসী প্ৰজাবৃন্দৰ মাজতো হৈ চৈ লাগি যাব। ৰজা আৰু পাত্ৰমন্ত্ৰী আদিও



একেবাৰে কিংকৰ্ত্তব্য বিমূঢ় হৈ পৰিব। সেই সময়ত আপুনি মোক লগতলৈ ৰজাৰ ওচৰত উপস্থিত হৈ কব যে মহাৰাজ! এই জনেই মোৰ ভাবি জোৱাঁই সেই বামুণৰ লৰা। এওঁ উজ্জয়িনী নগৰীত থাকি আজি বাৰ বছৰ কাল নানা শাস্ত্ৰ অধ্যয়ন কৰি বিশেষ পাণ্ডিত্য লাভ কৰিছে। এওঁ সাঙ্গবেদ, তৰ্ক আদি সকলো দৰ্শণ শাস্ত্ৰ নৃত্যগীত আদি সকলো প্ৰকাৰ সুকুমাৰ কলা, পুৰাণ ইতিহাস, অৰ্থ শাস্ত্ৰ, নীতি শাস্ত্ৰ আৰু কাম শাস্ত্ৰ আদিও যথেষ্টৰূপে অধ্যয়ন কৰিছে। বিশেষকৈ ব্ৰাহ্মণ জাতিৰ সিমান উপযোগী নহয় যদিও এওঁ ধনুৰ্বিদ্যাতো বিশেষ পাৰদৰ্শিতা লাভ কৰিছে। এওঁৰ অনন্যসাধাৰণ বহু সদ্‌গুণ আছে। এওঁ নিৰাভিমানী, বিনয়ী, ক্ষমাশীল, শান্তস্বভাৱ, পৰোপকাৰী আৰু দয়ালু। মোৰ বিশ্বাস গুণগ্ৰাহী মহাৰাজে এওঁৰ যথেষ্ট সমাদৰ কৰিব। মহাৰাজ! আমাৰ নিচিনা অলপ ভাগ্যৰ মানুহৰ পক্ষে সকলোগুণৰ আধাৰ এনে জোৱাঁই পোৱাটো পূৰ্ব্বজন্মৰ পুণ্যফলৰ বাহিৰে একো বুলিব নোৱাৰি। মহাৰাজে যদি আদেশ দিয়ে, তেন্তে এই সৎপাত্ৰত কন্যাদান কৰি অন্তিমকালৰ আশ্ৰম সন্ন্যাস গ্ৰহণ কৰিব খোজো। মনত এইটো থিৰ কৰি কন্যাজনীক নিবলৈ বুলি এওঁক লৈ আজি আপোনাৰ ওচৰ চাপিছো।'

আপোনাৰ এই কথা শুনিলে ৰজা বজ্ৰাহতৰ দৰে কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিব। শেষত মন্ত্ৰীবৰ্গৰ সৈতে পৰামৰ্শ কৰি কন্যাৰ কথা পাহৰি যাবৰ বাবে আপোনাৰ সৈতে অপ্ৰাসঙ্গিক নানা কথাৰ অবতাৰণা কৰিব। তেতিয়া আপুনি তেওঁলোকৰ কথাত কাণ নিদি কন্যাৰ কাৰণে বিহ্বল হৈ কান্দিব ধৰিব। শেষত কন্যা নাপালে ৰজাৰ আগতেই জুইত জাপ দি আত্মহত্যা কৰিবৰ উপক্ৰম কৰিব। তেতিয়া ব্ৰহ্মহত্যাৰ ভয়ত ভীত হৈ ৰজাই মন্ত্ৰীমণ্ডলীৰ সৈতে মন্ত্ৰণা কৰি আত্মহত্যা নকৰিবলৈ আপোনাক নিশ্চয় অনুৰোধ কৰিব! তেতিয়া আপুনি ৰজাক কব য 'যদি মোৰ কন্যাৰ কিবা অপায় হৈছে আৰু সেইবাবে দিব নোৱাৰে তেনেহলে আপোনাৰ কন্যাজনীকে এওঁলৈ বিয়া দিয়ক।' তেতিয়া সেই কথাত

মাস্তি হৈ ৰজাই নিশ্চয় তেওঁৰ কন্যাকে মোলৈ বিয়া দিব আৰু আপোনাকো যথেষ্ট সন্মান কৰিব। শেষত সকলো ৰাজ্য সম্পদো মোৰ হাততে পৰিব। এই যুক্তিটো যদি আপোনাৰ মনত ভাল লাগে, তেনেহলে কামটো আজিতেই আৰম্ভ কৰিব লাগে।'

পঞ্চাল নামে সেই ব্ৰাহ্মণজন বৰ ধূৰ্ত্ত। এনে থগ্‌বাজী কাম কৰাত আগৰে পৰা তেওঁ অভ্যস্ত আৰু নিপুণ। এনে প্ৰকাৰৰ বহু কাম আগতে কৰা বুলি জানিব পাৰিলো। গতিকে মই কোৱাৰ লগে লগেই বিনাবাক্যব্যয়ে কামটো কৰিম বুলি গাত ললে, আৰু দুগুণ উৎসাহৰ সৈতে সমাধা কৰিলে। সেই পঞ্চালব্ৰাহ্মণৰ সহায়ত এই প্ৰকাৰ কৌশল কৰি কামটো সম্পন্ন কৰিলো।

ভ্ৰমৰৰ দৰে নৱমালিকাৰ অধৰ সুধাৰস পান কৰি অতিশয় তৃপ্তিলাভ কৰিলো। পিছত এই ৰজা সিংহবৰ্ম্মাক সাহায্য কৰা আৰু বন্ধুসকলৰ সংকেত ঠাইত উপস্থিত হোৱা, এই দুটা কাৰ্য্যক লক্ষ্য কৰি সকলো সৈন্যক লগত লৈ চম্পানগৰী অভিমুখে যাত্ৰা কৰিছিলো। শুভ অদৃষ্টৰ কাৰণেই হবলা হঠাতেই আপোনাৰ সৈতে দেখাদেখি হ'ল।" প্ৰমতিৰ কথা শুনি ৰজা ৰাজহংসই হাঁহি মাৰি কলে যে আপোনাৰ এই বিলাসপূৰ্ন পৰাক্ৰম আশ্চৰ্য্যৰসপূৰ্ণ। ভবিষ্যদৰ্শী আৰু তীক্ষ্ণবুদ্ধি নহলে এনে কাম ছল বুদ্ধিয়ে কেতিয়াও কৰিব নোৱাৰে। দূৰদৰ্শিতাৰ অপূৰ্ব্ব কৌশল এটা ইয়াত নিহিত আছে।

বাৰু এতিয়া কুমাৰ মিত্ৰগুপ্তৰ বৃত্তান্ত শুনা যক।

---

# মিত্ৰগুপ্ত চৰিত

## ৮ম কুমাৰ

কুমাৰ মিত্ৰগুপ্তই কলে, মহাৰাজ! আন আন বন্ধুবিলাকৰ দৰে ময়ো আপোনাৰ অনুসন্ধান কৰাৰ বাবে যাত্ৰা কৰিলোঁ। বহু দেশ দেশান্তৰ ঘূৰি ঘূৰি আহি। এসময়ত সুহ্‌মদেশ পালোঁ। সুহ্‌মৰ প্ৰধান নগৰ দামলিপ্ত। সেই দামলিপ্ত নগৰৰ ওচৰৰ গাওঁ এখনত কিবা উৎসব উপলক্ষে অসংখ্য লোক গোট খোৱা মোৰ চকুত পৰিল। এই-খননো কিহৰ উৎসব হৈছে? এই বুলি মোৰ মনত এটা কৌতূহল জন্মিল। চাবলৈ বুলি লাহে লাহে উৎসবৰ ঠাইলৈ বুলি আগবাঢ়িলো। যাওঁতে বাটৰ কাষৰত এজোপা মাধবীলতাৰ চাঁত বহি অকলে বীন ৰজাই থকা এজন যুবকক লগ পালোঁ। দেখিলো যুৱক যেন কিছু উৎকণ্ঠিত। মই তেওঁৰ ওচৰত ঠিয় হৈ সুধিলো 'ডাঙৰীয়া। এইটো কিহৰ উৎসব হৈছে? কিয়বা এই উৎসব পাতিছে? এনে উৎসব এৰি থৈ আপুনিয়েই বা বীন ৰজাই অকলে ইয়াত কিয় বহি আছে? আপোনাক অলপ উৎকণ্ঠিত যেনও অনুমান হৈছে'?

'মহাশয়! এই সুহ্ম দেশৰ ৰজা তুঙ্গধন্বা। ৰজা তুঙ্গধন্বাৰ বহু-দিনলৈ কোনো সন্তান নাই। সন্তান নোহোৱা দেখা পাই তেওঁ এই উৎসৱৰ ঠাইত দেবী বিন্ধ্যবাসিনীৰ মূৰ্ত্তি সাজি সন্তান কামনা পূৰ্ব্বক বিধিমতে পূজা কৰিলে। পূজা দিওঁতে তেওঁ মনত দৃঢ়সঙ্কল্প কৰিলে যে যি পৰ্য্যন্ত দেবী বিন্ধ্যবাসিনীয়ে মোৰ ওপৰত অনুগ্ৰহ প্ৰকাশ নকৰে, সেই পৰ্য্যন্ত মই ইয়াৰ পৰা নুঠো। দেবী বিন্ধ্যবাসিনী ৰজাৰ ওপৰত সন্তুষ্ট হ'ল। তেওঁ সপোনত ৰজাক আদেশ দিলে যে, ৰজা! অচিৰ কালৰ ভিতৰতে তোমাৰ এটি ল'ৰা আৰু এজনী কন্যা উপজিব। ল'ৰাটো তোমাৰ কন্যাৰ স্বামীৰ অনুগত হব। তোমাৰ কন্যাজনীয়ে সাত বছৰ

বয়সৰ পৰা বিয়া নোহোৱা পৰ্য্যন্ত প্ৰতি মাহৰ কৃত্তিকা নক্ষত্ৰৰ দিনা কন্দুকেৰে খেলা কৰি গুণবান্ পতিলাভৰ বাবে মোৰ আৰাধনা কৰিব লাগিব। যিজন বৰক তেওঁ অভিলাষ কৰিব, তালৈ তেওঁক বিয়া দিব লাগিব। এই উৎসৱৰ নাম হব কন্দুকোৎসৱ।

কিছুদিন যোৱাৰ পিচত ৰজা তুঙ্গধন্বাৰ প্ৰধান মহিষী ৰাণী মেদিনীৰ গৰ্ভত এটি ল'ৰা আৰু এজনী কন্যা ওপজে। কন্যাজনীৰ নাম কন্দুকাৱতী। ৰাজকুমাৰী কন্দুকাৱতীয়ে আজি কন্দুকক্ৰীড়াৰে ভগৱতী দেৱী দুৰ্গাৰ পূজা কৰিব। সেই উপলক্ষে এই উৎসৱৰ আয়োজন হৈছে। কন্দুকাৱতীৰ ধাত্ৰীৰ এজনী ছোৱালী আছে। ছোৱালী জনীৰ নাম চন্দ্ৰসেনা। তেওঁক মই বৰ ভাল পাওঁ, কিন্তু ৰাজকুমাৰ ভীমধন্বাই চন্দ্ৰসেনাৰ ৰূপত মুগ্ধ হৈ না না কলকৌশল কৰি আয়ত্ত কৰি পেলাইছে। সেই চিন্তাতে মই বৰ উদ্‌বিগ্ন হৈ পৰিছোঁ। তেওঁৰ বিৰহ বেদনাত মই দগ্ধ হৈ গৈছো উৎসৱ মোৰ মনত বিষ যেন লাগিছে। কি জানিবা অলপ শান্তি লভিব পাৰো ? এই বুলি মনত থিৰ কৰি বীণ খনলৈ এই নিৰ্জন ঠাইত অকলে বহি আছো।' যুবকে এই বুলি কলে। সেই সময়তে নূপুৰৰ অব্যক্ত মধুৰ ধ্বনি এটা কাণত সোমাল। দেখিলো এগৰাকী ৰূপহী গাভৰু। গাভৰু গৰাকী আহি যুৱকৰ ওচৰ চাপিল। যুবকে সেই গাভৰুক দেখা মাত্ৰকে উৎকণ্ঠিত হৈ ঠিয় দিলে আৰু আথে বেথে আত্মবিস্মৃত হৈ সেই গাভৰুক দৃঢ় আলিঙ্গন কৰিলে। পিছত সেই গছৰ চাঁত বহুৱাই মোক কলে 'মহাশয়! এই গৰাকীয়েই মোৰ সেই প্ৰিয়তমা, যাৰ বিৰহে মোক জুইৰ দৰে দগ্ধ কৰিছে। এওঁক আয়ত্ত কৰি ভীমধন্বাই মোৰ জীৱন প্ৰদীপ নুমোৱাৰ দৰে কৰি পেলাইছে। তেওঁ ৰাজপুত্ৰ, সেই বাবে মই কোনো প্ৰতিবিধান কৰিবৰ উপায় নোপোৱাত পৰিছো। এওঁৰ ভালপোৱাটোকে হৃদয়ৰ মাজত সাৰতিলৈ এতিয়া প্ৰাণ বিসৰ্জন কৰিম বুলি থিৰ কৰিছোঁ।' যুৱকৰ তেনে কাতৰ উক্তি শুনি গাভৰু জনীয়ে চকুলো টুকি কলে, 'প্ৰাণনাথ! মোৰ বাবে এনে দুঃসাহসিক কাম কৰিবলৈ কিয় সঙ্কল্প কৰিছে ? আপুনি বণিক্‌প্ৰৱৰ অৰ্থদাসৰ ল'ৰা। পিতামাতা আদি গুৰুজনে আপোনাৰ নাম



থৈছে কোষদাস, কিন্তু মোত আসক্ত হোৱাৰ কাৰণে শত্ৰুবিলাকে ঈৰ্ষা বশত বেশদাস বুলি ইতিকিং কৰে। যদি আপুনি মোৰ বাবেই প্ৰাণ বিসৰ্জ্জন দিয়ে, তেনেহলে জগতত এনে এটা কুখ্যাতি ৰৈ যাব যে বেশ্যা বিলাক অত্যন্ত নৃশংস। সেইকাৰণে প্ৰাণ বিসৰ্জন নিদি আজিয়েই মোক লৈ ইয়াৰ পৰা অন্য ঠাইলৈ যোৱাটো হে আপোনাৰ ভাল বুলি মই বিবেচনা কৰোঁ।'

তেতিয়া যুবকে মোক সুধিলে, 'মহাভাগ? আপুনি নানা দেশ দেশান্তৰ ঘূৰিছে। বাৰু কওঁকছোন, আপুনি দেখা দেশবিলাকৰ ভিতৰত কোন দেশ শস্য সমৃদ্ধ! কোনদেশত বহু সাধুপুৰুষ আছে, আৰু কোন দেশত বিপদৰ সম্ভাৱনা কম?'

মই হাঁহি হাঁহি তেতিয়া কলো, যে সমুদ্ৰ মেখলা এই পৃথিবী অনন্ত। ইয়াত যে ঠায়ে ঠায়ে কিমান গাওঁ আৰু কিমান নগৰ আছে, তাৰ কোনে লেখ জোখ দিব পাৰে ? আপোনালোকে যদি ইয়াত নিশ্চিন্ত মনে শান্তিৰে থাকিবৰ উপায় নাপায়, তেনে হলে ময়ে এটা উপায় উলিয়াই দিম।

এনেদৰে কথাবতৰা হৈ থাকোতে আকৌ আন এটা নূপুৰৰ ধ্বনি কাণত পৰিল। তেতিয়া সেই গাভৰুৱে কলে, 'ৰাজকুমাৰী কন্দুকবতী কন্দুক ক্ৰীড়াৰে ভগৱতী দুৰ্গাৰ পূজা কৰিবলৈ আহিব ধৰিছে। যদিও ৰাজকুমাৰী বিলাক অসূম্পশ্যা, তথাপি আজিৰ এই উৎসৱত এওঁক দৰ্শন কৰাত সৰ্ব্বসাধাৰণ লোকৰে দ্বাৰ উন্মুক্ত। আপোনালোকেও এই ৰাজকুমাৰীক দৰ্শন কৰি নয়ন সাৰ্থক নকৰিব নে ? আপোনালোক অলপ পিচত আহক। মই আগতে গৈ ৰাজকুমাৰীৰ ওচৰ চাপো' এই বুলিকৈ চন্দ্ৰ সেনা কন্দুকাৱতীৰ ওচৰলৈ গ'ল। চন্দ্ৰ সেনা যোৱাৰ অলপ পিচত আমিও সেই উৎসৱৰ ঠাইলৈ গ'লোঁ। গৈ দেখিলো ৰাজকুমাৰী সহচৰীবৃন্দেৰে পৰিবৃত হৈ সভামণ্ডপৰ মাজত এখন মনোমুগ্ধকৰ সোণৰ পালঙৰ ওপৰত বহি আছে। দেখা পোৱাৰ লগে লগেই ৰাজকুমাৰীৰ অনিন্দ্য কমনীয় মূৰ্ত্তিয়ে মোৰ মন অধিকাৰ কৰি পেলালে।

ৰাজকুমাৰীক দেখা পাই মোৰ মনৰ মাজত এনে এটা সন্দেহৰ আন্দোলন হ'ল যে এওঁকি লক্ষ্মী? নহয় লক্ষ্মীৰ হাতত পদ্ম আছে, কিন্তু এওঁৰ হাতেই পদ্ম। তাৰ উপৰিও লক্ষ্মীক নাৰায়ণ আৰু পূৰ্ব্ববৰ্ত্তী ৰজাবিলাকে উপভোগ কৰিছে, কিন্তু এওঁক কোনোৱাই স্পৰ্শ কৰা বুলিও বোধ নহয়। এওঁৰ যৌৱন অভিনৱ আৰু অনবদ্য সুন্দৰ। শৰীৰ ওপৰত যৌৱনোচিত লাৱণ্যৰ চঞ্চল তৰঙ্গ এটা জিলমিলাই বাগৰি ফুৰিব ধৰিছে। মোৰ বিশ্বাস ইয়াৰ আগতে মই বা অন্য কোনোৱে এনে সুন্দৰ মূৰ্ত্তি দেখিবলৈ পোৱা নাই।

মনৰ মাজত এনেদৰে তৰ্কবিতৰ্ক কৰি থাকোতে ৰাজকুমাৰী পালঙৰ পৰা নামি মাটিত ঠিয় হ'ল আৰু নতুন কলিকাৰ দৰে কোমল হাতেৰে ভূমি স্পৰ্শ কৰি দেবী দুৰ্গাক প্ৰদক্ষিণ পূৰ্ব্বক প্ৰণাম কৰিলে। পাচত সমুচিত নানা উপহাৰ দি পূজা আৰু প্ৰণাম কৰি কামদেৱৰ প্ৰতিমূৰ্ত্তিৰ নিচিনা খেলাৰ গুটিটো লয়লাস কৰি হাতত তুলি ললে। অলপ সময় হাতত লৈ নানা ভাৱভঙ্গী কৰি পোণ প্ৰথমে মাটিত পেলাই দিলে। পিচত মাটিৰ পৰা তুলি লৈ ওপৰৰ পিনে দলিয়াই দি মাটিত পৰিব নিদি কুটিল কটাক্ষ বিক্ষেপ কৰি ওপৰতে ধৰিলে। কন্দুক ক্ৰীড়াৰ নিয়ম অনুসাৰে নানা ভাৱভঙ্গী কৰি বিবিধ প্ৰকাৰৰ খেল দেখুৱাই দৰ্শকক মুগ্ধ আৰু চমৎকৃত কৰিলে। উৎসৱৰ ঠাইত সমবেত দৰ্শক সকল ৰাজকুমাৰী কন্দুকাৱতীৰ কন্দুক ক্ৰীড়া দেখা পাই আনন্দত আত্ম বিস্মৃত যেন হৈ পৰিল। তেওঁলোকে ৰাজকুমাৰীৰ প্ৰশংসা কৰিব ধৰিলে।

সেই সময়ত ময়ো কোষদাসৰ কান্ধত হাতদি খেল চাই আছিলোঁ। ৰাজকুমাৰীৰ বিলাসপূৰ্ণ বিচিত্ৰ কন্দুক ক্ৰীড়া দেখা পাই কব নোৱাৰো কি কাৰণে মোৰ শৰীৰ একেবাৰে সিহৰি উঠিল। সৰ্ব্বশৰীৰ ক্ষণে ক্ষণে কপিব ধৰিলে। ঘামত সৰ্ব শৰীৰ তিতি গ'ল। নানা লয়লাস কৰি তেওঁ এবাৰ আমাৰ ফালে আহি খেলা কৰিব ধৰিলে। খেলাৰ গুটিটো এবাৰ বেকাকৈ এবাৰ তেৰেচিয়াকৈ, কেতিয়াবা আকৌ চিধাকৈ.



কেতিয়াবা মূৰৰ ওপৰেদি কেতিয়াবা দুয়ো ভৰিৰ মাজেদি মাৰি নানা প্ৰকাৰে খেলিব ধৰিলে।

চন্দ্ৰ সেনা প্ৰভৃতি সহচৰীবিলাকৰ সৈতে এইদৰে আমোদ প্ৰমোদ আৰু লয়লাস কৰি খেলা কৰি থাকোতে হঠাৎ তেওঁৰ দৃষ্টি মোৰ ওপৰত এবাৰ পৰিল। অবসৰ পাই কামদেৱে সেই দৃষ্টি মোৰ প্ৰতি শৰ স্বৰূপে ব্যবহাৰ কৰিলে। খেলৰ উপসংহাৰ কৰি ভগৱতী দুৰ্গা দেৱীক প্ৰণাম কৰিলে, অকে সহচৰী বিলাকৰ সৈতে অন্তঃপুৰৰ অভিমুখে যাবলৈ বুলি আগবাঢ়িলে। যোৱাৰ সময়ত মই দেখিবলৈ পালো যে তেওঁ পাচফিৰি মোৰ ফালে চাই চাই গৈছে।

ৰাজকুমাৰীৰ সেই কুটিল কটাক্ষপাত মোৰ মনৰ মাজত এপাত বিষাক্ত শৰৰ দৰে লাগিল। মই একেবাৰে আত্মহাৰা হৈ পৰিলো। মোৰ যেন চেতনা ধাতু কৰবালৈ উৰি গ'ল। কোষদাসে মোৰ মনৰ অবস্থা বঢ়িয়াকৈ বুজি পালে। কিবা অঘটন ঘটিব পাৰে বুলি আশঙ্কা কৰি তেওঁ মোক যত্ন পূৰ্ব্বক খুৱাই বুৱাই যথেষ্ট সৎকাৰ কৰিলে।

লাহে লাহে বেলি মাৰ গ'ল। সন্ধ্যা আহি উপস্থিত হ'ল। এই সময়ত চন্দ্ৰ সেনা আহি আমাৰ ওচৰত উপস্থিত হ'ল, আৰু মোক প্ৰণাম জনাই কোষেদাসৰ কান্ধত হাত বুলাই ওচৰত বহিল। কোষদাসে আনন্দত আত্মবিস্মৃত হৈ চন্দ্ৰ সেনাক কলে; 'প্ৰিয়ে! মই জানো আজীৱন তোমাৰ প্ৰেমভাজন হৈ থাকিবৰ সৌভাগ্য লাভ কৰিব পাৰিম?' তেওঁৰ কথা শুনি মোৰ হাঁহি উঠিল। তেতিয়া মই কলো, যে 'ইয়াত আৰু আশঙ্কা কৰিব লগীয়া কি আছে? মোৰ ওচৰত অলপ অঞ্জন আছে। এই অঞ্জন যদি চকুত দি এওঁ ৰাজপুত্ৰৰ ওচৰত উপস্থিত হয়, তেতিয়া ৰাজপুত্ৰই এওঁক বানৰী যেন দেখা পাব। তেতিয়া আৰু এওঁৰ ওপৰত ৰাজকুমাৰৰ অনুৰাগ থাকিব জানো?'

,হয় নেকি? আপুনি দেখোন দাসীক বানৰী সজায় বৰ অনুগ্ৰহ কৰিবৰ দিহা কৰিছে? বাৰু এইটো সম্প্ৰতি থক অন্য প্ৰকাৰেও কাৰ্য্যসিদ্ধ হবৰ উপায় আছে,' চন্দ্ৰ সেনাই কলে। 'উপায়টো নো কি

জানিব পাৰোনে?' মই সুধিলো। 'নোৱাৰাৰ একো কাৰণ নাই, বাৰু কওঁ শুনক' এই বুলি চন্দ্ৰ সেনাই কলে, যে 'আজি কন্দুক ক্ৰীড়াৰ উৎসব সময়ত সাক্ষাত কামদেৱৰ দৰে আপোনাক দেখা পাই ৰাজকুমাৰী একেবাৰে বিহ্বল হৈ পৰিছে। ৰাজকুমাৰীৰ এই অৱস্থাৰ গম পাই আইৰ আগত কৈছো। আয়ে গৈ মহাৰাণীৰ আগত কৈছে। ৰাণীয়েও ৰজাৰ কাণত পেলাইছে, ইয়াত কোনো সন্দেহ নাই। ৰজাৰ কাণত পৰিলে তেওঁ নিশ্চয় আপোনাক মাতি নি ৰাজকুমাৰীক বিয়া দিব। তেতিয়া হলে ৰাজকুমাৰো আপোনাৰ অধীনস্থ হৈ পৰিব, আৰু ৰাজ্য আপোনাৰ হাতলৈ আহিব। কাৰণ এইটোৱেই দেবী দুৰ্গাৰ আদেশ। ৰাজ্য আপোনাৰ হাতলৈ আহিলে ভীমধন্বাই আপোনাৰ আদেশ অমান্য কৰি মোক কেতিয়াও অবৰুদ্ধ কৰি ৰাখিব নোৱাৰিব, গতিকে কেইদিনমান প্ৰতীক্ষা কৰক। এই বুলি কৈ কোষদাসক আলিঙ্গন পূৰ্ব্বক আশ্বস্ত কৰি তাৰ পৰা আকৌ অন্তঃপুৰলৈ ঘূৰি গ'ল।

চন্দ্ৰসেনাৰ কথাক ভিত্তি কৰি কোষদাস আৰু মোৰ মাজত নানাপ্ৰকাৰ জল্পনা-কল্পনা চলিল। নানাপ্ৰকাৰ ভাৱচিন্তাৰ ওপৰেদি ৰাতিটো কোনোমতে কটালো। পিচদিনা যেতিয়া ৰাতি পুৱাল মই তেতিয়া শয্যাৰ পৰা উঠি যথোচিত স্নানসন্ধ্যা আদি প্ৰাতঃ কৃত্য সমাপ্ত কৰিলো। পিচত, যি উৎসৱৰ ঠাইত প্ৰিয়াৰ সৈতে মোৰ প্ৰথম সাক্ষাৎ হৈছিল, কোষদাসৰ সৈতে সেই প্ৰমোদবনলৈ গলোঁ। ৰাজকুমাৰ ভীমধন্বাও দৈববশতঃ তালৈ আহিছিল। তেওঁ মোক দেখা পাই ওচৰলৈ আহিল আৰু অতি নম্ৰভাবে ওচৰত বহিল। আমি দুয়াৰো মাজত নানা কথা বতৰা হ'ল। তেওঁ মোৰ অশেষ প্ৰশংসা কৰিলে। পিচত তেওঁ মোক ঘৰলৈ মাতিনি বৰ আদৰ সম্মান পূৰ্ব্বক নানাবিধ ৰাজভোগ্য বস্তুৰে খুৱাই বুৱাই বিশেষভাবে সৎকাৰ কৰি ৰাখিলে।

ৰাতি শয্যাত শুই আছো। মাজমান ৰাতি হৈছে, এনে সময়ত এটা সপোন দেখিবলৈ পালো যে ৰাজকুমাৰী কন্দুকাৱতী মোৰ ওচৰত আহি উপস্থিত হৈছে। মই যেন তেওঁৰ সৈতে নানাবিধ ৰতিৰসত মগ্ন হৈ



পৰিছোঁ। এই অৱস্থাত কিছুমান ভীষণমূৰ্ত্তিৰ লোক আহি মোক তেনে অৱস্থাত শয্যাৰ ওপৰতে লোহাৰ শিকলিৰে বান্ধি পেলালে। ইতি-মধ্যে মোৰ টোপনি ভাগিল সাৰ পাই উঠি দেখিলো, ৰাজকুমাৰ ভীমধন্বা মোৰ ওচৰত বহি আছে। শয্যাত উঠিবহা দেখা পাই তেওঁ মোক ক্ৰোধত চকুৰঙা কৰি হেৰ দুৰ্ম্মতি! হতভাগিনী চন্দ্ৰসেনাৰ সৈতে তহঁতি গোপনে গোপনে যি আলাপ কৰিছিলি, সেইবোৰ মোৰ কাণত নপৰা বুলি ভাবিছ হবলা? খিৰিকিৰ মুখেৰে মই তহঁতৰ গোপনে কৰা আলাপ শুনি আছিলো। আৰু তইঁতেনো কি আলাপ কৰিছ, তাৰ সম্বেদ লোৱাৰ বাবে গোপনে কুজীক তালৈ পঠাইছিলোঁ। তই মোৰ ভনী কন্দুকাবতীক পাবলৈ অভিলাষ কৰিছ, আৰু মনত থিৰ কৰিছ। যে তাইক তই বিয়া কৰাব পাৰিলে ময়ো তোৰ তলতীয়া হৈ পৰিম। তেতিয়া তোৰ কথাৰ বাধ্য হৈ চন্দ্ৰসেনাক কোষদাসৰ বাবে এৰি দিবলগীয়াত পৰিম?' এই বুলিকৈ ওচৰত থকা অনুচৰ কেইজন মানক আদেশ দিলে যে 'এই ধূৰ্ত্তক হাতে ভৰিয়ে বান্ধি সাগৰত পেলাই দে।' অনুচৰ বিলাকে ভীমধন্বাৰ আদেশ মতে হাতে ভৰিয়ে বান্ধি মোক সাগৰত পেলাই দিলে। মই অনন্য উপায়হৈ সাগৰৰ পানীৰ ঢৌৰ ওপৰত বাগৰি বাগৰি ইফালে সিফালে খপিয়াই ভাহি যাব ধৰিলো। কিবা শুভ দৈৱ আছিল নেকি? এডোখৰ কাঠ ঢৌত ভাহি আহি মোৰ ওচৰত পালে, তাতে কোনোমতে খামোচ মাৰি ধৰি এদিন এৰাতি কটালো পানীত ভাহি ভাহি। পিচ-দিনা ৰাতিপুৱা এখন নাওঁ আহা দেখিবলৈ পালোঁ। সেই নাওঁখনত কেতবোৰ যবন সৈন্য আছিল। সৈন্যবিলাকে অগাধ সাগৰৰ পানীত মোক তেনেকৈ ভাহি থকা দেখা পাই দয়া কৰি নাৱত তুলি ললে। সেই নাৱঁৰ সৈন্য বিলাকৰ প্ৰধানজনৰ নাম ৰাম। নাৱৰীয়া বিলাকে সেই ৰামক ক'লে, যে 'এজন মানুহ ভৰি হাতে বন্ধা অৱস্থাত এডোখৰ কাঠত ধৰি পানীত ভাহি আহিল। অত্যন্ত বিপদগ্ৰস্ত হৈ থকা দেখা পাই তেওঁক আমি নাৱঁত তুলি লৈছো। সেই মানুহ জন ইমান শকত আৰত যে বোধ কৰোঁ তেওঁ হাজাৰ মানুহকো পিহিগুড়ি কৰিব পাৰে।'

এনে কথা বতৰা হৈ থাকোতে অলপ দূৰত দেখা গ'ল যে কেইখনমান সৰু সৰু নাৱঁৰ সৈতে এখন প্ৰকাণ্ড নাওঁ আমাৰ ফালে আহিব ধৰিছে। চাই থাকোতেই নাওঁ কেইখন আহি ওচৰ চাপিল। দেখা গ'ল প্ৰত্যেকখন নাওঁ অস্ত্ৰ শস্ত্ৰে সুসজ্জিত সৈন্যেৰে পৰিপূৰ্ণ। দেখা পাই যৱন সৈন্য-বিলাকৰ প্ৰাণ উৰি গ'ল। সিহঁতে আহি চাৰিও পিনৰ পৰা যৱন সৈন্য বিলাকক বেঢ়ি ধৰিলে। উভয় সেনাৰ ভিতৰত তুমুল ৰণ লাগিল। সিহঁতৰ আক্ৰমণত যৱন সৈন্যবিলাক একেবাৰে জব্দ হৈ পৰিল। শেষত যৱনবিলাকৰ পৰাজয় হ'ল। যুদ্ধত তিষ্টিব নোৱাৰি ছিন্ন ভিন্ন হৈ গ'ল। তেতিয়া মই তেওঁলোকক কলো, 'ভাই সকল! মোৰ বান্ধ সোলোকাই নিদিয়া কিয়? তোমালোকৰ শত্ৰু নিৰ্মূলি কৰি দিওঁ?' মোৰ তেনে কথা শুনি যৱন বিলাকৰ যেন মুখত পানী আহিল। তেওঁলোকে বৰ উৎসাহিত হৈ মোৰ হাত ভৰিৰ বান্ধ সোলোকাই দিলে। মই বিপক্ষৰ সেনাৰ মাজত সিংহৰ দৰে জপিয়াই পৰি অস্ত্ৰৰ আঘাতেৰে অলপ সময়ৰ ভিতৰতে ছিন্ন বিচ্ছিন্ন কৰি পেলালোঁ। বিপক্ষদল মোৰ বিক্ৰমত সন্ত্ৰস্ত হৈ পৰিল! তেতিয়া যৱনবিলাকে বিপক্ষৰ নাৱঁত জপিয়াই পৰি সিহঁতৰ সৰ্বস্ব লুতপাত কৰি আনিলে। আৰু বিপক্ষৰ যিজন অধ্যক্ষ তাকো হত্যা নকৰি হাতে ভৰিয়ে বান্ধি সেই ৰামনামে যৱনসেনাৰ অধ্যক্ষৰ ওচৰলৈ টানি আনিলে। দেখিলো সেইজন অন্য লোক নহয়, ৰাজকুমাৰ ভীমধন্বা। তেওঁ মোক তাত দেখা পাই এটা দীঘল হুমুনিয়াহ পেলাই তল মূখ কৰিলে। তুনাই আৰু মুখ তুলিব নোৱাৰিলে। মই চিনিব পাৰি তেতিয়া তেওঁক কলো, 'কুমাৰ! নিয়তিৰ কেনে বিচিত্ৰ লীলা দেখিছেনে?'

মোৰ বিপদৰ পৰম বন্ধু যৱনবিলাকে মোৰ হত্যাৰ অপচেষ্টাকাৰী বুলি মোৰ পৰা জানিব পাৰি যি শিকলিৰে মোক বান্ধিছিল, সেই শিকলিৰে ভীমধন্বাক বান্ধিলে, আৰু আনন্দত উত্ৰাৱল হৈ ভীমধন্বাৰ ফালে চাই খিলখিলাই হাঁহিবলৈ ধৰিলে।

এনে সময়তে সাগৰত বতাহ উঠিল। প্ৰতিকূল বতাহৰ কোবত নাৱঁৰীয়া বিলাকে অশেষ যত্ন কৰিও নাওঁ বিলাক ঠিক কৰি ৰাখিবলৈ



সমৰ্থ ন'হল। সগৰৰ প্ৰৱল চৌৰ কোবত নাওঁ ভাহি তাহি গৈ এটা দ্বীপত লাগিল। তেতিয়া নাৱঁৰীয়া বিলাকে যাতে নাওঁ লৰচৰ কৰিব নোৱাৰে, তাৰ কাৰণে লোহাৰ শিকলি লগোৱা কেইটামান শিলৰ ডাঙৰ লঙ্গৰ পানীত পেলাই দিলে। পিচত ভালপানী আৰু ফলমূল আদি খাদ্য বস্তু সংগ্ৰহ কৰাৰ কাৰণে পাৰত উঠিল। ময়ো সিহঁতৰ লগতে পাৰত উঠিলোঁ।

সেই দ্বীপত এখন পাহাৰ আছিল। মই লগৰীয়া বিলাকক কলোঁ, যে 'ভাইসকল! এই পাহাৰৰ দৃশ্য কেনে মনোৰম চোৱাছোন? মনঃশিলা আদি সুগন্ধি দ্ৰব্যবিলাকৰ মনোহৰ গন্ধেৰে পাহাৰৰ প্ৰান্তদেশ কেনে সুৰভিত হৈ পৰিছে? নিঝৰাৰ পানীবিলাক ফটিকৰ দৰে কেনে স্বচ্ছ আৰু পদুমৰ পৰাগৰ সংমিশ্ৰণত কেনে সুগন্ধি? নানা তৰহৰ ফল ফুলেৰে বনাবলী কেনে বিতোপন হৈ আছে? বিধাতাৰ সৃষ্টিৰ বিচিত্ৰতাৰ প্ৰমাণ ইয়াতে পোৱা যায়।' এনে প্ৰকাৰে নানা প্ৰাকৃতিক সৌন্দৰ্য্যৰ কথাকৈ মই পাহাৰৰ সৌন্দৰ্য্যত আকৃষ্ট হৈ লাহে লাহে। পাহাৰৰ ওপৰলৈ অকলে উঠি গ'লোঁ। কি আশ্চৰ্য্য, সেই পাহাৰৰ ওপৰত এটা বিশাল ধুনীয়া সৰোবৰ। সৰোবৰৰ পাৰ কেইটা বৈদুৰ্য্য মণিৰে বন্ধোৱা সেই বৈদুৰ্য্য মণিৰ জেউতিয়ে পৰ্ব্বতৰ ওপৰভাগ উদ্ভাসিত কৰি তুলিলে। নানাৰঙৰ পদুম আৰু ভেটকলি জকমকীয়া হৈ ফুলি এটা অপৰূপ সৌন্দৰ্য্য বিধান কৰিছে। হাঁহ সাৰস আদি জলচৰ পখীবিলাকে মনৰ আনন্দত অব্যক্ত মধুৰ শব্দ কৰি জাকপাতি পানীত ওপঙি উমলি ফুৰিব ধৰিছে। মই পুখুৰীৰ অপৰূপ সৌন্দৰ্য্যত মুগ্ধ হৈ পাৰত বহি অলপ সময় জিৰাণ লৈ গা ধুম বুলি পানীত নামিলো। গা ধুই উঠি কেই দালমান মৃণাল আৰু কেই আজলিমান পানী খালো। পিচত কেই দালমান মৃণাল হাতত লৈ পাৰত উঠিছো মাথোন, এনেতে ভীষণ আকৃতিৰ এটা যক্ষ আহি মোৰ আগত ঠিয় হ'ল আৰু চকুৰঙা কৰি খঙেৰে কলে; 'হেৰ তই কোন অ? কৰ পৰা আহিছ?' যক্ষৰ তেনে গৰ্জ্জন শুনি যদিওবা মই অলপ চমৎকৃত হৈছিলো, তথাপি মোৰ মনত হলে ভয় লগা নাছিল। মই অনুদ্

বিগ্নচিত্তে ধীৰভাৱে কলো,—'হে মহাপুৰুষ। মই এজন বামুণৰ লৰা। শত্ৰুৱে মোক ছল কৰি ঘৰলৈ মাতিনি শৃঙ্খলিত কৰি সাগৰত পেলাই দিয়ে। অনুকূল অদৃষ্টৰ বলত কিছুমান যৱনসৈন্যই লগপাই তেওঁলোকৰ নাৱঁত তুলি ললে। তেওঁলোকৰ নাৱঁত উঠি আহি এই দ্বীপত নামিলোঁ। পৰ্ব্বতৰ প্ৰাকৃতিক শোভাত আকৃষ্ট হৈ আগবাঢ়ি আহি এই টিঙত উপস্থিত হৈছো। পুখুৰীৰ স্বচ্ছ পানী দেখা পাই—কেইদালমান মৃণাল আৰু কেই আজলিমান পানীখাই বৰ তৃপ্তিলাভ কৰিছোঁ। তোমাৰ মঙ্গল হ'ব।'

'হেৰা। মোৰ কেইটামান প্ৰশ্ন আছে। যদি প্ৰশ্ন কেইটাৰ প্ৰকৃত উত্তৰ দিব নোৱাৰা তেতিয়া হ'লে তোমাক খাই পেলাম।' যক্ষই কলে। 'বাৰু কোৱাঁ তোমাৰ প্ৰশ্ন কি ?' তেতিয়া যক্ষ আৰু মোৰ মাজত এইদৰে প্ৰশ্ন আৰু উত্তৰ হ'ল। যক্ষই সুধিলে 'কি বস্তু ক্ৰুৰ ?' মই উত্তৰ দিলো—তিৰোতাৰ হৃদয়। যক্ষই সুধিলে 'গৃহস্থৰ প্ৰিয় আৰু হিতকাৰক কি ?' মই উত্তৰ দিলো—গৃহিণীৰ ভাল গুণবিলাক। যক্ষই সুধিলে 'কাম কি ?' মই উত্তৰ কৰিলো 'সঙ্কল্প'। যক্ষই আকৌ সুধিলে 'দুষ্কৰ সাধন কি ?' মই উত্তৰ দিলো 'প্ৰজ্ঞা।' পিচত মই যক্ষক কলো যে এই বিলাকৰ পটন্তৰ ধূমিনী, গোমিনী, নিম্বৱতী আৰু নিতম্বৱতী। তেতিয়া যক্ষই বৰ উল্লাসিত হৈ ধূমিনী প্ৰভৃতিৰ সাধু শুনাবলৈ অনুৰোধ কৰিলে। মই তেওঁক এটা এটা কৰি সাধুবোৰ কবলৈ আৰম্ভ কৰিলো।*

---

* কিং ক্ৰূৰং ? স্ত্ৰী হৃদয়ং, কিং গৃহিণঃ প্ৰিয়হিতায় দাৰগুণাঃ।
কঃ কামঃ ? সঙ্কল্পঃ, কিং দুষ্কৰসাধনং প্ৰজ্ঞা॥

## ১। ধূমিনীৰ সাধু

সকলো ঐশ্বৰ্য্যেৰে সমৃদ্ধ ত্ৰিগৰ্ত্ত নামে এখন দেশ আছে। সেই দেশত তিনিজন সহোদৰ ভাইককাই বহুদিন একে লগে বাস কৰি আছিল। তেওঁলোকৰ নাম ধনক, ধান্যক আৰু ধনদাস। তেওঁলোক অতিশয় সমৃদ্ধিশালী। ঘৰ নানা ধনৰত্ন পশু পখী আৰু বিবিধ শস্যতে উপচিপৰা। যেন লক্ষ্মীৰ বিহাৰ ভুমিহে। এসময়ত সেই দেশত বৰষুণ একেবাৰে নহল। অনাবৃষ্টিৰ কাৰণে ধান যব আদি খাদ্য শস্য একেবাৰে নষ্ট হৈ গল। ফলবান আম কঠাল আদি গছত ফুল ফল নধৰা হ'ল। মেঘ জল ৰহিত হৈ পৰিল। পুখুৰী নদী আদি জলাশয় বিলাকৰ বুকুত ফাট মেলিলে। আনকি পৰ্ব্বতৰ নিঝৰাতো পানীৰ লেশমাত্ৰও নোহোৱা হ'ল। মাটিৰ তলৰ কন্দমূল আদিও কমি গ'ল। খাদ্যৰ অভাৱত মানুহ পশু পখী পাদি একেবাৰে নিষ্প্ৰাণ হৈ পৰিল। অৰ্থৰ অভাৱত মানৱ সমাজত দেবকাৰ্য্য পিতৃকাৰ্য্য লোপ পালে। দেশীয় তিথিপৰ্ব্ব উৎসব আদিয়ে যেন সন্ন্যাসগ্ৰহণ কৰিলে। চাৰিও ফালে অৰাজকতাৰ তাণ্ডৱ নৃত্য আৰম্ভ হ'ল। চোৰ ডকাইতৰ উপদ্ৰৱত মানুহ ৰব নোৱাৰা হ'ল। বুভুক্ষু মানৱ সমাজত পৰস্পৰৰ মাজত খোৱা কামোৰা লাগি পৰিল। আনপিনে খাদ্যাভাৱৰ কাৰণে হাজাৰ হাজাৰ লোক অনাহাৰে অৰ্দ্ধাহাৰে প্ৰাণত্যাগ কৰিবলৈ ধৰিলে। বগলীৰ শৰীৰৰ দৰে বিক্ষিপ্ত হৈ পৰি থকা মৰা মানুহৰ মূৰৰ খোলা হাড় প্ৰভৃতিৰে পৃথিবীয়ে এটা ভয়ানক বিকট মূৰ্ত্তি ধাৰণ কৰিলে। ক্ষুধাৰ্ত্ত কাউৰীৰ বিকট চিঞৰে মেদিনীৰ বুকত বীভৎস ৰসৰ সৃষ্টি কৰিলে। লাহে লাহে গাওঁ নগৰ জনপ্ৰাণী শূন্য হৈ পৰিল।

ধনী সদাগৰৰ লৰা সেই ধনক ধান্যক প্ৰভৃতিয়েও ঘৰত মজুত থকা ধান যব আদি খাদ্য শস্য সমূহ একে একে খাই শেষ কৰিলে। সেইবোৰ যেতিয়া শেষ হ'ল, তেতিয়া ঘৰৰ পোহনীয়া গৰু ছাগলি

আদি জীৱ জন্তু বিলাকো খাই শেষ কৰিলে। আন কি? পেটৰ জ্বালাত দাস দাসীকো বাদ নিদিলে। শেষত ডাঙৰ ভায়েক আৰু মাজু ভায়েকৰ স্ত্ৰীকো শেষ কৰিলে। বাকী আছিল সৰু ভায়েকৰ স্ত্ৰী। এতিয়া তেওঁৰ পাল পৰিল। কালিলৈ তেওঁকো খোৱাৰ ঠিক কৰিলে, মাত্ৰ ব্যবধান থাকিল মাজতে ৰাতিটো। নিজৰ স্ত্ৰীক খোৱা কথাটোৱে সৰু ভায়েকৰ মনত এটা তীব্ৰ বেদনা জন্মালে তেতিয়া তেওঁ মনত ভাবিলে, যে "যদি মই ৰাতিৰ ভিতৰতে গৃহিণীক লৈ ইয়াৰ পৰা আতৰি নপৰোঁ, তেতিয়া হ'লে মোৰ প্ৰাণৰ প্ৰতিমাক চিৰদিনলৈ হেৰুৱাব লাগিব। তেওঁক আৰু মই ঘূৰাই নাপাম।" এই বুলি থিৰ কৰি কোনোৱে একো গম নোপোৱাকৈ ৰাতিৰ ভিতৰতে তিৰোতা জনীক লগতলৈ ঘৰৰ পৰা ওলাই গল। তিৰোতা জনীৰ নাম "ধূমিনী।"

ধনী মানুহৰ তিৰোতা, খোজ কাঢ়ি যোৱাৰ অভ্যাস মুঠেই নাই, গতিকে কিছুদূৰ গৈয়ে বৰ ক্লান্ত হৈ পৰিল। আগলৈ আৰু ভৰি নচলা হ'ল। উপায় কি? এৰিয়ে বা যায় কেনেকৈ? অগত্যা ধনদাসে কান্ধতলৈ যাব ধৰিলে। কিছুদূৰ গৈ এখন ডাঙৰ গহীন হাবি পালে। তেতিয়া তিৰোতা জনী ভোক আৰু পিয়াহত বৰ ক্লান্ত হৈ পৰিল। যি ফালে চকু ফিৰায় সেই ফালেই শূন্য। খুৱায় কি? অগত্যা একোকে নাপাই ধনদাসে নিজৰ মঙহকে কিছু কাতি খুৱালে। অলপ সুস্থ হোৱাত ধনদাসে আকৌ কান্ধত তুলিলৈ যাব ধৰিলে। যাই থাকোতে এঠাইত বাটৰ কাষৰত হাত ভৰি বিকল পঙ্গু মানুহ এজন কক্‌বকাই পৰি থকা দেখিবলৈ পালে। মানুহ জনক সেইভাৱে পৰি থকা দেখা পাই ধনদাসৰ বৰ দয়া উপজিল। তেওঁ দয়াপৰবশ হৈ তাকো কান্ধত তুলি ললে। দুয়োকো কান্ধত তুলি লৈ দুৰ্গম বনৰ মাজে মাজে কিছুদূৰ গৈ এঠাইত দুয়োকো নমাই থলে। সেই ঠাই-খিনি অলপ ভাল যেন বিবেচনা কৰি ধনদাসে খেৰপাত সংগ্ৰহ কৰি এটা কুটিৰ সাজিলে, আৰু বনৰ পৰা অনা নানাতৰহৰ ফল মূলেৰে জীৱন নিৰ্ব্বাহ কৰি কাল নিয়াব ধৰিলে। বনৰ মাজৰ পৰা ইঙ্গুদি ফলৰ



তেল সংগ্ৰহ কৰি আনি দিয়াত সেই পঙ্গু মানুহ জনৰ ক্ষতস্থান বোৰ শুকাই ক্ৰমে ভাল হৈ আহিল! সেই কুটিৰত বাস কৰি ধনদাসে বনৰ পৰা হৰিণ আদি বন্য জন্তু আৰু নানাবিধ সুস্বাদু ফলমূল আদি খাদ্য সামগ্ৰী সংগ্ৰহ কৰি ভালভাবেই জীৱন যাপন কৰিব ধৰিলে। পঙ্গু মানুহজন ভাল খাদ্য খাবলৈ পাই কেইদিনমানৰ ভিতৰতে হৃষ্ট পুষ্ট হৈ পৰিল।

তিৰোতাৰ চৰিত্ৰ দেৱতায়ো বুজিব নোৱাৰে মানবৰ কথা আৰু কি? একেটা পৰ্ণকুটিৰেতে তিনিও জন এনেকৈ কিছুদিন বাস কৰি থকাৰ পিচত সেই পঙ্গু মানুহজন যেতিয়া হৃষ্ট পুষ্ট হৈ উঠিল, তেতিয়া ধনদাসৰ স্ত্ৰী সেই মানুহজনৰ ওপৰত বৰ আসক্তা হৈ পৰিল। এদিন ধনদাস হৰিণ বিচাৰি বিচাৰি সেই ঠাইৰ পৰা কিছুদূৰ আতৰলৈ গ'ল। সেই সময়ত অৱসৰ বুজি ধনদাসৰ স্ত্ৰীয়ে নিজৰ অসৎ অভিপ্ৰায় চৰিতাৰ্থ কৰাৰ কাৰণে সেই পঙ্গু মানুহজনৰ ওচৰলৈ গৈ ৰতি প্ৰাৰ্থনা কৰিলে। তাইৰ তেনে অসৎ আচৰণ দেখি মানুহজন বৰ বিস্মিত হ'ল আৰু তেনে কুৎসিত কামৰ পৰা বিৰত হবলৈ বহু অনুনয় বিনয় কৰি হকাবাধা কৰিলে। আনকি পাচত বহু ভৎসনাও কৰিলে। কিন্তু তাই সেইপিনে ভ্ৰূক্ষেপ নকৰি অনিচ্ছাসত্ত্বেও বলপূৰ্ব্বক শৃঙ্গাৰ কৰিলে। অলপ পৰ পিচতে ধনদাস ফলমূল খাদিলৈ বনৰ পৰা ঘূৰি আহিল। তেওঁ সেই বিলাক মাটিত নমাই থৈ ঘৈণীয়েকক খোৱাপানী আনিবলৈ কলে। তেতিয়া ধূমিনীয়ে পানী নিদি এটা ঘটি ওচৰত থৈ কলে 'হোৱা! সেইটো কুৱা আছে, তুমি জানো তাৰ পৰা এঘটি পানী আনি খাব নোৱাৰা? মইহে দিব লাগে? মূৰৰ বিষত মোৰ তৎনোহোৱা হৈছে।' উপায় কি? ধনদাসে অগত্যা এডাল জৰী আৰু ঘটিটোলৈ কুৱাৰ পাৰলৈ পানী তুলিবলৈ গ'ল! কুৱাৰ পিনে মুখদি হালি ধনদাসে পানীতুলিবলৈ ধৰিছে মাথোন এনেতে ধূমিনীয়ে পাৰৰ ফালেদি মনে মনে গৈ গটা মাৰি ধনদাসক কূপত পেলাই দিলে। ধনদাসৰ ভাগ্যৰ বলত পানী খোৱাৰ বিনিময়ত কূপত পৰি ককবকাই থাকিব লগীয়াত পৰিল। তেতিয়া তাই সেই বিকলাঙ্গ পঙ্গু মানুহজনক

কান্ধত তুলিলৈ তাৰ পৰা আতৰি পৰিল। পিচত নিজকে মানব সমাজত পতিব্ৰতা সতী বুলি পৰিচয় দি দেশ দেশান্তৰ ঘূৰি ফুৰিব ধৰিলে। ঠায়ে ঠায়ে যথেষ্ট সন্মান লাভ কৰিলে। এনেকি দেশ দেশান্তৰ ঘূৰি ঘূৰি এসময়ত উজ্জয়িনী নগৰীত গৈ উপস্থিত হ'ল। তাত গৈ ৰজাৰ ওচৰত আবেদন কৰাত ৰজাৰ পৰা যথেষ্ট সাহায্য লাভ কৰি পৰমানন্দে কাল অতিবাহিত কৰিবলৈ ধৰিলে॥

ইফালে ধনদাসেও কিবা প্ৰকাৰে কূপৰ পৰা উঠি অত্যন্ত দুখিত মনে ধূমিনীৰ কথা চিন্তা কৰি বৰ সন্তপ্ত হৈ জীবিকা নিৰ্ব্বাহৰ বাবে বৃত্তি বিচাৰি বিচাৰি গৈ সেই উজ্জয়িনী নগৰী পালে। এদিন হঠাৎ ধূমিনীয়ে ধনদাসক দেখা পালে। ধনদাসক দেখা পাই তাইৰ গোটেইটো শৰীৰ থৰ্‌থৰ্‌কৈ কপি উঠিল। তাই যেন সকলো দিশ আন্ধাৰ দেখিলে। তাইৰ চুলিৰ আগে জীউ উৰি গ'ল। ধনদাসৰ কবলৰ পৰা আত্মৰক্ষা কৰিবলৈ বুলি তাই ৰজাৰ ওচৰত উপস্থিত হৈ গোচৰ দিলে, যে 'মহাৰাজ! যি জন মানুহ চাকৰি বিচাৰি আপোনাৰ নগৰত আহি সম্প্ৰতি উপস্থিত হৈছে, সেই মানুহজনেই মোৰ স্বামীৰ এনে দুৰৱস্থা কৰিছে। মহাৰাজে কোনো বিচাৰ নকৰাকৈয়ে তাৰ প্ৰাণদণ্ডৰ বিধান কৰে যেন।' সতী বুলি ধূমিণীৰ ওপৰত ৰজাৰ এটা বিশ্বাস আৰু আস্থা আছিল। সেই অনুসাৰে ধূমিণীৰ কথাৰ ওপৰত বিশ্বাস কৰি ধনদাসক মাতি আনি প্ৰাণদণ্ডৰ আদেশ দিলে। ধনদাস বৰ নিৰ্ভিক লোক। তেওঁ নিৰ্ভয় চিত্তে ৰজাৰ ওচৰত উপস্থিত হৈ কলে যে, 'মহাৰাজ! যি জন মানুহক মই বিকলাঙ্গ কৰা বুলি তিৰোতাজনীয়ে আপোনাৰ ওচৰত মোৰ বিৰুদ্ধে অভিযোগ আনিছে, সেই মানুহজনে যদি মই কৰা বুলি আপোনাৰ ওচৰত কয়, তেতিয়া হলে মোক প্ৰাণদণ্ড দিয়ক।' ধনদাসৰ কথা শুনি ৰজাৰ মনত সন্দেহ জাগিল। দ্বিধা ভাৱ হ'ল। তেওঁ সেই মানুহজনক ৰাজ ভবলৈ অনাৰ বাবে আদেশ দিলে। চৰে মানুহজনক লৈ আহিল। সেই পঙ্গুমানুহ জনে ধনদাসক দেখা পাই চকুলোৰে বুকু তিয়াই পেলালে। ৰজা আৰু সভাষদ তাৰ তেনে আকুল ভাৱ দেখা পাই অবাক হ'ল। শেষত ৰজাই তাক



সোধাত কিছু সময় নিস্তব্ধ হৈ থাকি কৃতজ্ঞতা পাশত আবদ্ধ হৈয়ে হবলা আদ্যোপান্ত সকলো সত্য কথা ৰজাৰ ওচৰত বিবৰি কৈ ধনদাসৰ ভৰিত পৰি কান্দিবলৈ ধৰিলে। তেতিয়া ধনদাসৰ সৎচৰিত্ৰ আৰু বেশ্যা ধূমিনীৰ অসচ্চৰিত্ৰৰ কথা ভালদৰে জানিব পাৰি ধূমিনীৰ ওপৰত বৰ ক্ৰুদ্ধ হ'ল আৰু বেশ্যাধূমিনীৰ নাক কাণ কাতি কদাকাৰ কৰি কুকুৰ ৰখা কাৰ্য্যত নিযুক্ত কৰিলে। ধনদাসক অশেষ প্ৰশংসা কৰি উপযুক্ত বৃত্তি দি কাৰ্য্যত নিযুক্ত কৰিলে। এই কাৰণেই কৈছো যে স্ত্ৰীৰ হৃদয় অত্যন্ত নিষ্ঠুৰ॥

---

# ২। গোমিনীৰ সাধু

যক্ষই কলে ধূমিনীৰ বৃত্তান্ত শুনিলো। এতিয়া গোমিনীৰ বৃত্তান্ত কোৱা। মই কলো, বাৰু কওঁ শুনক। দ্ৰবিড়দেশত কাঞ্চীনামে এখন নগৰ আছে। সেই নগৰত এজন ধনী সদাগৰ আছিল। সেই সদাগৰৰ এটি ল'ৰা ওপজে। ল'ৰাটোৰ নাম শক্তিকুমাৰ। যেতিয়া বয়স ওঠৰ বছৰমান হ'ল, তেতিয়া তেওঁ মনত চিন্তা কৰিলে, যে সংসাৰত ভাৰ্য্যাৰহিত মানুহৰ কোনো সুখ নাই। আনফালেদি ভাৰ্য্যা যদি গুণহীনা হয়, তেনে হলে তেনে ভাৰ্য্যাৰে মানুহে শান্তি পাব নোৱাৰে। কিন্তু গুণৱতী ভাৰ্য্যা লাভ কৰাও সহজ নহয়। আনৰ ওপৰত বিশ্বাস আৰু নিৰ্ভৰ কৰি যদি বিয়া কৰোৱা হয়, তেনে হলে ভাৰ্য্যা ভালো হব পাৰে আৰু বেয়াও হব পাৰে। বিয়া হই গ'লে তাৰ পাচত ভাল বেয়াৰ বিচাৰ কৰাৰ আৰু থল নাথাকে। গতিকে ভাল ভাৰ্য্যা লাভ কৰিবৰ বাবে এটা উপায় উদ্‌ভাবন কৰিব লাগিব। এই বুলি মনত আলচ কৰি শক্তি কুমাৰে এজন সামুদ্ৰিকৰ বেশ ধৰিলে। পিচত দেশ ভ্ৰমণ কৰাৰ ছলেৰে কাপোৰৰ আচলত একঠামান শালি ধান বান্ধিলৈ ঘৰৰ পৰা ওলাই গ'ল।

তেওঁ সামুদ্ৰিকৰ বেশধৰি ঘৰে ঘৰে ফুৰিবলৈ ধৰিলে। সৰ্ব্বসাধাৰণ লোকৰ মনত এনে এটা বদ্ধমূল ধাৰণা আছে যে সামুদ্ৰিক সকলে মানুহৰ হাত আৰু কপালৰ ৰেখা চাই ভূতভৱিষ্যৎ আৰু বৰ্ত্তমানৰ ভালবেয়া সকলো কথা কৈ দিব পাৰে। এই ধাৰণাৰ বশবৰ্ত্তী হৈ বহু গৃহস্থই নিজ নিজ লৰাছোৱালীৰ ভাল বেয়া চোৱাৰ কাৰণে হাত দেখুৱাবলৈ ধৰিলে। হাতচোৱাৰ সময়ত শক্তিকুমাৰে যিবিলাক কন্যাক ৰূপে গুণে নিজৰ অনুৰূপ যেন দেখে, সেইবিলাকক তেওঁ প্ৰশ্ন কৰে যে 'কন্যা! মোৰ ওচৰত অলপ ধান আছে। ইয়াৰে ভাল খাদ্য তৈয়াৰ কৰি তুমি মোক খুৱাব পাৰিবানে?' প্ৰশ্ন শুনিলে কিছুমান কন্যাই তেওঁক ইতিকিং



কৰে কিছুমানে বা লাজত একো উত্তৰ নিদি তল মুৱাহৈ থাকে। আৰু কিছুমানে বা অবজ্ঞা কৰি আতৰি গুচিযায়। এইদৰে তেওঁ ঠায়ে ঠায়ে তিৰস্কৃত অবজ্ঞাত আৰু অবহেলিত হৈ দেশদেশান্তৰ ঘূৰি ফুৰিব ধৰিলে। এনেদৰে ঘূৰি ফুৰিগৈ শক্তিকুমাৰ এসময়ত কাবেৰী নদীৰ দক্ষিণফালে থকা নগৰ এখনত উপস্থিত হ'ল। সেই নগৰত এক গৃহস্থৰ পিতৃমাতৃহীনা এজনী ছোৱালী আছিল। এজনী বুঢ়ী ধায়েই ছোৱালীজনীৰ আশ্ৰয়। দৈবক্ৰমে শক্তি কুমাৰ তাত উপস্থিত হ'ল। বুঢ়ীজনীয়ে ছোৱালীজনীৰ ভাগ্যপৰীক্ষা কৰাৰ কাৰণে শক্তিকুমাৰক দেখুৱালে। শক্তিকুমাৰে ছোৱালীজনীৰ পিনে চকুদি মনত ভাবিলে, যে এই ছোৱালীজনীৰ সকলো অবয়ৱ অতি সুন্দৰ।

এওঁ বৰ ওখও নহয় আৰু চাপৰো নহয়। বৰ স্থূলো নহয়, আৰু বৰ কৃশও নহয়। দেখাত চৰিত্ৰও ভাল যেন অনুমান হৈছে। শৰীৰৰ বৰণ সুন্দৰ বগা। হাতৰ আঙুলিবোৰ নতুন পল্লবৰ দৰে ৰঙা। হাতৰ তলিত যব, মাছ, পদুম আৰু কলহ প্ৰভৃতি কেতবোৰ ভাল শুভচিন পৰিলক্ষিত হৈছে। ভৰিদুখন মাংসল আৰু শিৰা শূন্য। গেৰোহা দুটা সমান আৰু সন্ধিহীন। কলাফুল দুটা ক্ৰমে আগৰফালে সৰু। কৰঙণ দুখন ৰামকলৰ দৰে। নিতম্ব প্ৰদেশ স্থূল আৰু ঘূৰণীয়া। নাভিপ্ৰদেশ গভীৰ। উদৰত তিনিটা সুস্পষ্ট ৰেখা প্ৰকাশ পাইছে। স্তনযুগল কঠিন আৰু উন্নত। বাহুদুখন লতাৰ নিচিনা মসৃণ। হাতৰ আঙুলিৰ নখবিলাক মণিৰ দৰে উজ্জ্বল। গলটো দীঘল আৰু শঙ্খৰ দৰে ৰেখা বিশিষ্ট। ভ্ৰূযুগল পৰস্পৰ সংলগ্ন আৰু কাণলৈকে বিয়পি পৰা। গালদুখন ভৰা আৰু সিন্দুৰৰ দৰে ৰঙা। ওঠ আৰু অধৰ পকা বিম্বফলৰদৰে মনোহৰ। চুলিবোৰ নিবিৰ কৃষ্ণবৰ্ণ আৰু গোৰোহালৈ ওলোমা। নাকটো তিলফুলৰদৰে উন্নত। হাতৰ তলিৰ লক্ষণবোৰে ভৱিষ্যতে ধনধান্য আৰু সতি সন্ততি আদি সৌভাগ্যৰ সূচনা কৰিছে। এনে সুন্দৰ আকৃতি কেতিয়াও চৰিত্ৰৰ ব্যভিচাৰী হব নোৱাৰে। মোৰ অকলঙ্ক মনো এওঁৰ ওচৰত বৰ অনুৰক্ত হৈ পৰিছে। গতিকে পৰীক্ষা কৰি আগপাছ চাই

এওঁক বিয়া কৰোৱাৰ দিহা কৰিব লাগিব। বিচাৰ বিবেচনা নকৰাকৈ কাম কৰিলে পাচত অনুতপ্ত হব লগীয়া হয়!

শক্তিকুমাৰে এইদৰে মনত আলচ কৰি সেই কন্যাজনীক মৰম কৰি কলে; কন্যা! মোৰ ওচৰত কিছু শালী ধান আছে। এই ধানখিনিৰে তুমি ভাল খাদ্য তৈয়াৰ কৰি মোক খুৱাব পৰিবানে?' কন্যাই শক্তিকুমাৰৰ প্ৰশ্নৰ কোনো উত্তৰ নিদি ইঙ্গিতেৰে ধানখিনি আনিবলৈ ধাত্ৰীক নিৰ্দ্দেশ দিলে। ধাত্ৰী গৈ শক্তিকুমাৰৰ ওচৰৰ পৰা ধানখিনি আনি কন্যাৰ হাতত দিলে। 'কন্যাই ঘৰৰ কাঠিখন ভালকৈ পৰিস্কাৰ কৰি এখন পীৰাপাৰি দিলে, আৰু ওচৰত এঘটি পানী থলে। শক্তিকুমাৰ হাত ভৰি ধুই সেই পীৰাত বহিল।

কন্যাই সেই ধানখিনি নি ভালকৈ জাৰি পচাৰি ৰ'দত বগৰাই বগৰাই ভালকৈ শুকাই লৈ উৰালত বানি চাউল আৰু তুহ পৃথক্ কৰি উলিয়ালে। চাউলখিনি ৰাখি তুহবিলাক ধাইজনীক দি কলে; আই! সোনাৰীবিলাকে সোণ পৰিস্কাৰ কৰাৰ কাৰণে তুহ বিচাৰে। তুমি সোণাৰীৰ ওচৰত এই তুহখিনি বিক্ৰী কৰি যি পাই পইছা পোৱা তাৰে উপযুক্ত পৰিমানে আধাশুকোৱা কিছুমান টান কাঠ খৰি, এজনৰ পাক কৰিব পাৰা সৰু চৰু এটা আৰু ঢাকনি থকা দুটা সৰু চৰু আনিবা। ধাইজনীয়ে কন্যাৰ কথামতে তুহখিনি সোণাৰীৰ ওচৰত বিক্ৰী কৰি আটাইখিনি বস্তু আনি দিলে। কন্যাই চাউল খিনি নাভাঙাকৈ জাৰি মলবিলাক জাৰি পেলাই পানীত পৰিষ্কাৰ কৰি ধুই ললে। পিচত সেই কাঠ খৰিৰে চৌকা জ্বলাই চৰুটো বহাই দি চাউলৰ পাচগুণমান পানীদি টানকৈ জাল দিব ধৰিলে। যেতিয়া দেখিলে যে পানী তপত হৈ উতলিব ধৰিছে তেতিয়া ভক্তিভৰে সেৱা কৰি চাউলখিনি চৰুত বহাই দি লাহে লাহে লাৰিব ধৰিলে। পিচত যেতিয়া দেখিলে, যে চাউল সম্পূৰ্ণ সিদ্ধ হৈছে, অথচ গলি যোৱা নাই—তেতিয়া চৰুটো চৌকাৰ পৰা নমাই—মুখত এখন ঢাকনি দি মাৰখিনি কাঢ়ি এখন পাত্ৰত পৃথক্ কৰি উলিয়াই ঢাকনি দি ৰাখি থলে।



ভাত ৰান্ধা এঙাৰবিলাক চৌকাৰ পৰা বাহিৰলৈ উলিয়াই পানী দি নুমালে। সেই এঙাৰবিলাক ধাইক দি কলে; আই! এই এঙাৰখিনি বজাৰত কমাৰৰ ওচৰত বিক্ৰী কৰি যি পইচা কড়ি পোৱা তাৰে সম্ভৱমতে দালি, ঘিউ, শাক-পচালি, তেল, দৈ আমলখি আৰু অলপ তেতেলী লৈ আহাগৈ। ধায় বজাৰলৈ গৈ এঙাৰ বিক্ৰী কৰি কন্যাই কোৱা মতে যথাসম্ভৱ সকলোখিনি বস্তু আনি দিলে। সেইবোৰ সামগ্ৰীৰে কন্যাই দালি আদি কেইখনমান ব্যঞ্জন (আঞ্জা) ৰান্ধিলে। যিখিনি ভাতৰ মাৰ পানী আগতে ৰাখি থৈছিল সেইখিনিত পৰিমানমতে নিমখ, আদা, আৰু অমলখিৰ গুৰি মিহলাই অলপ হিং দি তপত কৰি থৈ দিলে। পাক যেতিয়া সম্পূৰ্ণ শেষ হ'ল, তেতিয়া ধাইৰ হাতত অলপ তেল আৰু আমলখি বতা অলপ পঠাইদি অতিথিক গা ধুবলৈ কলে। কন্যায়ো গামুৰ ধুই ভালদৰে পৰিপাটিকৈ কাপোৰ কানি পিন্ধি উৰি মজিয়াত এডোখৰ ঠাই গোবৰ পানীৰে পৰিস্কাৰ কৰি পীৰা পানী দিলে? অতিথি শক্তিকুমাৰে গাত তেল আমলখি ঘঁহি গা ধুই আহাৰ কৰিবলৈ বুলি আহি পীৰাত বহিল। তেতিয়া কন্যাই প্ৰথমে সেই মাৰ পানীখিনি আনি দিলে। শক্তিকুমাৰে সুগন্ধি অলপ তপত মাৰ পানীখিনি খাই বৰ আৰাম বোধ কৰিলে। তেওঁৰ তেতিয়া পথশ্ৰান্তি একেবাৰে নাইকিয়া হ'ল। সকলো শৰীৰেদি ঘাম বৰলৈ ধৰিলে। পাচত ঘটিত এখন কলপাত পাৰি তাৰে ওপৰত ডাঙৰ থাল আৰু অন্যান্য আঞ্জা তৰকাৰীৰ পাত্ৰ আনি দিলে। সেই বিলাক ভাত-আঞ্জা খোৱাৰ পিচত দৈ আৰু সৰ্ব্বশেষত তেতিলী আদি কেইবাবিধো বস্তু মিহলোৱা জলা, তেঙা, মিঠা আদি নানা ৰসযুক্ত সৰবতৰ দৰে একপ্ৰকাৰ পানীয় খাদ্য আনি দিলে। শক্তিকুমাৰে তৃপ্তিৰ সৈতে আকণ্ঠ পেট ভৰাই আহাৰ কৰি কিছু অৱশিষ্ট এৰিলে। তেতিয়া এটা পাত্ৰত কৰ্পূৰ মিশ্ৰিত সুবাসিত খোৱাপানী আনি দিলে, আৰু লগতে এঘটি মুখ ধোৱা পানীও কাষত থৈ দিলে। বুঢ়ীধাই জনীয়ে তেতিয়া ভাত খোৱা ঠাইখিনি গোবৰ পানীৰে ভালকে পৰিস্কাৰ কৰি এখন ঢাৰি পাতি দিলে। শক্তিকুমাৰে নিজৰ গাৰ চাদৰ পাৰি তাতে কিছু সময় বিশ্ৰাম ললে।

শক্তিকুমাৰে কন্যা গোমিনীৰ সাধু ব্যবহাৰ, বুদ্ধিৰ অপূৰ্ব্ব কৌশল আৰু মিতব্যয়িতা আদি সদ্‌গুণ বোৰ দেখা পাই অত্যন্ত মুগ্ধ হৈ পৰিল। তেতিয়া শক্তিকুমাৰে বুঢ়ী ধাই জনীক ওচৰলৈ মাতি আনি বিয়াৰ প্ৰস্তাৱ কৰিলে। কন্যাও প্ৰথম দেখা পোৱাৰ পৰাই শক্তিকুমাৰৰ প্ৰতি আকৃষ্ট হৈ পৰিছিল। গতিকে শক্তিকুমাৰৰ অভিপ্ৰায় প্ৰকাশ কৰাত কন্যাই বিয়াৰ প্ৰস্তাৱত সন্মতি দিলে। বিধিপূৰ্ব্বক উভয়ৰ বিয়া হৈ গ'ল! শক্তিকুমাৰে বিয়া কৰাই কন্যাক ঘৰলৈ নিলে। অসতৰ সংসৰ্গই সৎলোকৰো মন বিপথগামী কৰে যে তাত তিলমাত্ৰও সন্দেহ নাই। কিছুদিন যোৱাৰ পিছত শক্তিকুমাৰ অসতৰ সংসৰ্গত পৰি এনেকুৱা ৰূপৱতী আৰু গুণৱতী অনুৰূপা ভাৰ্য্যা থকা সত্বেও এজনী বেশ্যাত আসক্ত হৈ পৰিল। আনকি সেই বেশ্যা জনীকে প্ৰধান পত্নীৰ ঠাইত আসন দিলে। পত্নী গোমিনীয়ে তাত কোনো অসূয়া বা অসন্তোষৰ ভাৱ প্ৰকাশ নকৰিলে। বৰং আগতকৈয়ো দুগুণ উৎসাহ আৰু ভক্তিৰ সৈতেহে পতিৰ সেৱা কৰিবলৈ ধৰিলে। বেশ্যাজনীৰ লগতো প্ৰিয় সখীৰ দৰে ব্যবহাৰ কৰিলে। গৃহস্থৰ সকলো কামকে অনলস ভাৱে উৎসাহৰ সৈতে কৰি যাবলৈ ধৰিলে। ঘৰৰ অন্যান্য দাস দাসী আদি পৰিজন সকলকো সদায় মৰমৰ চকুৰে চাব ধৰিলে। তেওঁৰ গুণত সকলো পৰিজন মন্ত্ৰমুগ্ধৰ দৰে হৈ পৰিল। মদৰ নিচা গলে যি দৰে মদপীৰ চৈতন্য ফিৰি আহে, সেই দৰে শক্তিকুমাৰৰো মনৰ মাজত চেতনা ফিৰি আহিল। বেশ্যাৰ সংসৰ্গ পৰিহাৰ কৰি আকৌ পূৰ্ব্ব প্ৰকৃতি পালে। শেষত কন্যাৰ অসাধাৰণ গুণত মুগ্ধ হৈ একেবাৰে বৈশ্যতা স্বীকাৰ কৰি কলে, যে 'প্ৰিয়ে! মই অজ্ঞানতাৰ ঘোৰ অন্ধকাৰত পৰি তোমাৰ ওচৰত মহান অপৰাধ কৰিছো! ক্ষমা কৰা যেন। আজিৰ পৰা মোৰ এই ঘৰ বাৰী, ধন ঐশ্বৰ্য্য আৰু দাস দাসী আদি সকলো বিষয় পৰিচালনাৰ ভাৰ তোমাৰ ওপৰত ন্যস্ত কৰা হ'ল। আন কি? মোৰ এই প্ৰাণকো তোমাৰ ওপৰতে গটোৱা হ'ল।' পত্নী গোমিনীয়ে কোনো উত্তৰ নিদি মনে মনে ৰ'ল। সেইবাবে কৈছো যে গৃহস্থৰ প্ৰিয় আৰু হিতকৰ হৈছে ভাৰ্য্যাৰ গুণ।

# ৩। নিম্ববতীৰ সাধু

যক্ষই পুনৰাই কলে, 'এতিয়া নিম্ববতীৰ সাধুটো কোৱা।' মই কলো, যে সৌৰাষ্ট্ৰ দেশত বলভী নামে এখন নগৰ আছে। সেই নগৰত কুবেৰৰ দৰে অতিশয় ধনশালী এজন সদাগৰ আছিল। সদাগৰৰ নাম গৃহগুপ্ত? সেই সদাগৰৰ এজনী ছোৱালী ওপজে। ছোৱালীজনীৰ নাম ৰত্নাবতী। ছোৱালীজনীয়ে যেতিয়া বিয়াৰ উপযুক্ত বয়সত ভৰি দিলে, তেতিয়া মধুমতী নগৰৰ বলভদ্ৰ নামে এজন সদাগৰৰ লৰালৈ বিয়া দিলে। বিয়া হৈ যোৱাৰ পিচত যিদিনা পতি পত্নীৰ প্ৰথম মিলন হয়, কি কাৰণত জনা নাযায়, কন্যা ৰত্নাবতীয়ে স্বামীৰ ৰতি সুখত অন্তৰায়ৰ সৃষ্টি কৰিলে। সেই কাৰণে পতি বলভদ্ৰ ভাৰ্য্যা ৰত্নাবতীৰ ওপৰত অত্যন্ত বিৰক্ত হৈ পৰে। তেওঁ এনে বিৰক্ত হৈ পৰিল যে ৰত্নাবতীৰ মুখকে নাচাওঁ বুলি প্ৰতিজ্ঞা কৰিলে। বন্ধু বান্ধৱে কথাটোৰ গম পাই তেনে নিষ্ঠুৰ প্ৰতিজ্ঞা প্ৰত্যাহাৰ কৰিবলৈ বলভদ্ৰক বহু অনুনয় বিনয় কৰিলে, কিন্তু তেওঁলোকৰ সেই সকলো অৰণ্যৰ ৰোদনত পৰ্য্যবসিত হ'ল। তেতিয়া দুৰ্ভগা ৰত্নাবতীৰ ওপৰত শহুৰেক শাহুৱেক আৰু মাতা পিতা আদি সকলো বন্ধুবৰ্গ বিৰক্ত হৈ পৰিল। এওঁ "ৰত্নাবতী" নহয় "নিম্ববতী"হে এই বুলি বহু নিন্দা আৰু তিৰস্কাৰ কৰিব ধৰিলে। ৰত্নাবতী স্বামীৰ দ্বাৰা উপেক্ষিতা আৰু আত্মীয় স্বজনৰ দ্বাৰা তিৰস্কৃতা হৈ অত্যন্ত অনুতপ্ত হৈ পৰিল। সকলো জগৎ অন্ধকাৰ যেন দেখিলে। দিক্‌বিদিক্ যেন শূন্য বোধ কৰিলে। মনত চিন্তা কৰিলে যে এতিয়া মোৰ গতি কি হব? সকলোৰে অবজ্ঞাৰ পাত্ৰ হৈ ঘৃণনীয় ভাৱে কেনেকৈ এই জীৱন যাপন কৰিম?

এনেকৈ কিছুদিন গ'ল। এদিনাখন এজনী বুঢ়ী তাপসীক লগ পালে। তেওঁ এটা কমণ্ডলুত ভৰাই কিছুমান ফুলনিৰ্ম্মালী লৈ আহিছিল। ৰত্নাবতীয়ে তেওঁক প্ৰণাম কৰিলত সন্ন্যাসিনীয়ে আশীৰ্ব্বাদ কৰি তাৰ পৰা কিছু ফুলনিৰ্ম্মালী দিলে। ৰত্নাবতীয়ে ভক্তিভাৱে দুয়ো হাত পাতি

নিৰ্ম্মালীলৈ মূৰত দিলে আৰু সন্ন্যাসিনীৰ ভৰিত পৰি কান্দিবলৈ ধৰিলে। সন্ন্যাসিনীয়ে দয়াপৰবশ হৈ ৰত্নাবতীক মাটিৰপৰা তুলি মৰম কৰি কিয় কান্দিছে তাৰ কাৰণ সুধিলে। লাজৰ কথা হলেও কাৰ্য্যৰ গুৰুত্ব বুজি ৰত্নাবতীয়ে সন্ন্যাসিনীৰ ওচৰত কোনো কথাকে গোপন নকৰিলে। তেওঁ কলে 'আই! মোৰ দুৰ্ভাগ্যৰ কথা কি জনাম? তিৰোতাৰ পক্ষে এনে উপেক্ষিত জীৱনধাৰণ কৰাতকৈ আত্মহত্যা কৰি প্ৰাণত্যাগ কৰা শতগুণে শ্ৰেয় বিশেষতঃ কুল কামিনীসকলৰ পক্ষে। আই, ময়ে তাৰ প্ৰথম উদাহৰণ। মই হতভাগিনী এনে ঘৃণাৰ পাত্ৰ হৈ পৰিছো, যে নিজৰ জন্মদাতা আই পিতায়ো চকুৰ শুল যেন দেখাত পৰিছে, আপুনি নাজানে এনে বিদ্যা কোনো নাই বুলিয়ে মোৰ অনুমান হৈছে। যদি কিবা উপায় কৰি মোক স্বামীৰ অনুগ্ৰহৰ পাত্ৰ কৰি দিব পাৰে তেতিয়া হলে এই দাসী চিৰদিনলৈ আপোনাৰ ওচৰত ঋণী হৈ থাকিব। নহলে এই নিৰৰ্থক জীৱন কিবা প্ৰকাৰে বিসৰ্জ্জন দিব লাগিল।' এই বুলিকৈ সন্ন্যাসিনীৰ ভৰিত পৰি আকৌ কান্দিবলৈ ধৰিলে।

ৰত্নাবতীৰ করুণ বিননিত সন্ন্যাসিনীৰ হৃদয় গলি গ'ল। ৰত্নাবতীৰ দুখত দুখিত হৈ তেওঁৰো চকুলো সৰ্ সৰ্ কৈ বব ধৰিলে। সন্ন্যাসিনীয়ে পিচত ধৈৰ্য্য অবলম্বন কৰি ৰত্নাবতীক মাটিৰ পৰা তুলি সান্ত্বনা দি কলে, বাচা! চিন্তা নকৰিবা। মোৰ শক্তিয়ে কুলায় মানে তোমাৰ অভীষ্ট সিদ্ধিৰ কাৰণে আজিৰ পৰা যত্ন কৰিম। তোমাৰ যুক্তি পৰামৰ্শ অনুসাৰে কাম কৰিবলৈ তোমাৰ ওচৰত প্ৰতিজ্ঞা কৰিলো। আত্মহত্যা ৰূপ এনে দুঃসাহসিক অসৎকাৰ্য্য কৰিব নালাগে। তুমি যদি এনে সন্তপ্তা হৈছা, তেনে হলে মোৰ ওচৰত থাকি কিছুদিন তপস্যা কৰা। তোমাৰ এই অৱস্থাটো বোধ কৰোঁ কিবা প্ৰাক্তন দুষ্কৰ্ম্মৰ ফল হব। নহলে এনে উচ্চকুলসম্ভূত আৰু নিৰতিশয় ৰূপ গুণ লাৱণ্যবতী হোৱা সত্বেও কিয় স্বামীৰ বিৰক্তিৰ পাত্ৰহৈ পৰিবা? তোমাৰ বুদ্ধি চোকা যেন অনুমান হৈছে। যদি স্বামীৰ খং ভাঙিবৰ কিবা উপায় উদ্‌ভাবন কৰিব পাৰিছা, তেনেহলে সেইটো কোৱা, মই যি কৰিব পাৰো, তাক কৰিবলৈ প্ৰস্তুত



আছোঁ।' সন্ন্যাসিনীৰ কথা শুনি ৰত্নাবতীয়ে অলপ সময় তলমূৰা হৈ থাকি এটা হুমুনিয়াহ পেলালে। পিচত অলপ চিন্তা কৰি কলে, "আই। তিৰোতাবিলাকৰ স্বামীয়েই একমাত্ৰ গতি আৰু দেবতা। বিশেষকৈ উচ্চ বংশোৎপন্ন সকলৰ। গতিকে যাতে পতিশুশ্ৰূষাৰ অধিকাৰিণী হব পাৰো, তাৰবাবে উপায় এটাৰ কথা ভাবিছো। আপোনাৰ মনত বা কেনে লাগে চিন্তা কৰি চাব।

'আমাৰ এই নগৰতে অন্য এজন সদাগৰ আছে। তেওঁ বৰ আঢ্যবন্ত মানুহ। তেওঁক ৰজায়ো সমাদৰ কৰে। তেওঁৰ এজনী ছোৱালী আছে। নাম কণকবতী। ছোৱালীজনীৰ এতিয়াও বিয়া হোৱা নাই। তেওঁ ৰূপেগুণে আৰু কলা কৌশলেদি মোৰ সমান। সেই দেখি মই তেওঁৰ সৈতে সখী কৰিছোঁ। আমাৰ দুয়োৰো মাজত এটা নিবিৰ সম্পৰ্ক গঢ়ি উঠিছে। মোৰ স্বামীয়েও তেওঁক বৰ ভাল পায়। মই সখী কণকবতীৰ সৈতে গোপনে পৰামৰ্শ কৰি তেওঁতকৈয়ো বেচিকৈ ধুণীয়া সাজপাৰলৈ তেওঁ থকা প্ৰাসাদৰ ওচৰত এদিন ঘিলা খেলিম। আপুনি সিদিনা মোৰ স্বামীৰ ওচৰলৈ গৈ কব যে কনকবতীৰ মাকে কনকবতীৰ ঘিলা খেলা চাবলৈ তোমাক মাতিছে। তুমি কনকবতীৰ বিহাৰ মন্দিৰলৈ যাব লাগে। এই বুলি উৎসাহিত কৰি তেওঁক কোনোমতে তালৈকে লৈ যাব। আপোনালোক যেতিয়া গৈ তাত উপস্থিত হব, তেতিয়া মই কনকবতী ৰূপে তাতগৈ নানা ভাৱভঙ্গী কৰি খেলা কৰিম। আপোনালোক মোৰ খেলা দেখা পাই তন্ময় হৈ পৰিব, মই তেতিয়া ক্ৰীড়াৰ ছলেৰে আপোনা লোকৰ গাৰফাললৈ ঘিলাটো মাৰি দিম। তেতিয়া আপুনি ঘিলাটো বুটলি লৈ স্বামীৰ হাতত দি কব যে, 'বোপা! বোধ কৰোঁ তুমি চিনিব পাৰিছা যে এইজনী তোমাৰ ভাৰ্য্যাৰ সখী বণিক শ্ৰেষ্ঠ নিধিপতি দত্তৰ কন্যা কনকবতী। তুমি ৰত্নাবতীৰ ওপৰত বিৰক্ত হৈ নীষ্ঠুৰ ব্যৱহাৰ কৰা বুলি শুনিব পাৰি এওঁ তোমাক গৰিহণা দিছে। যদিও ঘিলাটো তোমাক উদ্দেশ্য কৰিয়ে এইফালে দলিয়াই দিছে, তথাপি বিপক্ষৰ বস্তু গ্ৰহণ কৰাটো মই ভাল কাম বুলি নাভাবো। গতিকে ঘিলাটো ওভতাই

দিয়া ভাল।' আপোনাৰ এই কথা শুনিলে তেওঁ ঘিলাটো দিয়াৰ কাৰণে নিশ্চয় মোৰফালে হাত আগবঢ়াব। তেতিয়া ঘিলাটো গ্ৰহণ কৰাৰ ছলেৰে মই তেওঁৰ কৰমৰ্দ্দন কৰিম। এনে কৰিলে তেওঁ মোৰ মনৰ অভিপ্ৰায় তৎক্ষণাৎ বুজি পাব, আৰু লগে লগে মোৰ প্ৰতি আকৃষ্ট হৈ পৰিব।" ৰত্নাবতীৰ কথাত সন্ন্যাসিনী আনন্দিত হ'ল আৰু তেওঁ আগবঢ়োৱা পৰামৰ্শ মতে কাম কৰিলে। সন্ন্যাসিনীৰ কথাত ভোলগৈ বলভদ্ৰ ঘিলা খেলা চাবলৈ কনকবতীৰ মন্দিৰলৈ আহিল।

তেতিয়া সন্ন্যাসিনীয়ে বলভদ্ৰৰ গাত হাত বুলাই কলে; 'বোপা! চোৱা, কনকবতীয়ে কেনে সুন্দৰ খেলা কৰিছে।' বলভদ্ৰৰ আগৰে অলপ সন্দেহ আছিল যদিও সন্ন্যাসিনীৰ চাটু কথাত মুগ্ধ হৈ কনকবতী বুলি মনত দৃঢ় ধাৰণা কৰি অনুৰক্ত হৈ পৰিল। বলভদ্ৰ এনে আকৃষ্ট হ'ল যে সেই ৰাতিৰ ভিতৰতে ৰত্নাবতীকলৈ অন্য দেশ অভিমুখে যাত্ৰা কৰিলে। যোৱাৰ সময়ত কোনোৱে গম ধৰিব নোৱাৰাকৈ বহু ধন সোন লগত লৈ গ'ল। পিচ দিনা সন্ন্যাসিনীয়ে নগৰত প্ৰচাৰ কৰিলে, যে যোৱা কালি নিশা বলভদ্ৰই মোক কলে, যে আই! মই ৰত্নাবতীক অনাহকতে উপেক্ষা কৰিছো। মোৰ মনত এতিয়া অনুতাপ আহিছে। আগতে প্ৰতিজ্ঞাপূৰ্ব্বক উপেক্ষা কৰি এতিয়া, কেনেকৈ তেওঁক গ্ৰহণ কৰি বন্ধু বান্ধবৰ মাজত থাকো? এনেকৈ থাকিলে মোক জানো সকলো মানুহে উপহাস নকৰিব? বিশেষকৈ শহুৰ শাহু আদিৰ আগত আৰু মুখ দেখুৱাই থাকিব নোৱাৰিম। গতিকে মই আজি ৰাতিৰ ভিতৰতে ৰত্নাবতীকলৈ অইন ঠাইলৈ যাওঁ, যাতে কাৰো একো উপহাসস্পদ হৈ জীৱন যাপন কৰিব লগীয়াত নপৰোঁ। গতিকে মোৰ বিশ্বাস এয়ে যে ৰত্নাবতীৰ প্ৰতি বলভদ্ৰৰ মনৰ ভাৱ সলনিহৈ গৈছে। সেই কাৰণে নিজৰ ভাৰ্য্যাক লৈ দেশান্তৰলৈ গ'ল। বলভদ্ৰ ৰাতিৰ ভিতৰতে এনেদৰে অকস্মাৎ অন্তৰ্হিত হোৱা দেখা পাই পিতা মাতা আদি আত্মীয় স্বজনবৰ্গ যদিও বৰ ব্যগ্ৰ হৈ পৰিছিল, সন্ন্যাসিনীৰ পৰা অন্তৰ্দ্ধানৰ বিবৰণ জানিব পাৰি কিছু পৰিমানে নিশ্চিন্ত হ'ল।



যোৱাৰ সময়ত ৰত্নাবতীয়ে বাটতে এজনী বান্দী সংগ্ৰহ কৰি ললে। য'তে যেতিয়া থাকে তাতে তাইৰ দ্বাৰা খাদ্যদ্ৰব্য আদি সংগ্ৰহ কৰি লয়। তেওঁলোক তিনিও জন গৈ খেটকপুৰ নামে গাওঁ এখনত উপস্থিত হ'ল! বলভদ্ৰ বেপাৰীৰ ল'ৰা। বাণিজ্য কাৰ্য্যত নিপুণ। গতিকে সেই খেটকপুৰত থাকি বেপাৰ বাণিজ্যৰ আৰম্ভ কৰিলে। কম সময়ৰ ভিতৰতে সামান্য মূল ধনেৰে বহু অৰ্থ উপাৰ্জ্জন কৰিলে। শেষত গৈ বলভদ্ৰই বেপাৰী বিলাকৰ ভিতৰত শ্ৰেষ্ঠ আঢ্যবান হৈ উঠিল।

এই সংসাৰত কৰিব নোৱাৰে এনে কাম বিৰল। সকলো ধনৰ বশীভূত। বলভদ্ৰই ধনৰ বলত বহু দাসদাসী ৰাখিলে। চাকৰ বা চাকৰাণী যিমানে পুৰণি হয়, সিমানে সিহঁত চালাক হৈ পৰে সিহঁত পাচত ইমান দগাবাজ হয়, যে প্ৰভুৰ ওপৰতো আধিপত্য বিস্তাৰ কৰিবলৈ আগবাঢ়ে। কামকাযত প্ৰায়ে ফাকি দিয়ে। সুবিধা পালে বস্তু বেহানি চুৰ কৰিবলৈয়ো নেৰে। কথাই কথাই মালিকৰ লগতো উত্তৰ দিবলৈ আৰম্ভ কৰে। বলভদ্ৰৰো সেই অবস্থাই হ'ল। ঘৰৰ পৰা আহোতে বাটত যিজনী চাকৰাণীক কিনি আনিছিল, তাই তেনে কামকে আৰম্ভ কৰিলে। তেতিয়া বলভদ্ৰই তাইক কলে, "তই যথাৰীতি আগৰদৰে কাম নকৰ। চকুৰ আগতে বস্তু চুৰ কৰি লুকাই থৱ, আৰু মুখে মুখে প্ৰত্যেক কথাৰে উত্তৰ দিয়, এই বিলাক ব্যৱহাৰ জানো তোৰ উচিত হৈছে? তই এনে বোৰ কাম এৰি পেলাব লাগিব, নহলে ঘৰৰ পৰা বাহিৰ কৰি দিম।"

তাই বলভদ্ৰৰ কথাত বেজাৰ পাই ঘৰৰ পৰা ওলাই আন ঠাইলৈ গুচি গ'ল। ৰত্নাবতীৰ পৰা কথাপ্ৰসঙ্গত তাই তেওঁলোক দুয়োৰে ঘটনাটোৰ কিছু অংশ জানিছিল। চেগ পাই তাই তেওঁলোকৰ গোপনীয় ঘটনাৰ কথা ইফালে সিফালে আওঁপকীয়াকৈ নগৰত প্ৰচাৰ কৰিলে। কথাটো ইকাণে সিকাণে গৈ ৰজাৰ ওচৰ পালে। শুনি ৰজা বৰ ৰুষ্ট হ'ল। নগৰৰ কিছুমান সম্ভ্ৰান্ত লোকক মাতি আনি কলে যে এই দুষ্ট বণিক্ বলভদ্ৰই সদাগৰ নিধিপতি দত্তৰ কন্যা কনকবতীক অপহৰণ কৰি আনি ইয়াত গোপনে বসবাস কৰি আছে। পৰস্ত্ৰী অপহৰণ কৰা

অপৰাধত মই তাৰ সৰ্ব্বস্ব ৰাজভৰাললৈ আনি যথোচিত শাস্তি দিম। আপোনালোকে যেন ইয়াত বাধা নজন্মায়।

ৰজাৰ অভিপ্ৰায় জানিব পাৰি বলভদ্ৰৰ মনত বৰ আতঙ্কৰ সৃষ্টি হ'ল। তেওঁ মনত থিৰ কৰিলে যে মোৰ আৰু নিস্তাৰ নাই। মই নিশ্চয় ধনে প্ৰাণে গৈছোঁ। মই এতিয়া ক'লৈ যাওঁ? কিবা কৰো? চিন্তান্বিত হোৱা দেখা পাই তেতিয়া ৰত্নাবতীয়ে বলভদ্ৰক কলে, 'আপুনি কিয় ভয় কৰিছে? ৰজাই যেতিয়া মোৰ সম্বন্ধে আপোনাক সুধিব, তেতিয়া আপুনি কব যে এইজনী নিধিপতি দত্তৰ কন্যা কনকবতী নহয়, কিন্তু বলভীনগৰৰ গৃহগুপ্তৰ কন্যা ৰত্নাবতীহে। এওঁক পিতাক মাকে বিধি অনুসাৰে মোলৈ বিয়া দিছে। যদি ইয়াত আপোনাৰ কিবা সন্দেহ থাকে তেতিয়া হলে বলভীনগৰলৈ চৰ পঠাই দি কথাটোৰ সত্যাসত্য প্ৰমাণ কৰক।'

আদালতত বলভদ্ৰৰ বিচাৰ আৰম্ভ হ'ল। বিচাৰকৰ আগত বলভদ্ৰই ৰত্নাবতীৰ পৰামৰ্শমতে উত্তৰ দিলে। তেতিয়া বিচাৰকে বলভদ্ৰক আন এজন সদাগৰৰ দায়িত্বত এৰিদি বলভীনগৰত থকা ৰত্নাবতীৰ পিতাকৰ ওচৰলৈ চৰ পঠাই দিলে। চৰৰ পৰা জোৱাঁয়েকৰ খবৰ পাই ৰত্নাবতীৰ পিতাক আনন্দিত হ'ল, আৰু চৰৰ সৈতে খেটকপুৰলৈ গৈ জোৱাঁয়েকক মুক্ত কৰিলে। পিচত জোৱাঁয়েক জীয়েকক লগতলৈ নিজ ঠাইলৈ উভতি আহিল। এই প্ৰকাৰে কনকবতীৰূপে চিন্তা কৰা সেই ৰত্নাবতী পিচত বলভদ্ৰৰ অত্যন্ত প্ৰিয় হৈ পৰিল। এই কাৰণে কৈছো যে সঙ্কল্পই 'কাম'!"

---

# ৪। নিতম্ববতীৰ সাধু

যক্ষই মোক নিতম্ববতীৰ সাধুটো কবলৈ অনুৰোধ কৰিলে। মই কলো,—শূৰসেন নামে এখন দেশ আছে। সেই দেশৰ ৰাজধানী মথুৰা। তাত এজন সম্ভ্ৰান্ত বংশৰ ডেকা আছিল। ডেকাজন নৃত্যগীত আদি কলাবিদ্যাত বৰ নিপুণ; কিন্তু অত্যন্ত বেশ্যাসক্ত। তেওঁৰ এই এটা মহৎ গুণ আছিল যে তেওঁ বৰ বন্ধু প্ৰিয়। মিত্ৰৰ হকে বহুলোকৰ লগত কাজিয়া কৰে বুলি তেওঁক মানুহে 'কলহকণ্টক' বুলি মাতিছিল। কলহ-কণ্টকে এদিন এজন চিত্ৰকৰৰ হাতত এখন চিত্ৰপট দেখিবলৈ পালে। চিত্ৰপটখনত এগৰাকী সুন্দৰী গাভৰুৰ চিত্ৰ অঙ্কিত আছিল। চিত্ৰখন দেখা পাই সেই গাভৰুৰ ৰূপত তেওঁ মুগ্ধ হৈ পৰিল। তেওঁ চিত্ৰকৰক প্ৰশ্ন কৰিলে ডাঙৰীয়া! এই চিত্ৰপটত থকা গাভৰুৰ ছবিটো দেখা পাই মোৰ মনত এটা বিপৰীত ভাৱৰ উদয় হৈছে। কিয়নো এই ছবিত থকা গাভৰুৰ যেনে ৰূপ দেখা গৈছে এনে ৰূপ সাধাৰণ তিৰোতাৰ থকা সম্ভৱ নহয়। ছবিৰ ওপৰেদিয়ে যি এটা সৰল অথচ উচ্চভাৱৰ ৰেখা ফুটি ওলাইছে ইয়াৰে বুজা যায় যে, গাভৰু কোনো উচ্চ বংশ সম্ভূতা হব! নীচ জাতীয় ৰমণীৰ এনেকুৱা অনিন্দ্য আকৃতি হব নোৱাৰে। শৰীৰৰ কান্তি চম্পাফুলৰ দৰে অতি মনোৰম। মুখ অতি উজ্জ্বল আৰু কমনীয়। দৃষ্টিত চঞ্চলতা নাই। শৰীৰৰ ওপৰেদি প্ৰৌঢ়তাৰ তৰঙ্গ এটা বাগৰি গৈছে। শৰীৰৰ ওপৰত সম্ভোগৰ চিন ও আছে। এওঁ বিৰহিনী বুলিও অনুমান নহয়। কাৰণ বিৰহ অবস্থাত কামিনী বিলাকৰ শৰীৰত পাণ্ডুতা কৃশতা আদি লক্ষণবোৰ প্ৰকাশ পায়। এই বাবে মোৰ বিশ্বাস হৈছে যে এওঁ কোনোবা হীন পৌৰুষ ধনী সদাগৰৰ ভাৰ্য্যা হব। বোধ কৰো স্বামীৰ দ্বাৰা ৰতিসুখত সন্তুষ্ট নোহোৱাৰ বাবে এনে অবস্থাপ্ৰাপ্ত হৈছে।' চিত্ৰকৰে কলহ কণ্টকক বহু প্ৰশংসা কৰি কলে; 'হয় মহাশয়! আপুনি ঠিকেই কৈছে। অবন্তিদেশত উজ্জয়িনী নামে

এখন নগৰ আছে। সেই নগৰত এজন ধনী সদাগৰ বাস কৰে। তেওঁৰ নাম অনন্তকীৰ্ত্তি। অনন্তকীৰ্ত্তিৰ আগৰ স্ত্ৰীবিয়োগ হোৱাত এই চিত্ৰপটত অঙ্কিত কৰা গাভৰুক বিয়া কৰায়। এওঁৰ নাম "নিতম্ববতী।" মই বহু কৌশল কৰি এওঁৰ ছবিটো চিত্ৰপটত আঁকিছো।

চিত্ৰকৰৰ কথা শুনি সেই গাভৰুক দেখাৰ কাৰণে কলহ কণ্টক বৰ উদ্‌বিগ্নহৈ পৰিল। তেওঁ সেই মুহূৰ্ত্ততে উজ্জয়িনীলৈ বুলি যাত্ৰা কৰিলে। উজ্জয়িনীত উপস্থিত হৈ ভাৰ্গৱ নামে এজন ভিক্ষুকৰ বেশ ধৰি সেই সদাগৰৰ ঘৰতগৈ উপস্থিত হ'ল। নানা কৌশল কৰি ক্ৰমে সেই সদাগৰৰ স্ত্ৰী নিতম্ববতীৰ লগত দেখা কৰিলে নিতম্ববতীক দেখা পাই কলহ কণ্টক একেবাৰে উন্মাদৰ দৰে হৈ পৰিল। তেওঁ বুদ্ধি সাজি গাৱঁৰ মানুহ বিলাকক কৈ মেলি এখন মৰিশালিত বাস কৰিব ধৰিলে আৰু সেই মৰিশালিৰ পৰিচালনাৰ ভাৰ নিজে ললে।

তাতে কিছুদিন বাস কৰাৰ পিচত কলহকণ্টকে এদিন এজনী বৌদ্ধ সন্ন্যাসিনী লগ পালে। সন্ন্যাসিনীৰ নাম অহন্তিকা। কলহকণ্টকে নিজ অভীষ্ট সিদ্ধিৰ সেই সন্ন্যাসিনী এটা প্ৰধান উপায় হব ভাবি নানা-প্ৰকাৰে তেওঁৰ সেৱা শুশ্ৰূষা কৰিবলৈ আৰম্ভ কৰিলে। সন্ন্যাসিনী কলহ কণ্টকৰ সেৱাত মুগ্ধ হৈ পৰিল। এদিন কলহকণ্টকে সন্ন্যাসিনীক কলে, 'আই! এটা কামৰ কাৰণে মই আপোনাক অনুৰোধ কৰিম। আপুনি মোৰ প্ৰতি সদয় হৈ সেই কামটো কৰিব লাগিব।' 'কোৱা বাৰু তোমাৰ কাম কি? মোৰ সাধ্যৰ অতীত নহলে মই কৰিবলৈ হেলা নকৰোঁ।' সন্ন্যাসিনীয়ে কলে। আপুনি সদাগৰৰ ভাৰ্য্যা নিতম্ববতীৰ ওচৰলৈ গৈ তেওঁক মোৰ কাৰণে প্ৰলুব্ধ কৰিবৰ যত্ন কৰিব লাগে। তেওঁৰ ৰূপ-সৌন্দৰ্য্যত মই একেবাৰে মুগ্ধহৈ পৰিছো। তেওঁৰ চিন্তাত মোৰ প্ৰাণ যায় অৱস্থা হৈছে।' কলহকণ্টকে কলে। সন্ন্যাসিনীয়ে এবায় কেনেকৈ? তেওঁ কলহকণ্টকৰ কথামতে নিতম্ববতীৰ ওচৰলৈ গ'ল। প্ৰথমে গৈ একো কৰিব নোৱাৰিলে, বৰং নানা তিৰস্কাৰ খাব লগীয়াত হে পৰিল। কলহকণ্টকে তেতিয়া মনত ভাবিলে যে কুলবধূৰ



মনৰ ভাৱ সহজে পৰিবৰ্ত্তন কৰা টান কথা। ইয়াত এটা বিশেষ উপায় উদ্‌ভাৱন কৰিব লাগিব। কলহকণ্টক ৰতিশাস্ত্ৰত বৰ অভিজ্ঞ আছিল। তেওঁ সন্ন্যাসিনীক নানা প্ৰকাৰৰ দূতীকাৰ্য্য পুংখানুপুংখ ক্ৰমে শিকালে। আৰু কলে যে "আপুনি সদাগৰৰ ভাৰ্য্যাৰ ওচৰলৈ আকৌ যাওক। তেওঁক গৈ কব যে আমি সংসাৰৰ অসাৰতা আৰু অনিত্যতা উপলব্ধি কৰি সন্ন্যাস ধৰ্ম্ম অৱলম্বন কৰিছো। বাহিৰত যি দেখা যায় সেইবোৰ সকলো মিছা। মুক্তিহে একমাত্ৰ সত্য সনাতন বস্তু। মুক্তি লাভ কৰিবলৈ হলে যোগ অভ্যাস কৰিব লাগে। সন্ন্যাস ধৰ্ম্ম নললে যোগ অভ্যাস কৰিব নোৱাৰি। সেই কাৰণে অনেক মনীষীয়ে সংসাৰৰ সকলো বস্তুৰ ওপৰত বিৰক্ত হৈ সন্ন্যাস গ্ৰহণ কৰে, আৰু যোগ অভ্যাস কৰি তাৰ দ্বাৰা নিৰ্ব্বাণ মুক্তি পায়! মই তোমাৰ ওচৰলৈ অহাৰ কাৰণে মনত অন্যপ্ৰকাৰ ভাবৰ উদয় হৈছে। আমাৰ দৰে সৰ্ব্বত্যাগী মানুহে জানো কুলবধূৰ চৰিত্ৰ নষ্ট কৰিবলৈ সাহস পায়? তুমি জানো এনে কথা কৰবাত কেতিয়াবা শুনিব পাইছা? তোমাৰ ৰূপলাৱণ্য, অসাধাৰণ পৰিপূৰ্ণ যৌৱন, আৰু অতুল ঐশ্বৰ্য্য আদি দেখিহে অন্য সাধাৰণ তিৰোতাৰ দৰে তোমাক চাঞ্চল্যাই স্পৰ্শ কৰিছেনে নাই তাকে পৰীক্ষা কৰাৰ কৰণেহে তোমাক তেনেকৈ কৈছিলো? তুমি মনত ধৰি নলবা যে মোৰ মনত কিবা অসৎ অভিপ্ৰায় আছে। তোমাৰ এই সাধু ব্যৱহাৰ আৰু অচঞ্চল ভাব দেখি সঁচাকৈ মই বৰ মুগ্ধ হৈ আশীৰ্ব্বাদ কৰিছো যে অচিৰকালৰ ভিতৰতে পুত্ৰ মুখ দৰ্শন কৰি তুমি সুখিনী হোৱা। তুমি সংসাৰী মানুহ। সকলো ঐশ্বৰ্য্য থাকিলেও সন্তানহীন হলে সংসাৰী মানুহৰ মনত সেই ঐশ্বৰ্য্য বিষ যেন হয়, সি কেতিয়াও সুখ আনি দিব নোৱাৰে। মই বুজি পাইছো তুমিও সেই সন্তান ধনৰ অভিলাসিনী? কিন্তু তোমাৰ সন্তান যে সহজে হব, মই তাৰ আশা কৰিব পৰা নাই। কিয়নো স্ত্ৰী আৰু পুৰুষৰ শুক্ৰ-শোণিতৰ সম্পৰ্কত হে সন্তান ওপজে? অকল স্ত্ৰীৰ শোণিত অথবা পুৰুষৰ শুক্ৰত নহয়। তোমাৰ স্বামীৰ মই যেনে অৱস্থা দেখিছো। মোৰ বিশ্বাস তেওঁৰ সেই সন্তান উৎপাদিকা

শক্তি বোধকৰো একেবাৰে নাই। গতিকে তুমি যে সহজে সন্তানৰ মাক হব পাৰিবা মই এইটো বিশ্বাস কৰিবলৈ টান পাইছো। সম্ভৱত তেওঁ কোনোবা দুষ্ট গ্ৰহৰ দশাত পৰিছে, নহলে তেওঁৰ শৰীৰৰ অৱস্থা কিয় তেনে শোচনীয় হব? ইমান ঐশ্বৰ্য্য আৰু সুখ সম্ভোগৰ মাজত থাকিও যে তেনে দুৰৱস্থা হৈছে বোধকৰো কোনো দুষ্টগ্ৰহ প্ৰবল হৈ উঠিছে। এই গ্ৰহদোষৰ শান্তি কৰিলে সেই দোষৰ উপশম হব পাৰে। যদি তুমি সেইটো কৰিবলৈ মন কৰা, তেনেহলে ময়ে তাৰ ব্যৱস্থা কৰি দিব পাৰোঁ। তোমালোকৰ এই নগৰতে এজন মন্ত্ৰসিদ্ধ সাধক পুৰুষ আছে। তুমি কালিলৈ ৰাতি তোমালোকৰ ঘৰৰ ওচৰৰ বাগানলৈ অকলে যাবা; মই তেওঁক তালৈ মাতি আনিম। যেতিয়া তেওঁ তোমাৰ ওচৰত উপস্থিত হব, তেতিয়া তুমি তেওঁৰ কোলাত এখন ভৰি তুলি দিবা। সাধকে তেতিয়া তোমাক অভিমন্ত্ৰিত কৰিব। তুমি তাৰপৰা ঘৰলৈ উভতি গৈ, অনুৰাগৰ সৈতে তোমাৰ স্বামীক পদাঘাত কৰিবা। তেতিয়া তোমাৰ স্বামীৰ সকলো গ্ৰহদোষ নষ্ট হব। আৰু স্বামী অসীম শক্তিসম্পন্ন হৈ পৰিব। তেতিয়া তুমি তেওঁৰ অতি প্ৰেম ভাজন হৈ পৰিবা আৰু অচিৰকালৰ ভিতৰতে সন্তানৰ মুখো দেখিবলৈ পাবা। এনেকুৰাকৈ কলে নিতম্ববতী তেনেকাৰ্য্য কৰিবলৈ বোধকৰো সম্মত হব। আপুনি তেতিয়া নিতম্ববতীক উদ্যানত সুমুৱাই থৈ মোক খবৰ দিব। পিচত মই যি কৰিব লাগে কৰিম। বোধকৰো আপুনি মোৰ এইখিনি কাম কৰিবলৈ পশ্চাৎপদ নহব।" সন্ন্যাসিনীয়ে কাম কৰিম বুলি গাত ললে। আৰু নিতম্ববতীৰ ওচৰলৈ গৈ তেনে কাৰ্য্য কৰিবলৈ তেওঁক সম্মত কৰালে।

সন্ন্যাসিনীৰপৰা তেনে কাৰ্য্য কৰিবলৈ নিতম্ববতী সম্মত হোৱা বুলি জানিব পাৰি, কলহকণ্টক বৰ উল্লাসিত হ'ল। যেতিয়া ৰাতি হ'ল,— কলহকণ্টক গৈ বাগানৰ এচুকত লুকাই থাকিল। সন্ন্যাসিনীৰ প্ৰৰোচনাত পৰি, ভোল গৈ, নিতম্ববতীও সেই বাগানলৈ গ'ল। গম পাই কলহ-কণ্টক আহি নিতম্ববতীৰ ওচৰত উপস্থিত হ'ল। তেতিয়া সন্ন্যাসিনীৰ



উপদেশ অনুসাৰে নিতম্ববতীয়ে কলহকণ্টকৰ কোলাত ভৰি দুখন তুলি দিলে। কলহকণ্টকে অন্ধকাৰ নিশাত লাৰি চাই মন্ত্ৰপূত কৰাৰ ছলেৰে ছুৰী এখনৰ আগেৰে উৰুৰ ওচৰত এটা আচোৰ মাৰী দিলে। দুখ পাই নিতম্ববতীয়ে ভাৰি দুখন আজোৰ মাৰাত ভৰিৰপৰা নূপুৰ এপাত সলোকাই ৰাখি তাৰপৰা কলহকণ্টক বেগেৰে ওলাই গ'ল। নিতম্ববতী ভয়ত থৰ্থৰ্কৈ কঁপিব ধৰিলে। আৰু নিজৰ অবিবেচনাৰ কথা মনত চিন্তা কৰি নিজকে ধিক্কাৰ দিব ধৰিলে। পিচত খঙত জ্বলি-পকি প্ৰতাৰক সেই সন্ন্যাসিনীক বিচাৰিব ধৰিলে। বিচাৰিলে আৰু পায় ক'ত? সন্ন্যাসিনী আগতে তাৰপৰা আঁতৰি পৰিছে, কিজানিবা পিচত গতি বিষমেই হয়? নিতম্ববতীয়ে দুখ বেজাৰত নিতান্ত উদবিগ্ন হৈ বাগানৰ ভিতৰত থকা পুখুৰীত উৰুৰ তেজবিলাক ধুই, কটাখিনিত এখন কাপোৰ বান্ধি, বিষণ্ণ মনে ঘৰলৈ আহিল। ঘৰলৈ আহি আন এপাত নূপুৰ পিন্ধি অসুখ হোৱাৰ ভাও কৰি শুই ৰ'ল।

কেইদিনমান যোৱাৰ পিচত সেই ধূৰ্ত্ত কলহকণ্টকে এদিন সেই নূপুৰপাত বেচিবলৈ বুলি সেই সদাগৰৰ ওচৰলৈ আহিল। সদাগৰে নূপুৰপাত চিনিব পাৰি কলহকণ্টকক কলে, হেৰা! তুমি এই নূপুৰপাত ক'ত পালা? এইপাত দেখো মোৰ ভাৰ্য্যাৰ? কলহকণ্টকে কলে, 'এই নূপুৰপাত পোৱাৰ এটা ডাঙৰ ৰহস্য আছে। ঘটনাটো অকলে আপোনাৰ আগত কলে কিজানি আপুনি বিশ্বাস নকৰে? গতিকে মই বণিক সমাজৰ আগতহে কম।' তেতিয়া সদাগৰৰ মনত এটা সন্দেহ জন্মিল। তেওঁ বণিক সমাজক আহ্বান কৰিলে। সদাগৰৰ আহ্বান অনুসৰি বণিক সকল আহি উপস্থিত হ'ল। তেতিয়া সদাগৰে এজনী চাকৰাণীক কলে তুমি মোৰ ভাৰ্য্যাৰ ওচৰলৈ গৈ কবা যে 'আপোনাৰ স্বামীয়ে আপোনাৰ সোঁ-ভৰিৰ নূপুৰপাত মোৰ হাতত দি পঠাব কৈছে। তেখেতৰ বোলে কিবা প্ৰয়োজন আছে।' সদাগৰৰ আদেশ অনুসাৰে চাকৰাণী সদাগৰৰ ভাৰ্য্যা নিতম্ববতীৰ ওচৰলৈ গ'ল, আৰু তাৰপৰা ঘূৰি আহি সদাগৰক কলে, যে 'যোৱা পৰহি সন্ধ্যাবেলা মই আমাৰ আম্ৰকাননলৈ

ফুৰিবলৈ গৈছিলো। মোক সোঁ-ভৰিৰ নূপুৰপাত তাতে কৰবাত কেনেবাকৈ ওলাই পৰিছে। বহুবিচাৰ কৰিও নোপোৱাত আন এই পাত পিন্ধিছো, এই বুলি আয়ে কৈ এই পাত নূপুৰ দি পঠাইছে।'

নূপুৰপাত লৈ সদাগৰ আৰু কলহকণ্টক বণিক সমাজত উপস্থিত হ'ল। তেতিয়া কলহকণ্টকে সমাজৰ মাজত হাত যোৰ কৰি কলে, যে আপোনালোক সকলোৰে এইটো জনা আছে যে, মই আপোনালোক সকলোৰে নিৰ্দ্দেশ অনুসাৰে নগৰৰ ওচৰত মৰিশালিখনৰ ৰক্ষণাবেক্ষণ পূৰ্ব্বক বসতি কৰি আছো। কোনোৱা ধূৰ্ত্তলোকে মোৰ অনুপস্থিতিত ৰাতিৰ বেলা বেয়াভাৱে শৱ দাহন কৰিব পাৰে, এই ভাবি মই ৰাতি সদায় পহৰা দি আছো। দেখিলো ঘোৰ কৃষ্ণ বৰ্ণৰ ভীষণ আকৃতিৰ তিৰোতা এজনী আহি এটা আধা পোৰা মৰা শৱ এফালে ধৰি টানিব ধৰিছে। প্ৰথমে তেনে বীভৎসাকাৰ মূৰ্ত্তি দেখা পাই যদিও অলপ ভয় লাগিছিল, তথাপি বুকু ডাঠ কৰি, লাহে লাহে, চুপি চুপি গৈ পাচ ফালৰপৰা তাইক ধৰি পেলালো। মোৰ হাতত এখন ছুৰী আছিল। মই ধৰা দেখি তাই যেতিয়া টনা আজোৰা লগালে, তেতিয়া তাইৰ উৰুত হঠাতে এটা ছুৰীৰ আঁচোৰ লাগিছে। তাইৰ ভৰিত নূপুৰ পিন্ধা আছিল। মই তাইৰ অজ্ঞাতসাৰে নূপুৰ এপাত সোলোকাই ৰাখি, এৰি দিলো। এৰি দিয়া মাত্ৰ কে যে তাই তাৰপৰা কলৈ গ'ল মই একো গম ধৰিব নোৱাৰিলো। এয়ে নূপুৰ পোৱাৰ প্ৰকৃত ঘটনা। অইন একো নাই।

নিতম্ববতীৰ অৱস্থাৰ লগত সেই ধূৰ্ত্ত কলহকণ্টকে কোৱা ঘটনাৰ সম্পূৰ্ণ মিল থকা দেখা পাই সমজুৱাবিলাকে তেওঁক কোনোৱা ছদ্মবেশী ৰাক্ষসী বুলি থিৰ কৰিলে। স্বামী মণিভদ্ৰৰ মনৰ মাজতো সেই ভাৱৰে উদয় হ'ল। তেতিয়া নিতম্ববতীক নানান শাস্তি দি ঘৰৰপৰা উলিয়াই দিলে। ধূৰ্ত্তৰ দুৰ্ভেদ্য মায়া পাশত বন্দী হৈ বেচেৰী নিতম্ববতীয়ে ঘৰৰপৰা ওলাই গৈ দিগ্ বিদিক্ আন্ধাৰ যেন দেখিলে। শেষত এনেভাৱে নিন্দনীয় জীৱন ধাৰণ কৰাতকৈ মৃত্যুৱেই শ্ৰেয় বিবেচনা কৰি আত্মহত্যা কৰাৰ অভিপ্ৰায়ে মৰিশালিলৈ গৈ এজোপা গছত জৰী লগাই প্ৰাণত্যাগ কৰাৰ উপক্ৰম



কৰিলে। ধূৰ্ত্ত কলহকণ্টকে গম পাই দৌৰাদৌৰিকৈ তালৈ গ'ল আৰু বহু অনুনয় বিনয় কৰি নিতম্ববতীক মৰণৰপৰা বিৰত কৰিলে। পিচত ভৰিত ধৰি অনুনয় কৰি কলে, "সুন্দৰি! তোমাৰ অসামান্য ৰূপ-লাৱণ্যত মুগ্ধ হৈ আজীৱন প্ৰেয়সীৰূপে তোমাক পাবলৈ বুলি সন্ন্যাসিনীৰ হতুৱাই ময়ে এইবোৰ কৌশল কৰিছো! ক্ষমা কৰিবা প্ৰিয়ে? তোমাৰ কেতিয়াও কোনো বিপদৰ সম্ভাৱনা নাই।" নিতম্ববতীয়েও গত্যন্তৰ নেদেখি সেই কলহকণ্টকক ভজনা কৰিলে। এই কাৰণে কৈছো, যে দুষ্কৰ কাৰ্য্যসাধনৰ উপায় হৈছে বুদ্ধি।

উদাহৰণৰ সৈতে প্ৰশ্নকেইটাৰ উত্তৰ পাই যক্ষ মোৰ ওপৰত বৰ সন্তুষ্ট হ'ল। মোক বহু প্ৰশংসা কৰি কলে, 'আপোনাৰ উত্তৰ শুনি মই বৰ সন্তুষ্ট হলো। আপুনি এতিয়া য'লৈ ইচ্ছা যাব পাৰে। যদি কেতিয়াবা কিবা কাৰণত মোৰ প্ৰয়োজন হোৱা যেন ভাবে, তেনেহলে যথা সময়ত স্মৰণ কৰিবলৈ নেপাহৰে যেন।'

এই সময়তে দেখিলো যে আধাফুলা বকুল ফুলৰদৰে কিছুমান মুক্তা জলবিন্দুৰ সৈতে আকাশৰপৰা পৰিব ধৰিছে। মই উদ্‌গ্ৰীৱ হৈ ওপৰৰ পিনে মুখ তুলিলো বোলো ক'ৰপৰানো এইবোৰ মুক্তা পৰিছে? দেখিলো— এজনী তিৰোতাক এটা ৰাক্ষসে টানি নিব ধৰিছে। তিৰোতাজনী ভয়ত একেবাৰে অজ্ঞানহৈ পৰিছে। গলৰ মুক্তাহাৰ ছিগি মুক্তাবিলাক পৰিব ধৰিছে। মোৰ তেতিয়া ধাৰণা হ'ল যে এই দুষ্ট ৰাক্ষসে এই অবলা ৰমণীক বলপূৰ্ব্বক অপহৰণ কৰিছে। এওঁক ৰক্ষা কৰা নিতান্ত উচিত। কিন্তু মোৰ অস্ত্ৰ-শস্ত্ৰ একো নাই, আকাশত উঠিবলৈকো মই অক্ষম, কি কৰো? প্ৰতিকাৰৰ কোনো উপায় নদেখি মই বৰ বিমূঢ় হৈ পৰিলো। মিত্ৰ যক্ষ মোৰ ওচৰতে থিয় হৈ আছিল। মই তেওঁৰ পিনে চকু ঘূৰালো। তেওঁ মোৰ মনৰ ভাৱ বুজিব পাৰিলে। তেতিয়া তেওঁ ৰাক্ষসৰ তেনে কাৰ্য্য দেখা পাই খঙত জ্বলি-পকি ৰাক্ষসক লক্ষ্য কৰি কলে; হেৰ পাপিষ্ঠ! তই এই অবলা ৰমণীক ক'লৈ টানি নিব খুজিছা? ৰাৰু অলপ পৰ ৰ, এই বুলি আকাশৰ পিনে জঁপ মাৰি সেই ৰাক্ষসক আক্ৰমণ

কৰিলে। তেতিয়া ৰাক্ষসে তিৰোতাজনীক এৰি দি যক্ষৰ সৈতে যুদ্ধত প্ৰবৃত্ত হ'ল। তিৰোতাজনী ৰাক্ষসৰ হাতৰপৰা মুক্ত হৈ পাৰিজাত ফুলৰ দৰে যেতিয়া তললৈ আহিল, তেতিয়া মই হাত দুখন আগবঢ়াই দি ওচৰতে ধৰি লাহেকৈ মাটিত নমাই থলোঁ। মোৰ হাতৰ পৰশ পাই ৰমণীৰ সকলো অঙ্গ শিহৰি উঠিল। তেওঁৰ চকু দুটা আপোনা-আপুনি মুজখালে আৰু সকলো শৰীৰ কঁপিব ধৰিলে। তেওঁ প্ৰায় অজ্ঞান হৈ পৰিল।

ইফালে যক্ষ আৰু ৰাক্ষসৰ মাজত ভয়ানক যুদ্ধ আৰম্ভ হ'ল। পৰ্ব্বতৰ শিলাখণ্ডেৰে দুয়োকো দুয়ো ভীষণ প্ৰহাৰ কৰিব ধৰিলে। দুয়োৰো শৰীৰ ক্ষত হৈ পৰিল। শেষত যক্ষৰ হাতত ৰাক্ষসে প্ৰাণ হেৰুৱালে। ৰমণীক পাহাৰৰ ওপৰৰ পুখুৰীৰ পাৰৰ গছৰ ছাঁত বহুৱাই থৈ মই ভাল শুশ্ৰূষা কৰিলো। ক্ৰমে সংজ্ঞা ফিৰি আহিল। যেতিয়া প্ৰকৃতিস্থ হ'ল, তেতিয়া তেওঁৰ পিনে ভালকৈ চকুদি জানিব পাৰিলো যে ৰমণী অন্য নহয়, মোৰ প্ৰাণ, প্ৰিয়া সেই ৰাজকুমাৰী কন্দুকাৱতী। মই দেখি আচৰিত হলো। পিচত আশ্বাস দি নিশ্চিন্ত কৰিলো। কন্দুকাৱতীয়েও অলপ পৰ মোৰ পিনে একেধিয়ানে চাই ৰৈ মোক চিনিব পাৰি চকুলো পেলাই কান্দিব ধৰিলে, আৰু কলে, 'প্ৰাণনাথ! সেই কন্দুকোৎসৱৰ দিনা আপোনাক দেখা পাই মোৰ মন-প্ৰাণ আপোনাত আসক্ত হৈ পৰে। মই আপোনাক চিৰসঙ্গী কৰিবলৈকে বৰ উৎকণ্ঠিত হৈ পৰিলোঁ। তেতিয়া মোৰ প্ৰিয় সখী চন্দ্ৰসেনাই আপোনাৰ নানা কথা কৈ মোক আশ্বস্ত কৰিলে। আপোনাৰ লগত মোৰ প্ৰণয়ৰ খবৰটো কেনেবাকৈ জানিব পাৰি মোৰ ডাঙৰ ভাই ভীমধন্বাই আপোনাক শৃঙ্খলিত কৰি সাগৰত পেলাই দিয়ে। মই এই ঘটনাটোৰ গম পাই নিৰাশ হৈ পৰিলোঁ। নিষ্ফল আশা বুকুত সাবটি লৈ ব্যৰ্থ জীৱন ধাৰণ কৰাৰ প্ৰয়োজন কি? এই বুলি সখী আদি সকলো পৰি জনক ফাকি দি প্ৰাণ পৰিত্যাগ কৰিবৰ উদ্দেশ্যে উপবনলৈ গলোঁ। উপবনত এই মায়াবী ৰাক্ষসে অকলে লগ পাই কামনা কৰিলে। তাৰ অসৎ প্ৰস্তাৱত মই সন্মত নহলো। উপেক্ষা কৰা দেখি সি মোক



বলপূৰ্ব্বক অপহৰণ কৰি ইয়ালৈ টানি আনিলে। কিন্তু ঈশ্বৰৰ কি অপূৰ্ব্ব মহিমা? ইয়াতে তাৰ অসৎ কাৰ্য্যৰ ফল হাতে হাতে ফলিল। অকল সেয়ে নহয় অনুকূল অদৃষ্টৰ বাবে অভাবনীয়ৰূপে আপোনাৰো দৰ্শন পালোঁ।"

"আপোনাৰ মঙ্গল হ'ক।" "প্ৰিয়া কন্দুকাৱতীৰপৰা সকলো খবৰ শুনি ঈশ্বৰক অশেষ ধন্যবাদ দিলোঁ। পিচত কন্দুকাৱতীক সেই পৰ্ব্বতৰপৰা নমাই আনি নাৱত তুলিলো। নাৱৰীয়াবিলাকে নাও এৰি দিলে। অনুকূল বতাহত নাও আহি অতি সোনকালেই দামলিপ্ত নগৰত লাগিল। আমি সকলোবিলাকে নাৱৰপৰা নামি নগৰত সোমাই প্ৰজা-বিলাকৰ মুখত শুনিবলৈ পালো যে মহাত্মা সুহ্মপতি পুত্ৰ ভীমধন্বা আৰু কন্যা কন্দুকাৱতী অদৃশ্য হোৱাৰ কাৰণে পুত্ৰ কন্যাৰ বিৰহ শোকত ম্ৰিয়মান হৈ পৰিছে, আৰু সেই কাৰণেই প্ৰাণ বিসৰ্জ্জন দিয়াৰ সঙ্কল্প কৰি সপৰিবাৰে গঙ্গাৰ পাৰলৈ যাবৰ উপক্ৰম কৰিছে। গুণমুগ্ধ কিছুমান সম্ভ্ৰান্ত প্ৰজাও তেওঁৰ সৈতে যাবলৈ প্ৰস্তুত হৈছে।

কথাটো শুনি মোৰ শৰীৰ ভয়ত শিয়ৰি উঠিল। ততাতৈয়াকৈ গৈ মই ৰজাৰ ওচৰত উপস্থিত হ'লো, আৰু প্ৰণাম পূৰ্ব্বক সকলো ঘটনা বিবৰি কলোঁ। পিচত তেওঁৰ দুয়োটা ল'ৰা-ছোৱালীক গটাই দিলো। ল'ৰাছোৱালী দুটা পাই সুহ্মপতিয়ে হাততে সৰগ পোৱাৰ দৰে হ'ল। তেওঁ মোৰ ওপৰত বৰ সন্তুষ্ট হৈ বিধি অনুসাৰে কুমাৰী কান্দুকাৱতীক „মোলৈ বিয়া দিলে। সিদিনাৰপৰা কুমাৰ ভীমধন্বা মোৰ অধীন হৈ পৰিল। তেওঁ মোৰ নিৰ্দ্দেশ অনুসাৰে প্ৰাণতকৈয়ো ভাল পোৱা চন্দ্ৰসেনাক কোষদাসক গটাই দিলে।

পিচত ৰজা সিংহ বৰ্ম্মাক „সাহায্য কৰিবলৈ বুলি ইয়ালৈ আহোঁতে আজি হঠাতে আপোনাৰ দৰ্শন পালো।" ঘটনা শুনি ৰজা ৰাজবাহনে কলে, 'দৈৱৰ কি বিচিত্ৰ লীলা? সময়ত পুৰুষাকাৰ বৰ উপকাৰী হয়" এই বুলিকৈ মিচিকিয়া হাঁহি মাৰি মন্ত্ৰগুপ্তৰ ফালে চকু দিলে। কুমাৰ মন্ত্ৰগুপ্তই ৰজাৰ অভিপ্ৰায় বুজিব পাৰি নিজৰ বৃত্তান্ত বৰ্ণাব ধৰিলে।

---

# মন্ত্ৰগুপ্ত চৰিত

## [ ৯ম কুমাৰ ]

মহাৰাজ! অন্যান্য বন্ধুবিলাকৰ দৰে ময়ো, আপোনাৰ অনুসন্ধান কৰাৰ বাবে যাত্ৰা কৰিলো। নানা দেশদেশান্তৰ ঘূৰি ঘূৰি আহি এসময়ত কলিঙ্গ পালো। বাটৰ ওচৰতে এখন চন বাৰী আছিল। বাৰীখন নানা তৰহৰ গছ-গছনিৰে ভৰপূৰ। বহু দূৰ খোজ কঢ়ি যোৱাৰ কাৰণে মোৰ বৰ ভাগৰ লাগিছিল। মই টোপনিত এনে অভিভূত হৈ পৰিলো যে চকু দুটা আপোনা-আনি মুজ খাই গ'ল। গছৰ শুকান পাত কিছুমান গোটাই লৈ এজোপা গছৰ তলত শুই পৰিলো। মোৰ তৎক্ষণাৎ টোপনি আহিল। এনে সময়তে সংহাৰ মূৰ্ত্তি ভগৱতী দুৰ্গাৰ কেশকলাপৰ দৰে নিশাৰ ঘোপ মৰা অন্ধকাৰে ৰজনীক আবৰি পেলালে। নিশাচৰ পশু-পখী আদি জীৱ-জন্তুবিলাকে নিৰ্ভয় মনে ইফালে সিফালে আহাৰ বিচাৰি ফুৰিব ধৰিছে। গৃহস্থ লোকবিলাকো নিজ নিজ বাসভৱনত দিনৰ কৰ্ম্মব্যস্ত শৰীৰে ক্লান্তি নিবাৰণৰ কাৰণে নিদ্ৰাদেৱীৰ আশ্ৰয় গ্ৰহণ কৰিছে। কাৰো ক'তো সাৰি-শব্দ একো নাই। পৃথিবী যেন এটা নিস্তব্ধ অৱস্থাত উপনীত হৈছে। নিশাৰ নিয়ৰৰ কণিকাবিলাক গছৰ পাতৰ আগেদি তপ্ তপ্‌কৈ পৰিব ধৰিছে। শীতৰ প্ৰকোপ অতিশয় বাঢ়ি গ'ল। মাজমান ৰাতি হৈছে— এনে সময়ত কাৰোবাৰ কৰুণ কান্দনৰ ধ্বনি এটা আহি মোৰ কাণত সোমাল। সাৰ পাই কাণ পাতি ভাল দৰে লক্ষ্য কৰিলো কোনে নো বাৰু এই দোভাগ নিশাত কান্দিব ধৰিছে? অলপ পৰ লক্ষ্য কৰি স্পষ্টকৈ বুজিব পাৰিলো যে কোনোবা সুখাসক্ত কিঙ্কৰ কিঙ্কৰীৰ বেজাৰৰ বিননি। সিহঁতে কৈছে যে 'এই পাপিষ্ঠ সিদ্ধৰ দয়া মমতা একো নাই। ইয়াৰ হৃদয় অত্যন্ত নিষ্ঠুৰ। এই হতভাগা কি নিষ্কৰুণ? ৰাতিও আমাক অলপ নিশ্চিন্ত মনে শুব নিদিয়ে। ইয়াৰ সময় অসময় একো নাই। যেতিয়াই



তেতিয়াই আদেশ দি আমাৰ ৰতিসুখৰ ওপৰত একেবাৰে বজ্ৰৰ প্ৰহাৰ কৰে। এনেকুৱা কোনোবা মহাপুৰুষ ওলাবনে যি এই পাপিষ্ঠৰ ইহ লীলাৰ অৱসান ঘটাব পাৰে? এনেকুৱা কোনোবা শক্তিশালী পুৰুষ আছে নে যি ভণ্ড সাধকৰ সাধনাৰ অন্ত পেলাব পাৰিব?' সিহঁতৰ কৰুণ ক্ৰন্দনৰ ধ্বনিয়ে মোৰ মনৰ মাজত এটা প্ৰশ্নৰ অৱতাৰণা কৰিলে যে এই সাধক কোন? আৰু ইয়াৰ সিদ্ধিয়েই বা কি? কিঙ্কৰৰ দ্বাৰা বা ই কি কৰিবৰ অভিলাস কৰিছে? এনে চিন্তা কৰি সেই শব্দ অনুসাৰে এখোজ দুখোজকৈ মই আগ বাঢ়িলো। দেখিলো এজন ভীষণ আকৃতিৰ লোকে এটা মৰা শৰ ওপৰত বহি প্ৰজ্বলিত অগ্নিত হোম কৰিব ধৰিছে। তাৰ সকলো শৰীৰ ভস্মেৰে আচ্ছাদিত, গলত এডাল মানুহৰ হাড়ৰ মালা ওলমি আছে। বিদ্যুতৰ দৰে কপিল বৰ্ণ জটাবিলাক চাৰিওফালে ওলমি পৰিছে। ৰঙা কাপোৰ পৰিধান কৰিছে। কপালত এটা উজ্বল সিন্দূৰৰ ফোঁট, যেন একুৰা জুইহে জ্বলিছে। বাওঁ হাতেৰে ক'লা তিলেৰে কিবাকিবি মন্ত্ৰ পাঠ কৰি প্ৰজ্বলিত অগ্নিত আহুতি দিব ধৰিছে। আন এজন মানুহে ওচৰত থিয় হৈ হাত যোৰ কৰি কৈছে যে প্ৰভো! আদেশ কৰক কি কৰিব লাগে? এনে দেখি মোৰ তেতিয়া ধাৰণা হ'ল যে এই হোম কৰা জনেই সাধক আৰু ওচৰৰ জন কিঙ্কৰ হব? মই একোকে নকৈ সিহঁতে নো কি কৰে তাকে মনে মনে লুকাই চাই ৰলোঁ। তেতিয়া সেই নিশাচৰ সাধকে কিঙ্কৰক কলে, 'তুমি এতিয়াই কলিঙ্গ দেশলৈ যাব লাগে। সেই দেশত কৰ্দ্দম নামে এজন ৰজা আছে। সেই ৰজাৰ কনক লেখা নামে এজনী ছোৱালী আছে। তুমি সেই কন্যাজনীক এতিয়াই অন্তঃপুৰৰপৰা লৈ আহাগৈ।' কি আশ্চৰ্য্য? সিদ্ধৰ আদেশ পোৱা মাত্ৰকে কিঙ্কৰে কন্যাজনীক তৎক্ষণাৎ লৈ আহিল। দেখি মই একেবাৰে বিস্ময় মানিলো। সি কন্যাজনীক আনি সিদ্ধৰ ওচৰত উপস্থিত কৰিলে। কন্যাজনী সেই বিকটমূৰ্ত্তি সিদ্ধক দেখা পাই ভয়ত থৰ্ থৰ্‌কৈ কঁপি উঠিল, আৰু হা পিতা হা আই! বুলি

আৰ্ত্তনাদ কৰি কান্দিব ধৰিলে। পিচত সিদ্ধই কন্যাজনীক বলি দি পূৰ্ণাহুতি দিবলৈ বুলিয়ে হবলা চুলিত ধৰি হোম কুণ্ডৰ ওচৰলৈ টানি নিলে। তাৰ এনে নিষ্ঠুৰ আৰু বীভৎস কাৰ্য্য দেখা পাই মোৰ আৰু সহ্য নহ'ল। খঙত ভৰিৰপৰা মূৰলৈ সকলো শৰীৰ জুইৰ দৰে জ্বলি উঠিল। মই তৎক্ষণাৎ পাচ পিনৰপৰা অতৰ্কিতে গৈ সিদ্ধক আক্ৰমণ কৰি তাৰ হাতৰপৰা তৰোৱালখন কাঢ়ি লৈ একে ঘাপে তাৰ মূৰটো কাটি মাটিত পেলাই দিলোঁ। ওচৰতে এজোপা ডাঙৰ বট গছ আছিল। তাৰ মূৰটো নি সেই বট গছৰ ঢোন্দত সুমাই থলোঁ।

মোৰ এনে উৎকট আৰু আকস্মিক কাৰ্য্য দেখা পাই কিঙ্কৰ একেবাৰে হত বুদ্ধি হৈ পৰিল। সি আনন্দত আত্ম বিস্মৃত হৈ মোৰ ভৰিত পৰি কলে, 'আৰ্য্য ! এই পাপিষ্ঠ সিদ্ধৰ কদৰ্থনাৰ কাৰণে আমি ৰাতিও ভাল টোপানি মাৰিব নোৱাৰাত পৰিছোঁ। আমি ইয়াৰ দাস। সেই কাৰণে আমি ইয়াৰ আদেশ পালন কৰিবলৈ বাধ্য। ই আমাক সদায় তৰ্জ্জন গৰ্জ্জন কৰি ভয় দেখুৱায়, আৰু সৰ্ব্বদায় অসৎ কাৰ্য্যত নিযুক্ত কৰে। আপুনি বৰ দয়ালু আৰু পুণ্যবান লোক। সেই কাৰণে এই পাপিষ্ঠক নিহত কৰি নাৰকিবিলাকৰ ঠাই এটা পূৰণ কৰিলে। আপোনাৰ অনুগ্ৰহত আমিও আজিৰপৰা কষ্টৰ কৰাল গ্ৰাসৰপৰা মুক্ত হলো। সেই কাৰণে আপোনাৰ ওচৰত এই প্ৰাৰ্থনা কৰিলো যে এই দাসজনক আপোনাৰ কিবা এটা কাৰ্য্যত নিযুক্ত কৰি ঋণৰপৰা মুক্ত হবলৈ সুযোগ দিয়ে যেন।'

'যি লোকে অলপ উপকাৰ কৰিলেও বহু উপকাৰ কৰা বুলি মনত ধাৰণা কৰে তেৱেঁই প্ৰকৃত বন্ধু। আপুনিও মোৰ বন্ধু। আপুনি যদি সঁচাকৈ মোৰ উপকাৰ নকৰিলে সন্তুষ্ট নহয়, তেনেহলে এইটো কাম কৰিলেই মই যথেষ্ট উপকাৰ কৰা বুলি ভাবিম যে এই ৰাজকুমাৰীক আপুনি য'ৰপৰা যেনে দৰে ইয়ালৈ আনিছিল ঠিক সেইভাইৰ নি তাত থৈ আহকগৈ। সেই পাপিষ্ঠই এওঁক বৰ কষ্ট দিছে।' মই কলো। মোৰ কথা শুনি ৰাজকুমাৰী এফালে মোৰ প্ৰতি অনুৰাগ আৰু আনফালে নাৰীৰ



স্বভাৱসুলভ লজ্জা এই দুয়োটাৰ টনা-টনিত পৰিল। তেওঁ সাক্ষাৎ কামদেৱৰ ফুল ধনুৰ দৰে ভ্ৰূলতা যুগল ঈষৎ কুঞ্চিত কৰি মোৰ ফালে কেৰাহিকৈ চাই কলে, 'আৰ্য্য ! কালৰ কৰাল গ্ৰাসৰপৰা এই দাসীজনক উদ্ধাৰ কৰি আকৌ মদনানলত আহুতি দিব খোজে নেকি ? ইজনক ভৰিৰ ধূলিৰ দৰে ভৰাত জানো কিবা দোষ বা আপত্তি আছে ? সঁচাকৈয়ে যদি ইজনৰ ওপৰত আন্তৰিক মমতা আছে, তেনেহলে চৰণসেৱাত নিযুক্ত কৰি মৰমৰ নিদৰ্শন দেখুৱাই ভাল। কন্যাৰ অন্তঃপুৰত গোপনে থকাটো নিৰাপদ নহয় বুলি ভবাৰো একো কাৰণ নাই। কিয়নো তাত যিবিলাক মোৰ সহচৰী আছে তেওঁলোক মোৰ অতি অন্তৰঙ্গ আৰু বিশ্বাসী। তেওঁ-লোকৰপৰা ৰহস্যভেদ হোৱাৰ কোনো আশঙ্কাই নাই। অতি যত্ন আৰু সতৰ্কতাৰে তেওঁলোকে আমাৰ ৰহস্য মিলন গোপনে ৰাখিব।'

ৰাজকুমাৰীৰ প্ৰেমপূৰ্ণ কাতৰ উক্তিয়ে মোৰ অন্তৰত এটা অভাবনীয় অনৰ্থৰ হে যেন সৃষ্টি কৰিলে। অৱসৰ পাই কামদেৱে সেই উক্তিকে অৱলম্বন কৰি অসংখ্য পুষ্পশৰ নিক্ষেপ কৰিবলৈ ধৰিলে। মোৰ মন যেন উদ্‌ভ্ৰান্ত হৈ পৰিল। কুটিলকটাক্ষ শিকলিৰে তেওঁ মোক বান্ধি পেলালে। তেতিয়া মই সেই কিঙ্কৰক কলো, যে ভাই ! এই বিশাল নিতম্বা ৰাজ-কুমাৰীৰ আহ্বান প্ৰত্যাখ্যান কৰা মোৰ অসাধ্য হৈ পৰিছে। গতিকে তুমি এই ৰাজকুমাৰীৰ সৈতে মোক কন্যাৰ অন্তঃপুৰলৈ নিব লাগে। নহলে মই শেষত হয়তো স্মৰণীয় অৱস্থা পাব পাৰোঁ।

মোৰ কথা মতে কিঙ্কৰে আনন্দৰ সৈতে মোক আৰু ৰাজকুমাৰীক মায়া বিদ্যাৰ প্ৰভাৱত অদৃশ্যভাৱে নি অন্তঃপুৰত থৈ দিলে। ৰাজকুমাৰীৰ নিৰ্দ্দেশ অনুসাৰে মই প্ৰাসাদৰ এটা খোটালিত তেওঁৰ পুনৰ্দৰ্শন প্ৰতীক্ষা কৰি বহি থাকিলো। ৰাজকুমাৰীয়ে মোক তাত থাকিবলৈ কৈ ভিতৰলৈ সোমাই গ'ল। সেই সময়ত তেওঁৰ সহচৰীসকল নিদ্ৰাত অভিভূত হৈ নিশ্চিন্ত মনে শুই আছিল। তেওঁ সহচৰী বিলাকক টোপনিৰপৰা জগাই তুলিলে, আৰু সকলো ঘটনা তেওঁলোকৰ আগত বিৱৰি কৈ মই থকা খোটালিলৈ তেওঁলোকক মাতি আনিলে। ৰাজকুমাৰীৰপৰা সকলো

কথাৰ সন্দেহ পাই সেই সহচৰী বিলাকে চকুলো পেলাই মিনতি কৰি মোক কলে, আৰ্য্য! আপুনি আদিত্যৰ দৰে অত্যন্ত তেজস্বী। আপোনাৰ চকুত পৰিল বুলিহে আমাৰ এই ৰাজকুমাৰীক কালৰ কৰাল গ্ৰাহৰপৰা মুক্ত হোৱা দেখিবলৈ পালোঁ। তাৰেই কৃতজ্ঞতাৰ নিদৰ্শনৰূপে কন্দৰ্প অনলক সাক্ষী কৰি অনুৰাগে এওঁক আপোনালৈ সম্প্ৰদান কৰিব খুজিছে। আপুনি অনুগ্ৰহ কৰি নিশ্চয় এই দান গ্ৰহণ কৰিব। নলিনাক্ষ আপোনাৰ বুকুৰ ওপৰত ৰাগতৰল এই কন্যাৰত্ন জিলিকি উঠক।

সৰল প্ৰকৃতিৰ সেই সহচৰী সখীয়েকসকলৰ স্নেহপাশত আবদ্ধ হৈ গন্ধৰ্ব্ববিধি অনুসাৰে মই ৰাজকুমাৰীৰ পাণিগ্ৰহণ কৰিলো। গোপনে কন্যাৰ অন্তঃপুৰত থাকি ৰাজকুমাৰীৰ সৈতে বিবিধ প্ৰকাৰে ৰতিক্ৰীড়াত নিমগ্ন হৈ কাল নিয়াব ধৰিলো। এনেকৈ কিছুদিন গ'ল। ঋতুৰ পৰ্য্যায়-ক্ৰমে মধুৰ বসন্তকাল আহি উপস্থিত হ'ল। পুৰণি পাত সৰি গৈ নতুন পাতেৰে গছলতাবিলাক জক্‌মকীয়া হৈ পৰিল। কান্তাৰ বিৰহত কাতৰ বিৰহীসকলৰ মন উতলা কৰি দক্ষিণৰপৰা লাহে লাহে সুৰভি বতাহ বৰলৈ ধৰিলে। কুলিৰ অব্যক্ত মধুৰ সুললিত ঝঙ্কাৰে যুৱক যুৱতীৰ মন উতলা কৰি তুলিলে। প্ৰকৃতি দেৱীয়ে যেন এটা অভিনৱ মনোহৰ ৰূপ ধাৰণ কৰিলে।

এই সময়ত কলিঙ্গদেশৰ ৰজা কৰ্দ্দম পুৰবাসী প্ৰজাবৃন্দৰ সৈতে সপৰিবাৰে সাগৰৰ পাৰলৈ বনবিহাৰ কৰিবলৈ গ'ল। সাগৰৰ তীৰত প্ৰাকৃতিক শোভাসম্পন্ন বনৰ মাজত নানাবিধ বনবিহাৰত মতলীয়া পুৰবাসিনী ৰমণী বিলাকৰ সৈতে নৃত্য, গীত, বাদ্য আদি মনোমুগ্ধকৰ আমোদ প্ৰমোদত ৰজা বৰ আসক্ত হৈ পৰিল। এই সুযোগতেই অন্ধ্ৰ-দেশৰ ৰজা জয়সিংহই জলপথেৰে আহি হঠাৎ ৰজা কৰ্দ্দমক সপৰিয়ালে অবৰুদ্ধ কৰি নিজ ৰাজ্যলৈ লৈ গ'ল। মোৰ প্ৰিয়া কনকলেখাও সেই বনবিহাৰলৈ গৈছিল। যেতিয়া দেখিলো, যে মোৰ প্ৰিয়া কনকলেখাও সখীয়েকবিলাকৰ সৈতে জয়সিংহৰ হাতলৈ গ'ল, তেতিয়া তেওঁৰ বিৰহা-নলত মই অত্যন্ত দগ্ধ হৈ পৰিলোঁ। মই আহাৰ বিহাৰ একেবাৰে



পৰিত্যাগ কৰি চিন্তা কৰিবলৈ ধৰিলো, যে মোৰ প্ৰিয়তমা সহচৰীবিলাকৰ সৈতে আজি শত্ৰু জয়সিংহৰ হাতত পৰিল। চন্দ্ৰলেখা সদৃশ প্ৰিয়া কনকলেখা যেতিয়া জয়সিংহৰ দৃষ্টিগোচৰ হব, তেতিয়া আৰু তেওঁক জয়-সিংহৰ কবলৰপৰা মুক্ত কৰাৰ আশা কৰিব পাৰোনে? নিশ্চয় তেওঁক আয়ত্ত কৰি পেলাব। কিন্তু প্ৰিয়তমাই ইতিপূৰ্ব্বে মোত আত্মসমৰ্পণ কৰিছে যেতিয়া তেওঁ কেতিয়াও শত্ৰুৰ বশ্যতা স্বীকাৰ নকৰি হয়তো বিষপান কৰি আত্মহত্যা কৰিব পাৰে। যদি তেওঁৰ এনেকুৱা দুৰ্দ্দশা হয়, তেনেহলে মই জানো আৰু বাচি থাকিম? মোক দেখা তেওঁক বিৰহানলে একেবাৰে ভস্ম কৰি পেলাব? হায় মোৰ কি দুৰদৃষ্ট হ'ল? এনে বিধৰ নানা চিন্তাৰ উত্তাল তৰঙ্গত ভাহি ভাহি কেইদিনমান অতি কষ্টেৰে কটালো। হঠাতে এদিন অন্ধ্ৰদেশৰ পৰা অহা বামুণ এজনক লগ পালোঁ। তেওঁক অন্ধ্ৰদেশৰ লোক বুলি জানিব পাৰি মই পাকে প্ৰকাৰে নানা কথা সুধিলো। কথাপ্ৰসঙ্গত তেওঁ কলে যে ৰজা জয়সিংহই ৰজা কৰ্দ্দমক নানাবিধ যাতনা ভোগাই মাৰিবৰ ইচ্ছা কৰিছে, কিন্তু ৰাজকুমাৰী কনক-লেখাৰ অসামান্য ৰূপ-লাৱণ্যত মুগ্ধ হৈ তেওঁক পোৱাৰ আশাত বদ্ধ হৈ এতিয়ালৈকে একো কৰা নাই।

ৰজা জয়সিংহই লোকৰ মুখত শুনিব পাইছে, যে সেই কন্যা কনক-লেখাত এজন প্ৰবল যক্ষ অধিষ্ঠিত আছে। যক্ষ থকাৰ কাৰণে কুমাৰী কনকলেখা অন্যৰ ওচৰলৈ যাব নোৱাৰে। ৰজা জয়সিংহই যেই যক্ষক আঁতৰাবলৈ বুলি বহু বৈদ্য নিযুক্ত কৰিছে, কিন্তু এতিয়ালৈকে কোনো বৈদ্যই কৃতকাৰ্য্য হব পৰা নাই। বামুণৰপৰা এই খবৰটো পাই মোৰ মনৰ মাজত এটা ক্ষীণ আশাৰ সঞ্চাৰ হ'ল। এখন মাৰিশালিত এজোপা ধোপ গছ আছিল। তাতে ওলমি থকা কিছুমান জট আনি মূৰত জট বান্ধিলো, আৰু ফটা ছিৰা কাপোৰৰ কৌপিন পৰিধান কৰি সন্ন্যাসীৰ বেশ ধৰিলো। পিচত নানা বুদ্ধি কৌশল কৰি কেইজনমান শিষ্য সংগ্ৰহ কৰি লৈ সিহঁতৰ দ্বাৰা নানাপ্ৰকাৰ অদ্ভুত কাৰ্য্যৰ কথা প্ৰচাৰ কৰাই মানুহৰ মন আকৰ্ষণ কৰিব ধৰিলো। গৃহস্থৰৰ ঘৰত ভিক্ষা যি পাওঁ

সেইবোৰ সিহঁতক দি নিজৰ আয়ত্তত ৰাখিলোঁ। সিহঁত মোৰ বশৱৰ্ত্তী হৈ পৰিল। সেই শিষ্য কেইজনক লগত লৈ ফুৰি ফুৰি গৈ কেইদিনমানৰ মূৰত অন্ধ্ৰৰাজ্য পালোগৈ।' অন্ধ্ৰদেশৰ ৰাজধানীৰ পৰা অলপ নিলগত থকা এটা পুখুৰীৰ পাৰৰ বনৰ মাজত কুটিৰ এটা সজাই থাকিলো। শিষ্য বিলাকৰ হতুৱাই নগৰৰ চাৰিওফালে মোৰ কিছুমান অদ্‌ভুত কাৰ্য্যৰ কথা প্ৰচাৰ কৰালো। মোৰ কিছুমান ভৌতিক ক্ৰিয়াত আশ্চৰ্য্যান্বিত হৈ নগৰবাসী লোকবিলাকেও প্ৰচাৰ কৰিব ধৰিলে যে আমাৰ এই নগৰৰ বাহিৰত থকা পুখুৰীৰ পাৰত হাবিৰ মাজত কুটিৰ সজাই এজন সন্ন্যাসী আছে। তেওঁৰ জিভাৰ আগতে সাঙ্গ সকলো বেদ, সকলো উপনিষদ্ অন্যান্য সকলো শাস্ত্ৰ যেন মূৰ্ত্তিমান হৈ নৃত্য হে কৰিছে। অন্যান্য পণ্ডিতবিলাকে যি কথাৰ তত্ত্ব নাপায় তেওঁ সেইবিলাক কথাৰ অনায়াসে প্ৰকৃত অৰ্থৰ ব্যাখ্যা কৰি দিব পাৰে। তেওঁ সত্যবাদী, জিতেন্দ্ৰিয় আৰু অতিশয় দয়ালু। তেনেকুৱা সকলো গুণৰ আশ্ৰয় স্বৰূপ এজন লোক পোৱাৰ কাৰণে সম্প্ৰতি আমাৰ দীক্ষাকাৰ্য্য সফল হৈছে। তেওঁৰ এনে আশ্চৰ্য্য মহিমা দেখা গৈছে যে বহু দুৰাৰোগ্য ৰোগী তেওঁৰ ভৰিৰ ধূলি মূৰত লৈ ৰোগৰপৰা মুক্ত হৈছে, যিবিলাক ৰোগক প্ৰৱীণ চিকিৎসকবিলাকে বহুদিন চিকিৎসা কৰিও একো কৰিব পৰা নাই। তেওঁৰ এনেকুৱা অপূৰ্ব্ব মাহাত্ম্য আছে যে তেওঁৰ পাদোদক মূৰত ললে ভূত, প্ৰেত, দানৱ, যক্ষ, ৰক্ষ আদি অপদেৱতাবিলাক তৎক্ষণাৎ এৰা দি পলাই পত্ৰং মাৰে। যিবিলাকক দানৱাৰি বৈদ্যসকলে বহু যত্ন কৰিও আতৰাব নোৱাৰে, তেওঁৰ প্ৰভাৱত সেই দুষ্ট গ্ৰহৰ দোষো আঁতৰি যায়। তেওঁৰ আৰু যে কিমান গুণ আছে তাক কৈ অন্ত কৰিব নোৱাৰি। তেওঁ বৰ শান্ত-শিষ্ট আৰু নিৰভিমানী লোক।

বহুতৰ মুখৰপৰা এনেকুৱা জনৰৱ যেতিয়া চাৰিওফালে ওলাব ধৰিলে, তেতিয়া সেই জনৰৱে ৰাজকুমাৰী কনকলেখাক ধৰা যক্ষক খেদিবৰ বাবে ব্যগ্ৰ ৰজা জয়সিংহকো স্পৰ্শ নকৰাকৈ নাথাকিল। ৰজা জয়সিংহ এই প্ৰবাদত বিশ্বস্ত হৈ মই থকা ঠাইলৈ প্ৰতিদিনে আহিব



ধৰিলে? আৰু মোৰ শিষ্যবিলাকক প্ৰচুৰ পৰিমাণে ধনদি সন্তুষ্ট কৰি সিহঁতৰ দ্বাৰা কনকলেখাত অধিষ্ঠিত যক্ষক বিতাৰিত কৰিবৰ বাবে মোৰ ওচৰত প্ৰাৰ্থনা জনালে।

এনেদৰে কিছুদিন যোৱাৰ পিচত এদিন ৰজা জয়সিংহ নিজেই মোৰ ওচৰলৈ আহি উপস্থিত হ'ল আৰু প্ৰকাশ্যভাৱে নিজৰ মনৰ অভিপ্ৰায় প্ৰকাশ কৰিলে। তেওঁৰ কথা শুনি মই কিছু সময় ধ্যানস্থ হোৱাৰ দৰে চকু মুদি থাকিলো। পিচত "উপযুক্ত পাত্ৰতে নিজৰ জ্ঞান গৰিমাৰ মহত্ত্ব প্ৰকাশ কৰা উচিত" এই চিন্তা কৰি ৰজাৰফালে বহু সময় একেথিয়ানে দৃষ্টি দি কলো,—"বৎস! তোমাৰ এই যত্ন বৰ উপযুক্ত হৈছে। সকলো শুভ লক্ষণ সম্পন্ন এনেকুৱা কন্যাৰত্ন লাভ গঙ্গা প্ৰভৃতি পুণ্যতীৰ্থ পৰিপূৰ্ণ সসাগৰা ৰত্নগৰ্ভা এই পৃথিবী লাভৰ কাৰণ বুলি জানিবা। কিন্তু সেই কন্যাত যি যক্ষ অধিষ্ঠিত আছে তাক কোনো বৈদ্যই খেদিব যে নোৱাৰে এই কথাটো মই যোগ বলেৰে ভালদৰে জানিব পাৰিছো। যক্ষক খেদিবলৈ হলে তিন-দিনমান অপেক্ষা কৰিব লাগিব। এই কেইদিনৰ ভিতৰত তাক খেদিবলৈ মই এটা অনুষ্ঠান কৰিম। মোৰ কথাত ৰজাৰ বৰ বিশ্বাস জন্মিল। তেওঁ মোৰ কথাত পতিয়ন গৈ মোক প্ৰণাম কৰি ঘৰলৈ উভতি গ'ল। ময়ো সুযোগ চাই ৰজাক একেবাৰে ইহলোকৰপৰা বিদায় দিবলৈ মনস্থ কৰি এটা বুদ্ধি পাঙিলো। যিদিনা ৰজাই মোক সাক্ষাৎ কৰি গ'ল সিদিনাৰপৰা প্ৰতিদিন ৰাতি দোভাগমান হোৱাত শিষ্যসকলৰ অজ্ঞাতসাৰে কুটিৰৰপৰা ওলাই এখন খন্টাৰ সহায়েৰে পুখুৰীৰ ঘাটৰ পৰা কিছু নিলগেদি বনৰ মাজে মাজে কোনোৱে গম ধৰিব নোৱাৰা কৈ পুখুৰীৰ পানী পৰ্য্যন্ত তলে তলে বৰ যত্ন কৰি এটা সুৰঙ্গ কৰিলো। সুৰঙ্গটো এনেভাৱে কৰিলো যে যাতে পুখুৰীৰ পানীৰপৰা তলে তলে আহি কোনোৱে গম ধৰিব নোৱাৰাকৈ সোমাই থাকিব পাৰা যায়, অথচ তাত সোমাই থাকিও বাহিৰৰ সকলো বিষয়ে গম লব পাৰি। এই প্ৰকাৰে সুৰঙ্গ কৰি মানুহৰ মনত যাতে কোনো প্ৰকাৰ সন্দেহৰ

বা অবিশ্বাসৰ ভাৰ আহিব নোৱাৰে তাৰ কাৰণে সুৰঙ্গৰ প্ৰবেশ পথটো ইটা শিল আদিৰে চিন ধৰিব নোৱাৰাকৈ ঢাকি ৰাখিলো। অতি কঠোৰ পৰিশ্ৰম কৰি তিনদিনৰ ভিতৰতে সুৰঙ্গটো খান্দি উলিয়াই চতুৰ্থ দিনৰ দিনা ৰজাক মোৰ ওচৰলৈ আহিবৰ কাৰণে সংবাদ দিলো। মোৰ আহ্বান ক্ৰমে ৰজা জয়সিংহ আহি মোৰ কুটিৰত উপস্থিত হ'ল। মই তেতিয়া তেওঁক ইঙ্গিতেৰে কুশাসন এখন দেখুৱাই দি বহিবলৈ কলোঁ। কিন্তু তেওঁ তাত নবহি হাতযোৰ কৰি থিয় হৈয়ে থাকিল। মই তেতিয়া ৰজাক গম্ভীৰ সুৰত কলো—'ৰজা! তোমাৰ বৰ সৌভাগ্য। তোমাৰ অভীষ্ট কাৰ্য্য একপ্ৰকাৰ সম্পন্ন হোৱা বুলিয়ে ধাৰব পৰা হৈছে। এইটো তোমাৰ একান্ত আগ্ৰহ আৰু অসাধাৰণ ভক্তিৰেই ফল। সংসাৰত আগ্ৰহ আৰু শ্ৰদ্ধা ভক্তি বিহীন লোকৰ কেতিয়াও সম্পদ্ লাভ নহয়। লক্ষ্মী উদ্যোগী পুৰুষৰেই যে অনুগামী হয় এই কথাটো ধ্ৰুবসত্য। তোমাৰ সৎচৰিত্ৰ, সাধু ব্যৱহাৰ অকপট ভক্তি আৰু আন্তৰিক শ্ৰদ্ধাৰে মই বৰ সন্তুষ্ট হৈছো। তোমাৰ কাৰ্য্যসিদ্ধিৰ বাবে অনুষ্ঠান কৰিবলৈ বুলি এই পুখুৰীটো এনেভাৱে নিৰ্ব্বিঘ্নে সংস্কাৰ কৰিব পাৰিছো, যে এইটোৱেই তোমাৰ অভীষ্ট সিদ্ধিৰ এটা পূৰ্ব্বাভাস দিছে। কিন্তু নিজে কৰিবলগীয়া তোমাৰ এটা কাৰ্য্য আছে। সেইটো কৰিব পাৰিলেহে কামটো সুসম্পন্ন হব। আজি ৰাতি যেতিয়া দোভাগমান হব তেতিয়া তুমি এই পুখুৰীৰ এমূৰমান পানীৰ তলত প্ৰাণবায়ু সংযম কৰি অলপ সময় আসন কৰি বহি থাকিব লাগিব। অলপ সময় থকাৰ পিচত পানীৰ মাজত এটা ডাঙৰ শব্দ হব। শব্দ হোৱাৰ অলপ পিচতে এটা সুন্দৰ আকৃতিৰ পুৰুষ আহি তোমাৰ ওচৰত উপস্থিত হব। পুৰুষজনৰ চকু দুটা খুব ধুনীয়া আৰু ঈষৎ ৰক্তবৰ্ণ। তেওঁৰ ৰূপ আৰু লাৱণ্যও অসাধাৰণ আৰু অনুপম। সেই পুৰুষজন আহি তোমাত আবিষ্ট হব। তেতিয়া তোমাৰ বৰ্ত্তমান এই আকৃতি আঁতৰি সেই পুৰুষৰ আকৃতি হব। তুমি তেতিয়া সেই আকৃতি-বিশিষ্ট হৈ



কন্যাৰ ওচৰত উপস্থিত হলে কন্যাত আবিষ্ট হোৱা যক্ষ ভয়তে পলাই পত্ৰং মাৰিব। তেতিয়া যক্ষ-ৰহিত ৰাজকুমাৰীৰ মন তোমাত আসক্ত হৈ পৰিব, আৰু প্ৰেম ৰজ্জুৰে আপোনা-আপুনি মেৰ খাই পৰিব। অইনকি ৰাজকুমাৰীয়ে তোমাক চকুৰ আগত অলপ সময় দেখা নাপালেও বিৰহ বেদনাত অস্থিৰ হৈ পৰা হব। সকলো প্ৰকাৰ ৰূপ আৰু গুণৰ আধাৰ সেই কন্যা লাভ কৰিব পাৰিলে, তুমি সসাগৰা পৃথিবী লাভ কৰিবা বুলি জানিবা। ইয়াত তিলমাত্ৰও সন্দেহ নাই। এই প্ৰক্ৰিয়াটো কৰিবৰ যদি তোমাৰ ইচ্ছা আৰু সাহস আছে তেনেহলে তোমাৰ বিচক্ষণ বুদ্ধিমান মন্ত্ৰীমণ্ডলী, সম্ভ্ৰান্ত পুৰবাসী আৰু বন্ধুবান্ধৱ-বিলাকৰ সৈতে পৰামৰ্শ কৰি চাই চিন্তি কৰা। এইটো কৰিবলৈ হলে পোনপ্ৰথমে পুখুৰীত জালুৱৈ নমাইদি বিশ্বাসী মানুহৰ দ্বাৰা পুখুৰীটো পৰীক্ষা কৰি চাব লাগিব। তাৰ পিচত পুখুৰীৰ পাৰৰপৰা এশ হাত মান নিলগত চাৰিও ফালে কিছুমান বিশ্বাসী সৈন্য সমাবেশ কৰিব লাগিব। কিয়নো সকলো কাৰ্য্যতে বিঘ্ন আছে। বাহিৰৰ পৰা শত্ৰুৱে কেতিয়া কি কৰে তাক কোনে জানিব পাৰে? গতিকে এনে ব্যৱস্থা কৰা ভাল হব।

নিয়তি প্ৰতিকূল হলে বিচক্ষণ বুদ্ধিমান ব্যক্তিৰো বুদ্ধি বিপৰীত ফালে ঢাল খায়। মোৰ কথাত ৰজাৰো বুদ্ধি বিচাৰ বিপৰীতহৈ মোৰ পৰামৰ্শকে আগ্ৰহৰ সৈতে আকোৱালি ধৰিলে। তেওঁ মোৰ পৰামৰ্শ মতে মন্ত্ৰী আদিৰ সৈতে আলোচনা কৰাত কোনোৱে একো বাধা নিষেধ নকৰিলে। কাৰণ তেওঁ লোকে এইটো ভালদৰে উপলব্ধি কৰিছিল যে ৰজাৰ মন ৰাজকুমাৰীৰ ওপৰত অত্যন্ত আসক্ত হৈ পৰিছে। গতিকে যি কোনো দুষ্কৰ কাৰ্য্য কৰিবলৈকে। ৰজা বিমুখ নহব যেতিয়া ইয়াত আৰু বক্তব্য একো নাই। ৰাজকুমাৰীক পোৱাৰ আশাত মোৰ কথাটো কৰিম বুলি যেতিয়া স্বীকাৰ কৰিলে, তেতিয়া মই ৰজাক কলো, "ৰজা! আজি বহুদিন তোমাৰ ৰাজ্যত বাস কৰি থাকিলো। সন্ন্যাসীৰ এক-ঠাইত বহুদিন থকা অনুচিত। ইমান দিন যে আছো কেৱল তোমাৰ

ভক্তিত আবদ্ধ হৈ তোমাৰ কাৰ্য্যটো সম্পন্ন কৰাৰ কাৰণে হে। আজি তোমাৰ কাৰ্য্যটো সম্পন্ন হলে কাইলৈ মোক আৰু ইয়াত দেখিবলৈ নাপাবা। ভিক্ষা কৰি হলেও তোমাৰ ৰাজ্যত বৰ আনন্দৰ সৈতে এই দিন কেইটা অতিবাহিত কৰিছো যেতিয়া তোমাৰ অলপ উপকাৰ নকৰাকৈ অইনকালে গলে সাধু সন্ন্যাসী সকলে মোক নিন্দা কৰিব, সেই কাৰণে আজিৰ দিনটো ইয়াতে আছো। তুমি এতিয়া ঘৰলৈ গৈ, নিয়ম অনুসাৰে কৰ্পূৰ আদি সুগন্ধি দ্ৰব্য মিশ্ৰিত জলত স্নান কৰি পবিত্ৰ ভাৱে ইষ্ট দেৱতাৰ পূজা হোম আদি কৰিবা। তাৰ পাচত উপযুক্ত সদ্ ব্ৰাহ্মণক ভোজন কৰাই যথেষ্ট পৰিমাণে দক্ষিণা দি নিজ কাৰ্য্য সম্পাদন কৰিবৰ বাবে প্ৰস্তুত হোৱাগৈ।"

ৰজাই কৃতজ্ঞতা প্ৰকাশ কৰি বিনীত হৈ কলে; "প্ৰভু! মোৰ এই কাৰ্য্য সিদ্ধিও আজি এক প্ৰকাৰ অসিদ্ধি যেনহে হব। কাৰণ আপুনি মোৰ ৰাজ্য পৰিত্যাগ কৰিবৰ সঙ্কল্প কৰিছে। সাধু লোকৰ সঙ্গ পোৱাটো বহু জনমৰ পুণ্যৰ এটা পৰিণত ফল। তাৰ পৰা যি লোক বঞ্চিত হয়, তাৰ দৰে হতভাগ্য আৰু জগতত কোনোৱা আছে বুলি মোৰ বিশ্বাস নহয়। আপুনি মোৰ গুৰুৰ দৰে। গতিকে আপোনাক বাধা দিবৰ মোৰ শক্তি নাই। আপোনাৰ মনত যি ভাল লাগে তাকেই কৰিব।" এই বুলি কৈ ৰজা ঘৰলৈ গ'ল।

যেতিয়া ৰাতি দোভাগমান হ'ল তেতিয়া মই সেই পুখুৰীৰ পাৰত থকা সুৰঙ্গত সোমাই থাকি এটা সৰু ছিদ্ৰত কান পাতি থাকিলো। মই কোৱা মতে ৰজা সেই দোভাগমান ৰাতিত আহি পুখুৰীৰ পাৰত উপস্থিত হৈ পুখুৰীৰ চাৰিও ফালে সৈন্য সমাবেশ কৰিলে, আৰু কিছুমান জালুৱৈক পুখুৰীত নমাই দি জালেৰে পুখুৰীৰ তলত থকা সকলো হুল জোঙ তুলি পৰিষ্কাৰ কৰালে। পিচত আনন্দমনে পুখুৰীত নামি আঙুলিৰে কাণ নাক বন্ধ কৰি প্ৰাণবায়ু সংযম পূৰ্ব্বক এডিঙি মান পানীৰ তলত আসন কৰি বহিল। মই তেতিয়া গমপাই সেই সুৰঙ্গই দি তলে তলে গৈ কাপোৰ এখনেৰে গলত মেৰ দি উসাহ



লব নোৱাৰাকৈ চেপি ধৰিলো। পিচত কিল ভুকু মাৰি ইহলোকৰ পৰা বিদায় দি ৰজাৰ শটো টানি নি সেই সুৰঙ্গৰ ভিতৰত সুমাই থৈ পুখুৰীৰ পৰা বাহিৰ হৈ ওলালো। মই যেতিয়া পুখুৰীৰ পৰা ওলাই আহিলো, তেতিয়া পুখুৰীৰ পাৰত অদ্‌ভুত কাৰ্য্য চোৱাৰ কাৰণে উদ্‌গ্ৰীব হৈ প্ৰতীক্ষা কৰি থকা মানুহবিলাকে বৰ বিস্ময় মানিলে। তেওঁলোকে মনত দৃঢ় ধাৰণা কৰিলে, যে সচাকৈয়ে আমাৰ ৰজা পৰিবৰ্ত্তিত ৰূপত ওলাই আহিছে। তেওঁলোকৰ মনত আনন্দৰ সীমা নাইকিয়া হ'ল। ধৱল ছত্ৰ চামৰ আদি ৰাজ শোভাৰে সুশোভিত হৈ মই এটা প্ৰকাণ্ড হাতীত উঠি ৰাজভৱন অভিমুখে যাত্ৰা কৰিলো; যাওঁতে ৰাজবাটত জুমপাতি থকা লোক সকলক চিপাহী চন্তৰী বিলাকে আতৰাই দিলে। মই অন্তঃপুৰলৈ গলো। তেতিয়া ৰাতি প্ৰায় পুৱাবৰ হৈছে। এখন শয্যাত শুই পৰি নানা চিন্তাৰ মাজেদি ৰাতিৰ অৱশিষ্ট সময়খিনি উজাগৰেই কটালো।

ৰাতি পুৱাল। সূৰ্য্যদেৱে আগৰ পিনে ওলাই পূবদিগ্‌বধূৰ মুখৰ পৰা নিশাৰ তিমিৰ আৱৰণ সহস্ৰ কৰেৰে আতৰাই দিলে। মই তেতিয়া শয্যাৰ পৰা উঠি যাবতীয় প্ৰাতঃকৃত্য সম্পন্ন কৰিলো; পিচত নানা তৰহৰ ৰত্নৰাজিৰ কিৰণমালাৰে উদ্‌ভাষিত সোনৰ সিংহাসনত বহিলো গৈ। মোৰ আকৃতিৰ এনে অভূতপূৰ্ব্ব পৰিবৰ্ত্তন হোৱা দেখা পাই জানোবা স্বভাৱৰো কিবা পৰিবৰ্ত্তন হৈছে? এনে প্ৰকাৰ মনত আশঙ্কা কৰি ভয় বিহ্বল চিত্তে পাত্ৰ মন্ত্ৰী প্ৰভৃতি কৰ্ম্মচাৰীবৰ্গই নিজ নিজ কৰ্ত্তব্য কামত মনোনিবেশ কৰিলে। তেতিয়া মই কৰ্ম্মচাৰীসকলক সম্বোধন কৰি কলো; "আপোনালোকে যোগীৰ যৌগিক প্ৰক্ৰিয়াৰ কেনে আশ্চৰ্য্যজনক শক্তি দেখিছেনে? চাওক-সেই জিতেন্দ্ৰিয় যোগীৰ যৌগিক সংস্কাৰৰ দ্বাৰা সংস্কৃত হৈ মোৰ এই শৰীৰৰ কেনে অপূৰ্ব্ব পৰিবৰ্ত্তন হৈছে? আগৰ শৰীৰ গুচি এতিয়াৰ মোৰ শৰীৰটো কমলতকৈয়ো অতি কোমল আৰু মনোমুগ্ধকৰ হৈ পৰা নাই জানো? মোৰপ্ৰভাৱৰ বলত আজি সকলো নাস্তিকৰ মূৰ লাজত অৱনত হৈ পৰিছে। আজি

আমাৰ আনন্দৰ দিন। মোৰ ৰাজ্যত যিমান দেব দেবীৰ মন্দিৰ আছে, সেই সকলো মন্দিৰতে আনন্দ উৎসবৰ সৈতে বিষ্ণু, শিৱ, দুৰ্গা আদি সকলো দেব দেবীৰ যথাবিহিত পূজা অৰ্চ্চনা কৰিব লাগে। নগৰৰ সকলো দৰিদ্ৰকে অন্ন বস্ত্ৰ দি সন্তুষ্ট কৰিব লাগে।” মোৰ এনে আদেশ শুনি মন্ত্ৰীমণ্ডলীৰ সৈতে নগৰৰ প্ৰজাবৰ্গ বৰ আনন্দিত হ'ল। তেওঁলোক উল্লাসিত হৈ 'জয় জগদীশ' বুলি ঈশ্বৰৰ জয়গান কৰি মোক কলে; “মহাৰাজ! আপুনি নিজৰ মহত্ব গুণেৰে পূৰ্ব্ববৰ্ত্তি ৰজা সকলক অতিক্ৰম কৰি জগতত অক্ষয় কীৰ্ত্তিস্তম্ভ স্থাপিত কৰিলে। আপোনাৰ ওচৰত আমি আমাৰ অন্তৰৰ শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছোঁ। আপুনি যি আদেশ কৰিছে তাৰ যথাযথ প্ৰতিপালন কৰিবলৈ আমি প্ৰস্তুত আছো।”

মোৰ আদেশ অনুসাৰে ৰাজ্যৰ সকলো দেবদেবীৰ মন্দিৰত পূজা অৰ্চ্চনা নৃত্য গীত আদি মহোৎসব কৰা হ'ল। নগৰৰ দুখী দৰিদ্ৰক যথেষ্ট পৰিমাণে অন্নবস্ত্ৰ বিলাই দিয়া গ'ল।

মোৰ প্ৰিয়াৰ এজনী সহচৰী সখী আছিল। নাম শশাঙ্কলেখা কেই দিনমান যোৱাৰ পিচত এদিন কিবা কাৰ্য্যবশতঃ তেওঁ মোৰ ওচৰলৈ আহিল। মই দেখা পোৱা মাত্ৰকে তেওঁক চিনিব পাৰিলো। তেওঁক ওচৰলৈ মাতি আনি গোপনে সুধিলো। হেৰা! কৰবাত কেতিয়াবা মোক দেখা পোৱা তোমাৰ মনত পৰেনে? মোৰ প্ৰশ্ন শুনি তেওঁ মিচিকিয়া হাঁহি এটা মাৰিলে। মোক চিনিব পাৰি তেওঁৰ হিয়া যেন আনন্দত উৎফুল্ল হৈ নাচিব ধৰিলে। তেওঁ হাত যোৰকৰি কলে, 'হয়, বাৰুকৈয়ে মনত পৰিছে যদিহে ই ঐন্দ্ৰজালিকৰ মায়া নহয়। বাৰু এইটোনো কেনেকৈ হ'ল কবনে?' মই তেওঁৰ আগত আনুপূৰ্ব্বিক সকলো ঘটনা ভাঙি কলো। তেওঁ বৰ আশ্চৰ্য্যান্বিত হৈ তাৰপৰা গৈ প্ৰিয়া কনকলতাৰ আগত কলে। কলিঙ্গৰাজ কৰ্দ্দমক সসম্মানে মুক্ত কৰি দিলো। তেওঁ কুমাৰী কনকলতাক বিধি অনুসাৰে মোলৈ বিয়া দিলে। মোৰ মনৰ বাসনা পূৰণ হ'ল। প্ৰিয়া কনকলতাৰ সৈতে পৰমানন্দে থাকি কলিঙ্গ আৰু অন্ধ্ৰ উভয় ৰাজ্যৰ শাসনভাৰ নিজ হাতলৈ আনিলো।



অঙ্গৰাজ সিংহবৰ্ম্মাৰ শত্ৰু চণ্ডবৰ্ম্মাই যেতিয়া অঙ্গৰাজ্য আক্ৰমণ কৰিবলৈ আহে, তেতিয়া তেওঁক সাহায্য কৰাৰ বাবে বহু সৈন্য সামন্ত লগতলৈ আহোঁতে এই অঙ্গদেশতে বন্ধুবান্ধব বিলাকৰ সৈতে আপোনাৰ সাক্ষাৎ হল।

মন্ত্ৰগুপ্তৰ কথা শুনি কুমাৰ ৰাজবাহনে মিচিকিয়া হাঁহি মাৰিলে, আৰু বন্ধুবান্ধব বিলাকৰ সৈতে অভিনন্দন জনাই কলে, যে মহামুনিৰ বৃত্তান্ত অতি অদ্ভুত। ইয়াত দাৰুণ তপস্যাৰ সুফল ফলিছে। বাৰু এতিয়া আৰু পৰিহাস থক ইয়াত বুদ্ধি আৰু পুৰুষাকাৰৰ আশ্চৰ্য্য শক্তিৰ পৰিচয় পোৱা গৈছে।

আপুনি জানো এতিয়া নানামিব? এই বুলিকৈ কুমাৰ বিশ্ৰুতৰ মুখৰ পিনে বিকশিত পদুমৰ পাহিৰ দৰে চকু জুৰি পেলালে। কুমাৰ বিশ্ৰুতে ৰাজবাহনৰ অভিপ্ৰায় বুজিব পাৰি নিজৰ ভ্ৰমণ বৃত্তান্ত কবলৈ আৰম্ভ কৰিলে।

॥ মন্ত্ৰগুপ্ত চৰিত সমাপ্ত ॥

# বিশ্ৰুত চৰিত

**[ দশম কুমাৰ ]**

কুমাৰ বিশ্ৰুতে কলে মহাৰাজ! আপোনাৰ অনুসন্ধান কৰাৰ বাবে ময়ো ইফালে সিফালে ফুৰি ফুৰি গৈ এদিন বিন্ধ্যাটবী পালোঁ। বিন্ধ্যাটবীৰ মাজত এটা পুৰণি কুৱাঁৰ পাৰত আঠবছৰমান বয়সৰ ল'ৰা এটা বিষণ্ণ মনে বহি থকা হঠাতে মোৰ চকুত পৰিল। মই ল'ৰাটোৰ ওচৰলৈ গলো। দেখিলো ল'ৰাটো ভোক আৰু পিয়াহত বৰ ক্লান্ত হৈ পৰিছে। মোক দেখা পাই লৰাটোৰ মনত কিবা এটা আশাৰ সঞ্চাৰ হোৱা যেন পালোঁ। ল'ৰাটোৱে মোক ভয় ভয় কৰি নম্ৰভাৱে কলে, 'মহাশয়! মই বৰ বিপদত পৰিছে। আপুনি মোক অলপ সাহায্য কৰিলে বৰ উপকৃত হম। মই দাৰুণ ভোক পিয়াহত অত্যন্ত কাতৰ হোৱাত পানী তুলিবলৈ বুলি আহি মোৰ একমাত্ৰ আশ্ৰয় এই মানুহজন হঠাতে কুৱাঁত পৰি গৈছে। তেওঁক তুলিবলৈ মোৰ শক্তি নাই। সেই কাৰণে মই কিংকৰ্ত্তব্যবিমূঢ় হৈ ইয়াতে ভাবিচিন্তি বহি আছে।' লৰাটোৰ কথা শুনি মোৰ মনত বৰ দুখ লাগিল। কুৱাঁৰ ওচৰলৈ গৈ দোখলো যে হয় সচাকৈয়ে এজন মানুহ পৰি আছে। তেতিয়া মই এডাল শকত লতা আনি কুৱাঁত পেলাই দিলো। মানুহ জনে সেই লতা ডালত যেতিয়া খামোচ মাৰি ধৰিলে, তেতিয়া মই তেওঁক গাৰ বলেৰে ওপৰলৈ টানি তুলিলো। মানুজন যদিও শকত আৱত আছিল, তথাপি বয়সত বুঢ়া। পিচত এডাল বাহঁৰ নলীৰে সেই কূপৰ পৰা পানী তুলি সেই ল'ৰা আৰু বুঢ়াক খাবলৈ দিলো। কুৱাঁৰ ওচৰতে কিছুমান লেচু গছ লাগি জকমকীয়া হৈ আছিল। শিলগুটিৰে কিছুমান লেচু পাৰি দুয়োজনকে খাবলৈ দিলো, আৰু ময়ো খালোঁ। যেতিয়া তেওঁলোক দুয়ো কিছু সুস্থ হ'ল, তেতিয়া সেই বুঢ়াক সুধিলো। 'মহাশয়! এই বালক কোন? আৰু আপুনিয়েই বা কোন? কিয়বা



আপোনালোক এনে বিপদত পৰিব লগা কি হ'ল?' তেতিয়া বুঢ়াই চকুলো পেলাই বৰ দুখ কৰি কবলৈ ধৰিলে। 'বোপা! আমাৰ দুৰ্ভাগ্যৰ কথা কি কম? আপুনি এই বিপদত ৰক্ষা কৰিলে যেতিয়া আপুনি আমাৰ এক প্ৰকাৰ প্ৰাণদাতা হৈছে। বন্ধুৰ ওচৰত দুখৰ কথা কলে সহিব পৰা হয়, গতিকে কওঁ শুনক। বিদৰ্ভ নামে এখন নগৰ আছে। সেই নগৰত এজন ভোজবংশীয় ৰজা আছিল, নাম পুণ্যবৰ্ম্মা। তেওঁ যেন সাক্ষাৎ ধৰ্ম্মৰ অংশাবতাৰ হে। তেওঁ জিতেন্দ্ৰিয়, সত্যবাদী, বদান্য আৰু প্ৰজাৰঞ্জক ৰজা। আশ্ৰিতজনক পৰিৰক্ষণ কৰাই আছিল তেওঁৰ ব্ৰত। সকলো শাস্ত্ৰবিশাৰদ অপ্ৰতিম-যোদ্ধা যশস্বী ৰজা পুণ্যবৰ্ম্মাই পুৰুষৰ উপযুক্ত আয়ুকাল ভোগ কৰি স্বৰ্গাৰোহণ কৰিলে। ৰজা স্বৰ্গীহোৱাৰ পিচত তেওঁৰ ল'ৰা অনন্ত বৰ্ম্মা পিতাকৰ ৰাজসিংহাসনত অধিষ্ঠিত হয়। ৰজা অনন্ত বৰ্ম্মা যদিও বা বেদ আদি সকলো শাস্ত্ৰত পাৰদৰ্শী হৈছিল তথাপি অৰ্থশাস্ত্ৰ মুঠেই নাজানিছিল। ৰাজ্য সুচাৰুভাৱে চলাবলৈ হলে ৰাজনীতি বিষয়ত যথেষ্টৰূপে জ্ঞান থকা আৱশ্যক, নহলে ৰাজ্য পৰিচালনা কৰা বহু সময়ত অসাধ্য হৈ পৰে। পিতাকৰ দিনৰে এজন তেওঁৰ বুঢ়া মন্ত্ৰী আছিল। নাম বসুৰক্ষিত। মন্ত্ৰীবৰ বিচক্ষণ বুদ্ধি সম্পন্ন আৰু ৰাজভক্তিপৰায়ণ। তেওঁ এদিন ৰজা অনন্ত বৰ্ম্মাক গোপনে কলে, বোপা! মহাৰাজ স্বৰ্গীহোৱাৰ পাচত পুৰুষানুক্ৰমে চলি অহা এই ৰাজ্যত আপুনি এতিয়া প্ৰতিষ্ঠিত হৈছে। এই ৰাজ্যত যে পূৰ্ব্বপুৰুষৰ দৰে আপুনিও সুপ্ৰতিষ্ঠিত হৈ ৰাজকাৰ্য্য পৰিচালনা কৰিব পাৰিব ইয়াত সন্দেহ নাই। আপোনাৰ বুদ্ধি অতি তীক্ষ্ণ আৰু স্বভাৱ মধুৰ। আপুনি আন আন বিদ্যাৰ লগতে চৌষষ্টি প্ৰকাৰ সুকুমাৰ কলা বিদ্যাতো যথেষ্ট ব্যুৎপত্তি লাভ কৰিছে। আপোনাৰ সকলো বিষয়তে এটা অনন্য সাধাৰণ প্ৰতিভা আছে; কিন্তু ৰাজ ধৰ্ম্মৰ নিয়ম অনুসাৰে অৰ্থশাস্ত্ৰ নজনাৰ কাৰণে সেই প্ৰতিভাটো যেন সম্পূৰ্ণ হৈ উঠা নাই। কাৰণ অৰ্থশাস্ত্ৰত অনভিজ্ঞ ৰজাৰ বুদ্ধি জুইত সংশোধিত নোহোৱা সোণৰদৰে নিষ্প্ৰভৰ হৈ থাকে। ৰাজনীতিত অনভিজ্ঞ ৰজা অত্যন্ত সমৃদ্ধিশালী হয় যদিও

শত্ৰুৱেই তেওঁক তৰ্কিব নোৱাৰাকৈ অনায়াসে জয় কৰিব পাৰে। কাৰণ তেওঁ কাৰ্য্য, কাৰণ আৰু সপক্ষ বিপক্ষৰ কোনো গম ধৰিব নোৱাৰে। তেওঁ বুজিব নোৱাৰে যে শত্ৰুৱেই কোন মুহূৰ্ত্তত কিভাৱে কি কৰে। সপক্ষ বিপক্ষ নিৰ্ণয় কৰি চলিব নাজানিলে সকলো কাৰ্য্যতে প্ৰতিৰুদ্ধ হব লগীয়া হয়। এনে হলে ৰজাৰ যোগ ক্ষেম ৰক্ষা কৰা টানহৈ পৰে। যোগ ক্ষেম ৰক্ষা কৰিব নোৱাৰিলে প্ৰজাক শাসন কৰা দুঃসাধ্য হৈ পৰে। তেতিয়া ৰজাৰ শাসন উলঙ্ঘা কৰি প্ৰজা স্বেচ্ছাচাৰী হৈ পৰে, আৰু শাসনৰ সীমা অতিক্ৰম কৰি পেলায়। প্ৰজা যদি মৰ্য্যাদাহীন হয় তেতিয়া প্ৰজাৰ সৈতে ৰজা একেবাৰে কালৰ কৰাল গ্ৰাসত পৰি ধ্বংস হৈ যায়।

শাস্ত্ৰৰূপ দিব্য চক্ষু ভূত, ভবিষ্যৎ, বৰ্ত্তমান, দূৰ আৰু ওচৰ এই সকলো বিষয়তে অপ্ৰতিহত হয়। কাৰণ যিবিলাক বিষয় চক্ষু আদি ইন্দ্ৰিয় সমূহে চুকি নাপায়, শাস্ত্ৰৰূপ দিব্যচকুৰ আগত সেইবোৰ বিষয় ভাঁহি উঠে। তেতিয়া লোকে কাৰ্য্য অকাৰ্য্যৰ বিচাৰ বিবেচনা কৰি অনায়াসে চলিব পাৰে। এই কাৰণে আপোনাৰ ওচৰত সনিৰ্ব্বন্ধ অনুৰোধ কৰিলো, যে সম্প্ৰতি আপুনি আন বিষয়ত সিমান মনোযোগ নিদি আপোনাৰ কুলোচিত বিদ্যা ৰাজনীতিৰ জ্ঞান অৰ্জ্জন কৰাৰ কাৰণে যেন মনোনিবেশ কৰে। তেতিয়া হলে ৰাজনীতিৰ জ্ঞানেৰে শক্তি সম্পন্ন হৈ নিষ্কণ্টকে সমুদ্ৰ মেখলা এই বসুন্ধৰা পৰিপালন কৰিব পাৰিব।

বুঢ়া মন্ত্ৰীৰ অৰ্থপূৰ্ণ উশদেশ বাণী শুনি ৰজা অনন্তবৰ্ম্মাই বৰ আনন্দিত হৈ কলে 'আৰ্য্য। আপুনি মোৰ পিতাৰ নিচিনা সন্মানৰ যোগ্য লোক। সেই কাৰণে আপুনি মোক অযাচিত ভাবেই এনে হিত উপদেশ দিছে। ৰাজনীতি বিষয়ত মোৰ যে অভিজ্ঞতা নাই মই সেইটো কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰো। আৰু ৰজাৰ পক্ষে এইটো যে অবশ্য শিক্ষণীয় বিষয় সেইটোও সত্য কথা। মই আজিৰ পৰাই আপোনাৰ উপদেশ প্ৰতিপালন কৰিবলৈ যত্ন কৰিম। আপুনি সচাকৈয়ে মোক প্ৰকৃত পথ দেখুৱাই দিলে।'



অনন্তবৰ্ম্মাই মন্ত্ৰীক এই বুলিকৈ সন্মানপূৰ্ব্বক বিদাই দি অন্তঃপুৰলৈ গ'ল। কথাপ্ৰসঙ্গত মন্ত্ৰীৰ উপদেশৰ কথা ৰাণীৰ আগতো কলে। সেই সময়ত বিহাৰভদ্ৰ নামে এজন অন্তঃপুৰত থকা ৰজাৰ চাকৰ তাত উপস্থিত আছিল। সি বৰ ধূৰ্ত্ত লোক। সৰুৰে পৰা ৰজাৰ ওচৰত থকাৰ কাৰণে ৰজাই তাক ভাল পায়, আৰু বৰ বিশ্বাস কৰে। পৰৰ কথাৰ ভাৰ গ্ৰহণ কৰাত সি বৰ পাকৈত। নৃত্য, গীত বাদ্য আদিত সি বৰ বিচক্ষণ নানা ভঙ্গীৰে কথা কৈ মানুহৰ মন ভুলোৱাত তাৰ অসাধাৰণ নৈপুণ্য। আনৰ কথাৰ ৰহস্য উদ্‌ঘাতন কৰাত তাৰ অপূৰ্ব্ব কৌশল আছে। সি অত্যন্ত পৰস্ত্ৰীকাতৰ আৰু খলুৱা। ৰাণীৰ আগত কওঁতে মন্ত্ৰীৰ উপদেশৰ কথাটো সেই ধূৰ্ত্ত বিহাৰ ভদ্ৰৰ কানতো পৰিল। সেই বিহাৰ ভদ্ৰ ৰজাৰ ইমান অন্তৰঙ্গ আছিল যে তাক মন্ত্ৰী আদি উচ্চ কৰ্ম্মচাৰী বিলাকেও অপেক্ষা কৰিছিল আনকি কেতিয়াবা সি সেইবোৰ কৰ্ম্মচাৰীৰ পৰা গোপনে নানান উপায়ে ধন আদায় কৰিছিল সৰুকালৰে পৰা সেৱা কৰাৰ কাৰণে সি ৰজাৰ একেবাৰে ছায়াৰ নিছিনা। কথাটো শুনি বিহাৰ ভদ্ৰই হাঁহি মাৰি কলে, 'মহাৰাজ! কোনোলোক যদি কিবা শুভ দৈবৰ কাৰণে কেতিয়াৱা ঐশ্বৰ্য্যৰ অধিকাৰী হয়, ধূৰ্ত্তলোকে সেইটো সহ্য কৰিব নোৱাৰি নানাপ্ৰকাৰ মিছা প্ৰলোভন দেখুৱাই তাৰ বিকাৰ উৎপাদন কৰি নিজৰ স্বাৰ্থ পুৰণ কৰিবলৈ চেষ্টা কৰে। কেতবোৰ এনে ধূৰ্ত্তলোক আছে যে, সিহঁতে সৰল প্ৰকৃতিৰ মানুহবিলাকক মৃত্যুৰ পাচত অনন্ত স্বৰ্গ সুখ হোৱাৰ মিছা প্ৰলোভন দেখুৱাই মুণ্ডন মৃগচৰ্ম্ম পৰিধান, কুশৰ মেখলা গ্ৰহণ আৰু অনশনে থাকি ব্ৰত কৰিবলৈ উপদেশ দি যথা সৰ্বস্ব অপহৰণ কৰিবৰ চেষ্টা কৰে।

ইহঁততকৈয়ো আৰু কিছুমান এনে মাৰাত্মক ধূৰ্ত্ত আছে, যে সিহঁতে একেবাৰে স্ত্ৰীপুত্ৰ ধন সোণ আনকি নিজৰ শৰীৰকো অতি তুচ্ছ প্ৰতিপন্ন কৰাই সকলোকে পৰিত্যাগ কৰাবৰ চেষ্টা কৰে। যদি কোনো মানুহে সিহঁতৰ অসৎ অভিপ্ৰায় বুজিব পাৰি সেইবিলাক পৰিত্যাগ কৰিব নোখোজে, তেনেহলে আৰু একপ্ৰকাৰ পাষণ্ড আহি কাষ চাপি পৰে।

সিহঁতে কয় যে মই এটা কড়িকো হাজাৰ পোণলৈ বঢ়াই দিব পাৰো। অস্ত্ৰ ন ধৰা কৈয়ে নীতিবলেৰে শত্ৰুক আয়ও কৰিব পাৰো, আৰু সাধাৰণ লোককো ৰাজচক্ৰবৰ্ত্তীৰ আসনত বহুৱাৰ পাৰোঁ, যদি হে নিৰ্দ্দিষ্ট কৰি দিয়া পথত আগবাঢ়িবলৈ পৰাঙ্মুখ নহয়। তেতিয়া প্ৰশ্ন কৰিব যে সেইটোনো কেনে পথ? উত্তৰত ধূৰ্ত্তবিলাকে কব যে হেৰা! সেইটো দণ্ডনীতি। ইয়াকে ৰাজনীতি আৰু অৰ্থনীতিও বোলে। এইটোৱেই ৰাজবিদ্যা। ইয়াৰ চাৰিপ্ৰকাৰ ভেদ আন্বিক্ষিকী, ত্ৰয়ী, বাৰ্ত্তা আৰু দণ্ডনীতি। সংসাৰ যাত্ৰা সুখেৰে নিৰ্ব্বাহ কৰিবলৈ হ'লে এই কেইটা বিদ্যা ভালদৰে শিকিব লাগে। এই বিলাকৰ ভিতৰত আগৰ তিনিটাৰ ফল সিমান উপযোগী নহয়, আৰু বৰ কষ্টসাধ্য। গতিকে মানৱ-জীৱনত সেই বিলাক অৰ্জ্জন কৰাৰ সিমান আৱশ্যকতা নাই। কিন্তু দণ্ডনীতি নাজানিলে সংসাৰত চলা অত্যন্ত কঠিন। সেই কাৰণে আন বিদ্যা এৰি থৈ দণ্ডনীতিৰ অভ্যাস কৰা, তেতিয়া দেখিবা তোমাৰ প্ৰভুত্ব দিগ্‌দিগন্ত ব্যাপী পৰিছে। এই দণ্ডনীতিক আচাৰ্য্য চাণক্যই নিজ শিষ্য মহাৰাজ চন্দ্ৰগুপ্তক শিকোৱাৰ কাৰণে মাত্ৰ চয় হাজাৰ শ্লোক ৰচনা কৰিছে। তুমি এই শাস্ত্ৰ ভালদৰে অভ্যাস কৰা, আৰু ইয়াৰ অনুশাসন অনুসাৰে কাৰ্য্য কৰা। দেখিবা তেতিয়া তোমাৰ সকলো ক্ষেত্ৰতে গতি অপ্ৰতিহত হৈছে। বাৰু তাকেই কৰা হক এই বুলিকৈ সেই ৰাজনীতিৰ অভ্যাস কৰিব ধৰিলে। অভ্যাস কৰোতে কিছুকাল অতিবাহিত হ'ল; অকল ৰাজনীতি জানিলেই বিদ্যা সম্পূৰ্ণ নহয়। কাৰণ ৰাজনীতিৰ লগত অন্যান্য শাস্ত্ৰৰো এটা নিৰিড় সম্বন্ধ আছে। অন্যান্য শাস্ত্ৰ নাজানিলে ৰাজনীতিৰ জ্ঞান সম্পূৰ্ণ নহয়, গতিকে ৰাজনীতিৰ লগতে অন্যান্য শাস্ত্ৰৰ জ্ঞান উপাৰ্জ্জন কৰাৰো আৱশ্যক। এইদৰে নানান শাস্ত্ৰ পঢ়োতেই বয়স, ভটিয়ালে। বাৰু যিয়ে নহওক অলপ দিনতে হওক বা বেচি দিনতে হওক, কোনোমতে যেনিবা দণ্ডনীতি আদি শাস্ত্ৰ অধ্যয়ন কৰিলে, কিন্তু শাস্ত্ৰ পঢ়িলেই নহয় শাস্ত্ৰৰ নিৰ্দ্দেশ অনুসাৰে চলিব লাগিব। সেইটো জানো কম টান কথা? অৰ্থশাস্ত্ৰ মতে জানো চলিব পাৰিব? আচাৰ্য্য চাণক্যৰ অৰ্থ



শাস্ত্ৰৰ মত এই যে মানুহে সাধাৰণতে স্ত্ৰীপুত্ৰ আদিত সম্পূৰ্ণ বিশ্বাস স্থাপন কৰিব নোৱাৰে, আৰু সকলো বিষয়তে এটা নিয়মানু বৰ্ত্তিতাৰ ভিতৰেদি চলিব লাগে। এজন মানুহৰ খোৱাৰ কাৰণে ইমান চাউল, ইমান দালি, আৰু ইমান অন্যান্য সামগ্ৰীৰ প্ৰয়োজন। তাতকৈ আৰু অলপমানো অধিক ব্যয় কৰিব নোৱাৰে; এই প্ৰকাৰে সকলো বিষয়তে এটা নিয়মতন্ত্ৰৰ মাজেদি চলিব লাগে। নহলে অনিয়মিত ভাবে চলিলে ধনৰ অপব্যবহাৰৰ কাৰণে ৰাজকোষ অলপদিনৰ ভিতৰতে উদং হৈ যাব। তেতিয়া ধনৰ অভাৱত ৰাজকাৰ্য্য পৰিচালনা কৰা অসম্ভৱ হৈ পৰিব। ইয়াত বাহিৰেও ৰজাৰ পক্ষে অৱশ্য পালনীয় কিছুমান কাৰ্য্যৰ সুকীয়া ব্যৱস্থা আছে। সেইবিলাক কাৰ্য্য ৰজাই অনলসভাৱে প্ৰতিদিনে কৰি যাব লাগে। ৰজাই প্ৰতিদিনে সূৰ্য্য উদয় হোৱাৰ আগতে ব্ৰাহ্মমুহূৰ্ত্তত শয্যা পৰিত্যাগ কৰি প্ৰাতঃকৃত্য কৰিব লাগে। তাৰ পাচত অলপ আহাৰ কৰি দিনৰ প্ৰথম ভাগত কৰ্ম্মচাৰী সকলৰপৰা সকলো আয়ব্যয়ৰ হিচাব লব লাগে। কিন্তু ধূৰ্ত্ত কৰ্ম্মচাৰী বিলাকে জানো সকলো হিচাব ঠিক মতে দিব? কেতিয়াও নিদিয়ে। সিহঁতে ৰজাক কিবা এটা মিচা হিচাব দি অসংখ্য ধন আত্মসাৎ কৰে। আচাৰ্য্য চাণক্যই আয় কৰাৰ চল্লিশ প্ৰকাৰ পথৰ নিৰ্দ্দেশ কৰিছে,, কিন্তু ধূৰ্ত্ত কৰ্ম্মচাৰী বিলাকে কৌশল কৰি তাৰ দুগুণ পথ উলিয়াই ৰজাৰ বহু ধন অপহৰণ কৰে। দিনৰ দ্বিতীয় ভাগত প্ৰজাসমূহৰ মাজত হোৱা নানাপ্ৰকাৰ বাদবিবাদৰ বিচাৰপূৰ্ব্বক মীমাংসা কৰি দিব লাগে। ইয়ো এক বিষম সমস্যা। কিয়নো প্ৰজাৰ মাজত লগা কন্দলৰ কটু শব্দত ৰজাৰ কাণ কলা হৈ পৰে। তাৰ উপৰিও বিচাৰক বিলাকে বহু সময়ত সূক্ষ্মভাবে বিচাৰ নকৰি স্বেচ্ছাচাৰী হৈ নিজ স্বাৰ্থ পূৰণৰ বাবে ওপৰে ওপৰে কিবা বিচাৰ কৰি ৰজাৰ আদেশ বুলি কৈ দোষ আৰু অপযশৰ বোজা ৰজাৰ ওপৰত তুলি দিয়ে।

তৃতীয় ভাগত স্নান আৰু খোৱাৰ সময়। ৰাজকাৰ্য্যৰ কেতিয়াবা ইমান হেচা পৰে, যে বহু সময়ত স্নান আৰু খোৱাও বাদ দিব লগীয়া

হয়। যদিও বা সময় মিলে, তথাপি খাদ্য সম্পূৰ্ণ পৰিপাক নোহোৱা পৰ্য্যন্ত বহু প্ৰকাৰ সন্দেহ যুক্ত হৈ থাকিব লগীয়া হয়। কাৰণ কোনোবা বিপক্ষই ৰান্ধনীক ধনৰ লোভ দেখুৱাই চল গ্ৰহ কৰি খাদ্যৰ সৈতে বিষাক্ত বস্তু মিহলাই মাৰিবৰ চেষ্টা কৰাটোও একো অসম্ভৱ নহয়।

চতুৰ্থ প্ৰহৰত কৰ আদায় কৰিব লাগে। এই সময়ত বাহিৰে কৰ আদায় কৰিবৰ বাবে আৰু সময় নিমিলে।

পঞ্চম ভাগত মন্ত্ৰীমণ্ডলীৰ সৈতে অতি সাবধানে গোপন ভাৱে ৰাজ্যৰ সকলো কৰ্ত্তব্যাকৰ্ত্তব্যৰ মন্ত্ৰণা কৰিব লাগে। এইটোও জানো সহজ কাম? মন্ত্ৰণা কৰোতে পাচজন বা তিনিজন মন্ত্ৰী উপস্থিত থাকিব লাগে। তেওঁলোকে একমত হৈ যি পৰামৰ্শ আগ বঢ়াব, বিচাৰপূৰ্ব্বক ৰজায়ো সকলৰ সেই মতৰ লগত নিজৰ মত মিলাই ৰাষ্ট্ৰৰ পৰিচালনা কাৰ্য্যত আগবাঢ়ি যাব লাগে। ৰাজ্যৰ সকলো কাৰ্য্য পৰিচালনা কৰা হয় ৰাষ্ট্ৰদূত আৰু চোৰাংচোৱা বিলাকৰ বাতৰিক ভিত্তি কৰি। কিন্তু দুষ্ট মন্ত্ৰী সকলে সেই দূত আৰু চোৰাংচোৱা বিলাকে দিয়া সংবাদৰ ওপৰত নানা আসোঁৱাহ উলিয়াই বহু ক্ষেত্ৰত প্ৰকৃত তথ্যক নেওচা দি নিজৰ আৰু আত্মীয় স্বজনৰ স্বাৰ্থ সিদ্ধিৰ বাবে আপাত ৰমণীয় কিবা এটা পৰামৰ্শ ৰজালৈ আগবঢ়াই তেওঁক মুগ্ধ কৰি ৰাখে। এনে কিছুমান স্বাৰ্থান্ধ মন্ত্ৰী আছে, যে সিহঁতে ভিতৰে ভিতৰে ৰজাক উচটাই দি ক্ৰুদ্ধ কৰে, আৰু সমুখত মধুৰ কথাকৈ মুহি পেলায়। এনে প্ৰকাৰ নানা কৌশল কৰি কৰ্ম্মচাৰী বিলাকে ৰজাক হাতৰ পুতলা কৰি ৰাখিবৰ চেষ্টা কৰে।

সপ্তম ভাগত চতুৰঙ্গ সেনা বাহিনী পৰ্য্যবেক্ষণ কৰিব লাগে।

অষ্টম ভাগত সেনাপতিৰ সৈতে লগলাগি নিজৰ শক্তিৰ পৰীক্ষা কৰি চাব লাগে।

এই প্ৰকাৰে দিনৰ দৰে ৰাতিৰো প্ৰথম ভাগত সন্ধ্যা উপাসনাৰ পাচত গুপ্তচৰ বিলাকৰ লগত দেখা কৰি তেওঁলোকৰ পৰা নিজ ৰাজ্য আৰু পৰৰাজ্যৰ সকলো খবৰলৈ তেওঁলোকৰ হতুৱাই বিষ, অগ্নি আৰু অস্ত্ৰ



আদিৰ দ্বাৰা নৃশংস কাৰ্য্য কৰা দুষ্টলোক বিলাকৰ অনুসন্ধান কৰাব লাগে। দ্বিতীয় ভাগত ভোজন কৰি বেদজ্ঞ ব্ৰাহ্মণৰ দৰে নিবিষ্ট মনে বেদ আদি শাস্ত্ৰৰ চিন্তা কৰিব লাগে। চতুৰ্থ আৰু পঞ্চম ভাগত শয্যা পৰীক্ষা কৰি শুব লাগে। আকৌ ষষ্ঠ ভাগত শয্যা এৰি উঠি হাত মুখ ধুই শাস্ত্ৰ আৰু কাৰ্য্য চিন্তা কৰিব লাগে। সপ্তম ভাগত মন্ত্ৰ চিন্তা আৰু দূত প্ৰয়োগ কৰিব লাগে। এই দূত বিলাকৰ ভিতৰ এনে কিছুমান প্ৰতাৰক আছে যে সিহঁতে নানাপ্ৰকাৰ প্ৰিয় কথাকৈ সপক্ষ আৰু বিপক্ষৰ পৰা অসংখ্য ধন আদায় কৰে, আৰু কোনো কাৰ্য্য নাথাকিলেও কাৰ্য্য থকাৰ চল কৰি ৰজাৰ খৰছতে দেশ-দেশান্তৰলৈ গৈ কেৱল নিজৰ ব্যৱসায় এটাহে চলায়।

এই বিলাকৰ বাহিৰেও পুৰোহিতে আহি ৰজাক কয় যে মহাৰাজ। আজি ৰাতি মই এটা বৰ বেয়া সপোন দেখিছো। সপোনৰ ফলে কয়, যে আপোনাৰ কেইটামান গ্ৰহ বেয়া হৈছে; তাৰ পৰা ৰাজ্যত নানাবিধ অঘটন ঘটিব পাৰে। গতিকে এই গ্ৰহ দোষৰ উপশমৰ বাবে হোম আৰু শান্তি কৰিব লাগে। হোমৰ সকলো পাত্ৰ সোণ ৰূপৰ হব লাগিব। এই প্ৰকাৰে হোম আৰু শান্তি কৰিলে প্ৰতিকূল গ্ৰহ-বিলাকৰ দোষৰ উপশম হব। এনেকুৱা কাৰ্য্যও যেই সেই ব্ৰাহ্মণৰ দ্বাৰা সম্পন্ন নহব। ইয়াত লাগিব উপযুক্ত বেদজ্ঞ ব্ৰাহ্মণ। মই তেনে ব্ৰাহ্মণ কেইজনমান নিৰ্ব্বাচিত কৰিছো। এওঁলোক বেদজ্ঞ আৰু সাক্ষাৎ ব্ৰহ্মাৰ দৰে তেজস্বী। এওঁলোকৰ দ্বাৰা হোম আৰু শান্তি কৰিলে আপোনাৰ কল্যাণ হব। এওঁলোক সাগ্নিক আৰু এওঁলোকে কাৰো প্ৰতিগ্ৰহ নকৰে। এইপ্ৰকাৰে ৰজাক মুগ্ধ কৰি শান্তি স্বস্ত্যয়ণ কৰাৰ ছলেৰে কেতবোৰ ব্ৰাহ্মণক ধন দিয়ায়, আৰু নিজেও কিছু আত্মসাৎ কৰে। এইপ্ৰকাৰে দিন ৰাতি নানা কষ্ট, বহু ব্যয়, আৰু বঞ্চনাপূৰ্ণ কাৰ্য্যত ব্যতিব্যস্ত হৈ থকা লোকৰ পক্ষে ৰাজচক্ৰবৰ্ত্তী হোৱা দূৰৰ কথা নিজৰ যি এফেৰা পৈত্ৰিক থাকে, যদি বিচাৰ বিবেচনা কৰি চলিব নাজানে, তেনেহলে তাকো শেষত ৰক্ষা কৰা টান হৈ পৰে।

মন্ত্ৰী প্ৰভৃতি ধূৰ্ত্ত সেবক বিলাকে যি শাস্ত্ৰ সম্মত উপদেশ দিয়ে, লোকক দেখুৱাবৰ কাৰণে যি এফেৰা লাভ কৰি দেখুৱায় আৰু সন্মান বঢ়াবৰ বাবে যি মধুৰ কথা কয় এই সকলো নিজ স্বাৰ্থ পূৰণৰ বাবে এটা মিছা আড়ম্বৰ হে মাথোন। প্ৰতাৰণামূলক বুলি এই বিলাক কাৰ্য্যত, মানুহে বিশ্বাস আৰু আস্থা স্থাপন কৰা উচিত নহয়। অনৰ্থৰ একমাত্ৰ মূল হৈছে অন্ধ বিশ্বাস। শাস্ত্ৰৰ মত অনুসৰণ নকৰিলে য'ত লোক যাত্ৰা নিৰ্বাহ নহয় বুলি ভবা যায়, মোৰ বিশ্বাস সেইটোও একেবাৰে অলীক। কিয়নো শাস্ত্ৰীয় নীতিত বাহিৰে লৌকিক ব্যৱহাৰৰ দ্বাৰায়ো প্ৰায় সকলো কথা জানিব পৰা যায়। তাৰ বাবে শাস্ত্ৰ অধ্যয়নৰ কোনো প্ৰয়োজন নকৰে। চাওক মহাৰাজ! স্তন্যপায়ী শিশু সকলে পিয়াহ লাগিলে ক্ৰন্দনাদি উপায়ৰ দ্বাৰা মাকৰ স্তন পান কৰাৰ ব্যৱস্থা নকৰে জানো? তাৰবাবে সিহঁতে জানো কিবা শাস্ত্ৰীয় উপায় অবলম্বন কৰে? গতিকে মোৰ মতে অতি ক্লেশদায়ক সেই নীতি শাস্ত্ৰৰ অধ্যয়নৰ আগ্ৰহ এৰি থৈ যৌবনোচিত বিষয় সুখ অনুভব কৰা হে উচিত। কাৰণ যৌৱন উকলি গলে, সকলো বিষয় বিষৰ দৰে বিৰস হৈ পৰে। তেতিয়া আৰু তাৰ মাধুৰ্য্যৰ উপলব্ধি নহয়।

কেতাবোৰ ধূৰ্ত্তই আপোনাক উপদেশ দিব যে চকু আদি ইন্দ্ৰিয় বিলাকক জয় কৰিব লাগে, কাম ক্ৰোধ আদি চয়টা ৰিপুক জয় কৰিব লাগে, শত্ৰু মিত্ৰ উদাসীন বিবেচনা কৰি সাম আদি উপায় চয়টাৰ প্ৰয়োগ কৰিব লাগে, সপক্ষ বিপক্ষৰ বলাবল বুজি সন্ধি বিগ্ৰহ আদিৰ ব্যবস্থা কৰিব লাগে, নিজৰ সুখ স্বাচ্ছন্দ্যৰ কাৰণে কেতিয়াও তৎপৰ হৈ থাকিব নালাগে, ইত্যাদি। মহাৰাজ! আপুনি নিশ্চয় জানিব যে মন্ত্ৰী প্ৰভৃতি সেই কৰ্ম্মচাৰী সকলৰ আপোনাক প্ৰতাৰিত কৰি আপোনাৰ ধন নি বেশ্যালয়ত সদ্ ব্যবহাৰ কৰাৰ এটা অপূৰ্ব্ব কৌশল মাথোন। এই বেচেৰা হঁতৰ কথাকে নকওঁ, যি বিলাকে কঠোৰ পৰিশ্ৰম কৰি অৰ্থ শাস্ত্ৰ লিখি থৈ গৈছে, সেই শুক্ৰাচাৰ্য্য, 



বৃহস্পতি, বিশালাক্ষ, দন্তিপুত্ৰ, আৰু পৰাশৰ প্ৰভৃতিয়েই জানো অৰি ষড়বৰ্গ জয় কৰিব পাৰিছিল। যদিও বা তেওঁলোক শাস্ত্ৰৰ মত অনুসাৰে চলা বুলি কোৱা যায়, তথাপি তেওঁলোকেও আৰব্ধ কাৰ্য্যৰ কেতিয়াবা সিদ্ধি আৰু কেতিয়াবা অসিদ্ধি বুলি উল্লেখ কৰি থৈ গৈছে।

মহাৰাজ! এইবিলাকত বাহিৰেও নীতিশাস্ত্ৰ অধ্যয়ন বিষয়ত আন এটা ডাঙৰ অন্তৰায় আছে। যিবিলাকে নীতিশাস্ত্ৰ অধ্যয়ন কৰে, অধ্যয়ন নকৰা বিলাকে নানাপ্ৰকাৰে সেইবিলাকৰ অধ্যয়নত বিঘ্ন উৎপাদন কৰিবৰ যত্ন কৰিব। সেই কাৰণে মই কব খোজো যে সম্প্ৰতি সেই দুৰুহ নীতি শাস্ত্ৰৰ অধ্যয়নত আগ্ৰহ এৰি যৌবনোচিত বিষয় সুখৰ অনুভব কৰাটোহে যুক্তিযুক্ত কাৰ্য্য হব।

মহাৰাজৰ বংশৰ গৌৰব জগদ্‌বিখ্যাত আৰু সকলোৰে বন্দনীয়। নবীন পৰিপূৰ্ণ যৌৱন। ৰমণী মনমোহন অতুলনীয় সৌন্দৰ্য্য আৰু লাৱণ্য। তাৰ উপৰি অতুল ঐশ্বৰ্য্য। গতিকে সকলোৰে অবিশ্বাসৰ কাৰণ, সকলো সুখৰ অন্তৰায় আৰু নানাপ্ৰকাৰে সন্দেহযুক্ত স্বৰাষ্ট্ৰ আৰু পৰৰাষ্ট্ৰ চিন্তাৰে দুষ্প্ৰাপ্য উপভোগৰ কালটো নিস্ফল কৰা কোনো বেবেকী লোকে বোধকৰো ভাল বুলি নকব।

মহাৰাজৰ দহ হাজাৰ হাতী, তিনিলাখ ঘোঁৰা আৰু অসংখ্য পদাতি সৈন্য আছে মণিমুক্তা সোণ ৰূপ আদি অপৰিমীত ধনেৰে ৰাজভৰালো পৰিপূৰ্ণ। পৃথিবীৰ সকলো লোকে হাজাৰ বছৰো যদি বহি খায়, তথাপি আপোনাৰ ধনৰ ভৰাল উদং নহব। ইমান ধন জানো কম? যাৰ কাৰণে নিৰৰ্থক যত্ন কৰি ক্লেশ ভুগিব লগা হৈছে? প্ৰাণীৰ জীৱন ক্ষন্তেকীয়া। তাৰ উপৰি ভোগৰ সময় আৰু তাকৰ। মূৰ্খলোক জীয়াই থাকিলেও মৰাৰ নিচিনা। কাৰণ সিহঁতে কেবল উপাৰ্জ্জনহে কৰিব জানে, ভোগ কৰিব নোৱাৰে। তেনে ধনৰ কিবা প্ৰয়োজন আছে নেকি মহাৰাজেই এবাৰ ভাবি চাওক ছোন? মই আৰু বেচি কব নোখোজো। মাথোন ইয়াকে কওঁ যে সকলো ৰাজকাৰ্য্য চলাবপৰা শ্ৰদ্ধা ভক্তি সম্পন্ন কোনো বিশ্বস্ত আত্মীয় লোকৰ ওপৰত ৰাজ্যৰ সকলো

ভাৰ অৰ্পণ কৰি অপেশ্চৰাৰ দৰে নিৰুপম ৰূপলাৱণ্যৱতী অন্তঃপুৰৰ ৰমণী বিলাকৰ সৈতে নৃত্য গীত, বাদ্য আদিৰে আনন্দ লহৰীৰ মাজত নিজক উটুৱাই দি ঋতুৰ পৰ্য্যায়ক্ৰমে ৰতিসুখ অনুভৱ কৰি এই অভিনব নতুন যৌৱন আৰু জীৱন সাৰ্থক কৰক। এই বুলি কৈ ৰজাৰ ভৰিত দীঘল দি পৰি প্ৰণাম কৰিলে।

বিহাৰ ভদ্ৰৰ আচৰণ দেখা পাই অন্তঃপুৰত ৰমনী বিলাকে খিল্ খিল্ কৰি হাঁহিব ধৰিলে। ৰজা অনন্ত বৰ্ম্মাই বিহাৰ ভদ্ৰক মাটিৰপৰা তুলি মিচিকিয়া হাঁহি মাৰি কলে, "বিহাৰ? এইটো কি কৰিছা? উঠা, তুমি সেবক নোহোৱা, আচলতে তুমি মোৰ এজন অতি বিশ্বাসী অন্তৰঙ্গ বন্ধুহে। মোক তুমি বন্ধুৰ উপযুক্ত উপদেশকে দিছা। তুমি মোৰ সন্মানৰ যোগ্য ব্যক্তি। নিজে নিজৰ সন্মানৰ লাঘৱ কৰা জানো উচিত?" এই বুলিকৈ ৰজাই বিহাৰ ভদ্ৰক বুকুত সাবতি ধৰিলে।

অনেক ক্ষেত্ৰতে দেখা যায় যে হিত লোক দুষ্টৰ অপ্ৰিয় মধুৰ কথাত ভোলগৈ আত্মহাৰা হৈ পৰে, আৰু শেষত বিপদ সমুদ্ৰৰ চাকনৈয়াত পৰি পাৰ কূল নোপোৱা হয়। ৰজা অনন্ত বৰ্ম্মাৰো সেই দশাই আহি কালচক্ৰত উপস্থিত হ'ল। বিহাৰ ভদ্ৰৰ বাক্‌চাতুৰ্য্যৰ বৈদ্যুতিক শক্তি ৰজাৰ প্ৰত্যেক অঙ্গতে তীব্ৰবেগে প্ৰবাহিত হ'ল। মনৰ গতি অন্য ফালে ঢাল খালে। বিলাস সমুদ্ৰৰ উত্তালত তৰঙ্গত তেওঁৰ মন বাগৰি ফুৰিব ধৰিলে। বুঢ়া মন্ত্ৰীৰ উপদেশ বাণী অৰণ্যত ৰোদনৰ দৰে হ'ল। মন্ত্ৰীয়ে কেতিয়াবা কিবা কাৰ্য্যৰ পৰামৰ্শ আগবঢ়ালে ৰজাই মুখতে মাথোন হৰিভৰ দিয়ে, কিন্তু কাৰ্য্যৰ বেলা হলে একোকে নকৰে। কাৰ্য্যকলাপ দেখা পাই ৰজাৰ যে মনৰ গতি পৰিবৰ্ত্তিত হৈছে মন্ত্ৰীৰ আৰু বুজিবৰ বাকী নৰল। তেতিয়া মন্ত্ৰীয়ে মনত চিন্তা কৰিলে যে 'মই ভালকৈ এইটো হৃদয়ঙ্গম কৰিব পাৰিছো যে ৰজাক কোনোবা ধূৰ্ত্তলোকে আপাত ৰমনীয় কথাৰে মুগ্ধ কৰি ভৱিষ্যতত বিপদ্ সমুদ্ৰৰ মহা আৱৰ্ত্তত পেলাবৰ এটা ডাঙৰ ষৰযন্ত্ৰ কৰিছে। মই দিয়া উপদেশৰ আজি তেওঁৰ পক্ষে অনভিপ্ৰেত হোৱাত মই যেন তেওঁৰ ওচৰত মূৰ্খৰ দৰে হৈ



পৰিছো। তেওঁৰ কাৰ্য্যকলাপে মোক ভালদৰে বুজাই দিছে যে এতিয়া আৰু মই তেওঁৰ একোৱেই নহয়। সৎ উপদেশ দিও আজি ৰজাৰ ওচৰত মই ভিখাৰিৰ দৰে হাঁহিয়াতৰ পাত্ৰ হব লগীয়াও পৰিছো। মই দেখিছো আগতে ৰজাই মোক যিদৰে প্ৰীতিপূৰ্ণ চকুৰে চাইছিল, আজি আৰু তেনেকৈ নোচোৱাত পৰিছে। আগৰদৰে হাঁহিমুখে আলাপ নকৰে। কোনো গোপনীয় বিষয় প্ৰকাশ নকৰে। আগৰ দৰে হাস-পৰিহাস কৰি হাতত নধৰে। উৎসৱ আনন্দত সহযোগ নিবিচাৰে। কিবা ভালবস্তু পালে আগৰ দৰে আৰু এতিয়া মোলৈ নপঠায়। ভাল কাম কৰিলেও প্ৰশংসা নকৰে। ভাল বেয়া কোনো কথাৰে খবৰ নোসোধে। মোৰ আত্মীয় স্বজনৰ পিনে চকু নিদিয়ে। উপস্থিত কোনো কাৰ্য্যতে মোক নিযুক্ত নকৰে। আৰু আগৰদৰে অন্তঃপুৰলৈ মোক মাতি নিনিয়ে। কিন্তু তাৰ পৰিবৰ্ত্তে এতিয়া অনুপযুক্ত কাৰ্য্যত নিযুক্ত কৰে, মোৰ শত্ৰুক প্ৰশ্ৰয় দিয়ে, কোনোৱাই মোৰ আসন অধিকাৰ কৰিলেও তাত বাধা নিদিয়ে। মই কথা সুধিলে উপযুক্ত উত্তৰ নিদিয়ে। ভালকাম কৰিলেও মোৰ সহকৰ্ম্মী সকলৰ দোষ হে উলিয়ায়। কথাৰ ছলত ব্যঙ্গ কৰি মোক উপহাস কৰে! মই কলে নিজৰ মতকো স্বীকাৰ নকৰে। মই পঠোৱা উৎকৃষ্ট বস্তুকো আগৰ দৰে গ্ৰহণ নকৰি ওভোতাই পঠাই দিয়ে। মোৰ মুখৰ আগতেই দুষ্টলোকৰ হতুৱাই নীতিবিদ্ সকলৰ অযথা দোষোদ্ঘাটন কৰে। নীতিশাস্ত্ৰ বিশাৰদ আচাৰ্য্য চাণক্যই সত্য কথাকে কৈছে যে মনৰ ভাৱ ভালকৈ উপলব্ধি কৰিব পাৰা মূৰ্খলোকো ৰজাৰ প্ৰিয়পাত্ৰ হব পাৰে আৰু ভালকৈ উপলব্ধি কৰিব নোৱাৰা প্ৰিয়জনো শত্ৰু হব লগীয়াত পৰে। সম্প্ৰতি ৰজাৰ ওচৰত মোৰ সেই অৱস্থাটোৱেই হৈছে। তথাপি গত্যন্তৰ নাই। কিয়নো পিতৃপিতামহৰ দিনৰে পৰা পুৰুষানুক্ৰমে চলি আহাৰ বাবে, অবিনীত হলেও এই ৰজাক পৰিত্যাগ কৰিব নোৱাৰাত পৰিছো। নেৰিলেও যে কিবা কৰিব পাৰিম তাৰো আশা এৰিব লগীয়াত পৰিছো। এওঁৰ মনৰ গতি সম্প্ৰতি এনেভাবে বদলি গৈছে, যে আমাৰ কোনো কথাই এওঁৰ কাণত ভাল নলগাত পৰিছে।

অলপদিনৰ ভিতৰতে যে এই ৰাজ্য নীতিবিদ্ অশ্মক ৰাজ বসন্ত ভানুৰ হাতত পৰিব তাত অকনো আশঙ্কা নাই। ভবিষ্যৎ বিপদে জানো এওঁৰ চৈতন্য ফিৰাই আনিব পাৰিব ?

আনৰ অভ্যুদয় দেখিলে যেয়ে সহিব নোৱাৰি প্ৰতাৰণা কৰিবৰ বাবে অভিনব কৌশল অবলম্বন কৰে, তাৰ প্ৰতি সাধাৰণতে এটা বিদ্বেষ জন্মে! কিন্তু তাৰ প্ৰতিকাৰ কৰাটো সহজ নহয়। যক বাৰু সেইবোৰ। এওঁৰ বিপদ্ যে একেবাৰে কাষ চাপিছে, তাত অকনো সন্দেহ নাই। আত্মৰক্ষা কৰাটো চিন্তাশীল জ্ঞানীলোকৰ কাৰ্য্য। গতিকে মই এতিয়া কাৰো প্ৰতি একো নকৈ কোনোমতে চকু মুদি সংযত হৈ কাল যাপন কৰিব লাগিব।' এই বুলি বুঢ়া মন্ত্ৰী বিৰক্ত হৈ উদাসীনৰদৰে থাকিল! ৰাজায়ো কামপ্ৰবৃত্তি চৰিতাৰ্থ কৰাত গা এৰি দিলে।

অশ্মক দেশৰ ৰজা বসন্ত ভানুৰ মন্ত্ৰী বসুপালিতৰ ল'ৰা চন্দ্ৰ পালিত। অসৎ চৰিত্ৰৰ কাৰণে পিতাকে তেওঁক ঘৰৰ পৰা বাহিৰ কৰি উলিয়াই দিয়ে। সি অত্যন্ত ধূৰ্ত্তলোক। সি যেতিয়া দেখিলে যে মন্ত্ৰী বসুৰক্ষিত ৰাজকাৰ্য্যৰ প্ৰতি উদাসীন, আৰু ৰজায়ো বিষয় সুখত একেবাৰে নিজক উতুৱাই দিছে, তেতিয়া সি কেতবিলাক চাৰণ, বিবিধ বেশধাৰী কিছুমান গুপ্তচৰ আৰু নৃত্যগীত আদি কলাকৌশলত অভিজ্ঞ বাৰাঙ্গনা সংগ্ৰহ কৰি সেই বিলাকেৰে ৰজাৰ অতি অন্তৰঙ্গ বিহাৰভদ্ৰক একেবাৰে মুগ্ধ কৰি পেলালে। চন্দ্ৰ পালিতে সেই বিহাৰভদ্ৰক হাতত লৈ ৰজাৰ বন্ধু হৈ পৰিল আৰু ক্ৰমে প্ৰতিষ্ঠা লাভ কৰিলে।

কামপ্ৰমুগ্ধচিত্ত ৰজাই মৃগয়া আদি যিবিলাক ব্যসনত মনোনিবেশ কৰিলে, সুযোগ বুজি চন্দ্ৰপালিতে সেইবিলাকৰ গুণ বৰ্ণনা কৰি ৰজাক দুগুণ উৎসাহিত কৰিব ধৰিলে।

সি কলে যে 'মহাৰাজ! মৃগয়াত যিমান গুণ আছে, আন একোতে সিমান নাই। চাওঁক মৃগয়াত অতিশয় পৰিশ্ৰম হয় কাৰণে কৰঙণত অতিদূৰৰলৈকে যাব পৰা অসীম শক্তি জন্মে। উদৰত অগ্নি প্ৰবল হয় বুলি খোৱা খাদ্য অতি সোনকালে জীৰ্ণ হয়। কফ ধাতু একেবাৰে লোপ



পায়। শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গ সুস্থ আৰু সবল হয়। যি কোনো কাৰ্য্যতে নহওক মন কেতিয়াও ভাগি নপৰে, কিন্তু মনত উৎসাহ দুই গুণে বাঢ়ি হে উঠে। ভিন্ ভিন্ অৱস্থাত প্ৰাণীবিলাকৰ মনৰ গতি স্পষ্টভাবে বুজিব পাৰা যায়। অকল এয়ে নহয়, হৰিণ গবয় আদি জন্তু বধ কৰিলে মানবৰ জীৱিকাৰ প্ৰধান সম্বল খাদ্য শস্য সমূহকো ৰক্ষা কৰা হয়। বাঘ, ভালুক, ঘোঙ আদি হিংস্ৰ জন্তু সকলৰ বধৰ দ্বাৰা পথিক সকলৰ যাতায়াতৰ পথ নিষ্কণ্টক কৰা হয়। ভিন্ন জাতীয় ব্যাধ কিৰাত আদি বনৰ মাজত বাস কৰি থকা লোকবিলাকৰ সৈতে মিলাপ্ৰীতি কৰিবৰো এটা সুযোগ মিলে। যি কোনো শ্ৰমসাধ্য কাৰ্য্যতে উৎসাহ জন্মে।

সেইদৰে দ্যূতক্ৰীড়াৰো বহু গুণ থকা দেখা যায়। দ্যূতক্ৰীড়াত তৃণ কূটাৰ দৰে অজস্ৰ ধন উৰুৱাই দিয়া হয় কাৰণে এটা ডাঙৰ উদাৰতাৰ চিন পোৱা যায়। তাত জয় আৰু পৰাজয়ৰ কোনো নিশ্চয় নোহোৱাৰ বাবে হৰ্ষ বা বিষাদৰ সম্মুখীন হব লগা নহয়। পৌৰুষৰ একমাত্ৰ লক্ষণ ক্ৰোধৰো উদ্ভৱ হয় এই দ্যূতক্ৰীড়াতেই। খেলাৰ সময়ত আনে তৰ্কিব নোৱাৰাকৈ হাতৰ অপূৰ্ব্ব কৌশলেৰে চাল মাৰাত বুদ্ধিৰ প্ৰখৰতাৰ নিদৰ্শন পোৱা যায়। এটা বিষয়তে লাগি থকাৰ কাৰণে মনৰ একাগ্ৰতা জন্মে! মনৰ মাজত অপূৰ্ব্ব উৎসাহৰ ভাৱ জাগ্ৰত হয়। নিষ্ঠুৰ প্ৰতিদ্বন্দ্বী পুৰুষৰ সংসৰ্গত সদায় থাকিব লগীয়াৰ কাৰণে হঠাতে আনে আক্ৰমণ কৰাৰ ভয় নাথাকে। সকলো বিষয়ৰে পৰিমাণ আৰু পৰিস্থিতি ভালকৈ বুজা যায়, আৰু বিনা প্ৰয়াসে জীৱননিৰ্ব্বাহৰ সুযোগ মিলে।

মহাৰাজ! ধৰ্ম্ম আৰু কামৰ উৎকৃষ্ট ফল হৈছে সুন্দৰী ৰমণীৰ উপভোগ। ইয়াত মানবৰ পৌৰুষশ্ৰেষ্ঠতাৰ ভাল পৰিচয় প্ৰকাশ পায়। কোনো ৰমণীৰ মনৰ ভাৱ কেনে তাক ভালদৰে জানিব পাৰি। সকলো প্ৰকাৰ সুকুমাৰ কলাত নৈপুণ্য জন্মে। অলভ্যাৰ লাভ লভ্যাৰ পৰি পালন আৰু পৰি-পালিতাৰ উপভোগ আৰু উপভুক্তাৰ সুখ-দুখ আদিৰ অনুসন্ধান ৰুষ্টা মানিনীৰ মানভঞ্জন আদি বিষয়ৰ উপায় উদ্ভাৱন কৰিব লগীয়াত পৰা যায় কাৰণে বুদ্ধি আৰু বাগ্‌বিন্যাসৰ অনন্য সাধাৰণ এটা

কৌশল জন্মে। শৰীৰৰ সুন্দৰ সংস্কাৰ আৰু বেশবিন্যাস আদিৰ পৰিপাট্য থকাৰ বাবে সকলোৰে মৰম আৰু প্ৰশংসাৰ পাত্ৰ হব পাৰি। সৰ্ব্বসাধাৰণ লোকৰ মনত অপেক্ষা আৰু বন্ধুবান্ধবৰ মনত স্নেহভাজন হব পাৰা যায়। শৰীৰ আৰু মন সদায় প্ৰফুল্ল হৈ থাকে। সন্তান উৎপাদনৰ দ্বাৰা ইহলোক আৰু পৰলোকৰ মঙ্গল সাধন কৰা হয়।

মদ্যপানতো উপকাৰ একেবাৰে কম নহয়। উপযুক্ত পৰিমাণে মদ পান কৰিলে শৰীৰত বল বাঢ়ে, শৰীৰ সদায় সুস্থ হৈ থাকে আৰু হঠাতে যৌৱন পৰি নাযায়। মদ পান কৰিলে মনৰ মাজত অপাৰ আনন্দৰ স্ফুৰ্ত্তি হয় গতিকে কোনো প্ৰকাৰ দুখৰ ভাৱ আহিব নোৱাৰে। কামৰ অতিশয় উদ্ৰেক হয় আৰু ওজঃধাতু বাঢ়ি উঠে। মাৎসৰ্য্য আদি সকলো দোষ আতৰি যায় বাবে মনৰ মাজত কেৱল এক আনন্দৰ হে মূৰ্ত্তৰিকাশ হয়। মদপান কৰিলে উপভোগ্য বস্তুবিলাকৰ স্বতন্ত্ৰ ভাবে অনুভূতি হয়, শৰীৰত অনুপম লাৱণ্য বাঢ়ি উঠে আৰু মনৰ পৰা ভয়ৰ ভাৱ আতৰি যোৱাৰ কাৰনে মনত প্ৰৱল উৎসাহ জন্মে।

বাক্‌পাৰুষ্য এটা ডাঙৰ দণ্ড। যদিও ইয়াক দোষ বুলি অভিহিত কৰিছে, তথাপি দেশকাল পাত্ৰ ভেদে ইয়ো মহৎ উপকাৰ সাধন কৰে। ৰজা যদি মুণিৰ দৰে ক্ষমাশীল হয়, তেনেহলে তেওঁ ৰাজ্য কেতিয়াও সুস্থিৰকৈ ৰাখিব নোৱাৰে। সুযোগ পালে শত্ৰুৱে ৰাজ্য আক্ৰমণ কৰাৰ যথেষ্ট আশঙ্কা থাকে। গতিকে ঠাই বিশেষত প্ৰয়োগ কৰিলে ইয়ো মহৎ উপকাৰ সাধন কৰে।’

চন্দ্ৰপালিতৰ বাক্ চাতুৰ্য্যত ৰজা অনন্তবৰ্ম্মা মন্ত্ৰ মুগ্ধৰ দৰে একেবাৰে আত্মবিস্মৃত হৈ পৰিল। চন্দ্ৰপালিতৰ কথা গুৰুৰ উপদেশ বাণীৰ দৰে আখৰে আখৰে সত্য বুলি স্বীকাৰ কৰি ল’লে। ৰজা যেতিয়া মদ্য পান আদি ব্যসনত আসক্ত হৈ পৰিল, প্ৰজাবৰ্গক আৰু বাধা দিয়ে কোনে? তেওঁলোকেও সেই মদ্য পান আদি দুষ্কৰ্ম্মত গা ঢালি দিলে। ৰজা আৰু প্ৰজা যেতিয়া সমান ধৰ্ম্মী হ’ল, তেতিয়া আৰু কাৰ দোষ কোনে বিচাৰে? ৰাজ কৰ্ম্মচাৰী বিলাকে ৰজা আৰু প্ৰজা সকলোকে একে অৱস্থাতে আত্ম-



নিয়োগ কৰা দেখা পাই যাৰ অধিকাৰত যি ধন আছিল, সুযোগ বুজি নিজে নিজে সেই ধন আত্মসাৎ কৰি পেলালে। ক্ৰমে আয়ৰ পথ বন্ধ হৈ যাব ধৰিলে। আনফালে ধূৰ্ত্তলোকৰ হাতত ৰাজ্য পৰিচালনাৰ ভাৰ পৰাৰ কাৰণে ব্যয়ৰ পথ দিনকে দিনে বাঢ়ি গ’ল।

ৰজা ইমান প্ৰমত্তহৈ পৰিল যে নিজৰ পান গোষ্ঠীৰ ভিতৰলৈ সামন্তৰজা নগৰ আৰু জনপদবাসী সম্ভ্ৰান্ত প্ৰজাবৃন্দকো সস্ত্ৰীকে আহ্বান কৰিলে। পুৰ আৰু নগৰৰ সকলো লোকে বংশপৰাম্পৰাগত লোকাচাৰ আৰু কুলাচাৰৰ পিনে জলাঞ্জলি দিলে। নানা চল চক্ৰান্ত কৰি প্ৰমত্ত সেই ৰজাই সামন্ত ৰজা আদিৰ স্ত্ৰীবিলাকত ব্যভিচাৰ কৰিবলৈ আৰম্ভ কৰিলে। সামন্ত ৰজা আদিয়ে সুযোগ পাই অন্তঃপুৰৰ ৰমণীবিলাকৰ সৈতে অবাধে বিহাৰ কৰিব ধৰিলে। কুলবধূবিলাকে পবিত্ৰ পতিব্ৰতা ধৰ্ম্মৰ পিনে পাচ দি বাৰঙ্গনাৰ দৰে আচৰণ কৰিব ধৰিলে। নিজ নিজ পতিক তৃণৰ দৰেও জ্ঞান নকৰি দূতীৰ প্ৰলুব্ধ কথাত ভোলগৈ প্ৰকাশ্যভাবেই যাৰে তাৰে সৈতে স্বেচ্ছাচাৰ কৰিবলৈ ধৰিলে। এই বিলাককে সূত্ৰপাত কৰি চাৰিফালে নানাপ্ৰকাৰ হাই কাজিয়াৰ উগ্ৰমূৰ্ত্তি উপস্থিত হ’ল। বলবানে দুৰ্ব্বলক নিপীড়ণ কৰিবলৈ ধৰিলে। চোৰ ডকাইতে ধনীৰ ধন অপহৰণ কৰিব ধৰিলে। প্ৰবলে দুৰ্ব্বলক অন্যায়ভাৱে হত্যা কৰিব ধৰিলে। পাপৰ পথ চাৰিও ফালে মুকলি হৈ পৰিল। বন্ধুবান্ধবহীন প্ৰজাৰ মাজত প্ৰবল আৰ্ত্তনাদৰ ৰোল উঠি গ’ল। অযথাবিহিত দণ্ডৰ তাৰণাত প্ৰজাৰ মনত ত্ৰাস আৰু ক্ৰোধৰ ভাৱ জাগি উঠিল। মানুহৰ মনত লোভৰ মাত্ৰা প্ৰৱল হৈ পৰিল। সম্ভ্ৰান্ত লোকবিলাক অকাৰণতে অপমানিত হোৱাৰ বাবে ক্ষুব্ধ হৈ পৰিল। প্ৰজাবৰ্গৰ মাজত নানা ভেদ ভাৱৰ সৃষ্টি হ’ল।

এই সময়তে সুযোগ পাই অশ্মকৰ ৰজা বসন্ত ভানুৱে নানা বেশধাৰী গুপ্তচৰ পঠিয়াই ৰাজ্যৰ ভিতৰৰ অৱস্থা ভালদৰে অনুসন্ধান কৰিলৈ শেষত নানাপ্ৰকাৰ চদ্মবেশেৰে সজ্জিত সৈন্য প্ৰেৰণ কৰি অনন্ত বৰ্ম্মাৰ সৈন্যবিলাকক গুপ্তভাৱে হত্যা কৰিবলৈ ধৰিলে। কিছুমান সেনাক

চল কৰি পৰ্ব্বতৰ গুহাৰ ঠেক ঠাইলৈ মাতি নি গুহাৰ মুখ বাঁহ কাঠ আদিৰে ওলাব নোৱাৰাকৈ বন্ধ কৰি জুই লগাই দি পুৰি মাৰিলে। কিছুমানক চিকাৰ কৰাৰ চলেৰে বনলৈ মাতি নি বাঘ আদি হিংস্ৰ জন্তুৰ মুখত পেলাই দি ধ্বংস কৰিলে। কিছুমানক বা পাহাৰৰ প্ৰাকৃতিক সৌন্দৰ্য্য দেখুওৱাৰ ছলেৰে পাহাৰৰ ওপৰত তুলি তাৰপৰা পেলাই দি হত্যা কৰিলে। কিছুমানক ভৰিৰ কাঁটা উলিওৱাৰ ছলেৰে ছুৰীৰ আগত বিষদি মাৰিলে। কেতবোৰক হৰিণ মাৰাৰ ছল কৰি কাড়েৰে বিন্ধি মাৰিলে। কিছুমানক চিকিৎসা কৰাৰ ছলেৰে দৰবৰ লগত বিষ দি মাৰিলে। কোনো কোনো সেনাক কাপোৰ অলঙ্কাৰ আৰু প্ৰসাধনৰ সামগ্ৰী আৰু গন্ধদ্ৰব্যৰ সৈতে বিষ মিহলাই তাৰ দ্বাৰা হত্যা কৰিলে কিছুমানক বা সুন্দৰী সুন্দৰী ৰমণীৰ সৈতে সম্ভোগ সুখত অত্যন্ত অনুৰক্ত কৰি যক্ষ্মাৰোগ জন্মাই ধ্বংস কৰালে। কিছুমানক বা পৰস্পৰৰ ভিতৰত বিদ্ৰোহ লগাই দি কূট সাক্ষীকৈ মাৰিলে এইদৰে অনন্তবৰ্ম্মাৰ সৈন্যসামন্ত যেতিয়া একেবাৰে শূণ্যপ্ৰায় হৈ পৰিল, তেতিয়া অশ্মকৰজা বসন্তভানুৱে কিৰাতৰজা ভানুবৰ্ম্মাক নানাকথাৰে উচটনি দি অনন্তবৰ্ম্মাৰ বিৰুদ্ধে যুদ্ধদিবলৈ প্ৰস্তুত কৰালে। ভানুবৰ্ম্মাই যেতিয়া অনন্তবৰ্ম্মাৰ ৰাজ্য আক্ৰমণ কৰিবলৈ আগুৱাই আহিল, তেতিয়া অনন্তবৰ্ম্মাই পুৰৰ বাহিৰ ওলাই প্ৰতি আক্ৰমণ কৰিবলৈ আগভেটা দিলে। ইফালে বসন্তভানুৱে অন্যান্য সামন্ত ৰজাবিলাকৰ সৈতে গোপনে পৰামৰ্শ কৰি তেওবিলাকক লগতলৈ অনন্তবৰ্ম্মাক সহায় কৰো বুলি আহি তেওঁৰ প্ৰীতিভাজন হৈ থাকিল। সকলোবোৰ সামন্তৰজা আহি এ ঠাইত গোট খালে। তেওঁলোক সকলোৱে গৈ নৰ্ম্মদা নদীৰ পাৰত চাউনি পাতিলে।

কুন্তলদেশৰ সামন্ত ৰজা অবন্তীবৰ্ম্মাৰ এজনী নিজা নৰ্ত্তকী আছিল। নৰ্ত্তকীজনী এনেকুৱা সুন্দৰী যেন মৰ্ত্ত্যৰ দ্বিতীয় উৰ্ব্বশীহে। ৰজা অনন্তবৰ্ম্মাই এদিন নিজ নৰ্ত্তকী চন্দ্ৰ পালিতা আদিৰ সৈতে যেই নৰ্ত্তকী জনীক নৃত্য কৰিবলৈ আদেশ দিলে। নৰ্ত্তকীয়ে যেতিয়া নানা লয়লাস



কৰি নৃত্য কৰিলে, ৰজা অনন্তবৰ্ম্মা একেবাৰে মুগ্ধহৈ পৰিল। তেওঁ এনে আত্মবিস্মৃত হৈ পৰিল, যে সেই নৰ্ত্তকীৰ প্ৰেমত ভোলগৈ তাইক উপভোগ্যা কৰি ললে।

ছিদ্ৰ পালেই অনৰ্থ বাঢ়ি উঠে। অশ্মকৰ ৰজাই অনন্তবৰ্ম্মাক হত্যা কৰিবলৈ আগৰে পৰা ছিদ্ৰ বিচাৰি আছিল। তেওঁ এইটোকে অবলম্বন কৰি কুন্তলপতিক একলিয়াকৈ মাতিনি গোপনে কলে যে চাওঁক এই অনন্তবৰ্ম্মা কেনে অত্যাচাৰী? ই উন্মত্ত হৈ আমাৰ ৰমণী সকলৰ ওপৰত কেনে ব্যভিচাৰ কৰিবৰ আৰম্ভ কৰিছে। এনে লাঞ্চনা সহ্য কৰা জানো উচিত? মোৰ এশ হাতী আছে আৰু আপোনাৰো পাচ শ আছে, গতিকে আহক আমি দুয়োগৈ মূৰলৰ ৰজা, বীৰসেন, ঋষিকদেশৰ ৰজা একবীৰ, কোঙ্কণ দেশৰ ৰজা কুমাৰগুপ্ত আৰু সাসিক দেশৰ ৰজা নাগপালৰ আগত এনে অত্যাচাৰৰ কথাকৈ তেওঁলোককো আমাৰ মতলৈ ঘূৰাই আনি অনন্তবৰ্ম্মাৰ সৈতে তেওঁলোকৰ ভেদ জন্মাই দিওঁ। অনন্তবৰ্ম্মাৰ এইপ্ৰকাৰ অত্যাচাৰৰ কথা শুনিলে তেওঁ লোকৰ অনন্তবৰ্ম্মাৰ ওপৰত নিশ্চয় বিতৃষ্ণাৰ ভাৱ এটা জাগি উঠিব! আৰু তেওঁৰ পৰা ফালৰি কাটি আহি আমাৰ মততে মত দিব। এই কিৰাত ৰজা মোৰ অতিশয় বন্ধু। এওঁৰ সৈতে অনন্তবৰ্ম্মাৰ প্ৰত্যক্ষ সংগ্ৰাম লগাই দি আমালোকে পৰোক্ষভাৱে এওঁৰ সাহায্য কৰি অনন্তবৰ্ম্মাক জয় কৰিম। জয় কৰাৰ পাচত অনন্তবৰ্ম্মাৰ যি ধন সোন সৈন্য সামন্ত থাকে সেইবিলাক যোগ্যতাঅনুসাৰে আমালোকে পাচত ভগাই লম।

অশ্মক ৰজাৰ পৰামৰ্শত কুন্তলৰ ৰজাই আনন্দিত হল আৰু তেওঁৰ মততে মত দিলে। তেতিয়া দুয়োজনে মিলি নানাধৰণৰ বিচিত্ৰ উপহাৰ দি বিশ্বস্ত লোকৰ দ্বাৰা অন্যান্য সামন্ত ৰজা সকলোকো নিজৰ মতলৈ আনিলে। পাচত সকলোৱে মিলি একমত হৈ অনন্ত বৰ্ম্মাৰ দুৰ্নীতিৰ বাবে তেওঁক বিচিত্ৰ উপায়েৰে হত্যা কৰিলে।

বসন্তভানুৱে অনন্ত বৰ্ম্মাক হত্যা কৰাৰ পাচত তেওঁৰ যি বাহন আৰু ধনৰত্ন আছিল সেই বোৰ কৌশল কৰি গোপনে নিজৰ অধীনত

ৰাখি অন্যান্য ৰজা সকলক কলে যে অনন্ত বৰ্ম্মা যি ধনৰত্ন আছে, সেইবোৰ এতিয়া যোগ্যতা অনুসাৰে আপানালোকে ভগাই নিয়ক। আপানালোকৰ ইচ্ছামতে মোক যি দিয়ে মই তাতেই সন্তুষ্ট আছো। বসন্তভানুৰ কপট বাক্য জালৰ মেৰপাকত পৰি মুগ্ধ হৈ সেই ৰজাবিলাকে ধনৰ ভাগ কৰাব সময়ত পৰস্পৰৰ মাজত কাজিয়াৰ সূত্ৰপাত কৰিলে। শেষত এনে এটা ভীষণ অৱস্থাৰ সৃষ্টি হ'ল যে ধনক আশ্ৰয় কৰি পৰস্পৰ ভিতৰত ৰণ লাগি সকলো বিনষ্ট হৈ গ'ল। এই প্ৰকাৰে সেই সামন্ত ৰজাবিলাকক বিনাশ কৰি তেওঁলোকৰ ধন-খিনিও বসন্তভানুৱে নিজৰ কৰি ললে। কিৰাতৰ ৰজাক ধনৰ বৃজন অংশ এটা দি সন্তুষ্ট কৰি অনন্ত বৰ্ম্মাৰ ৰাজ্যখনো নিজৰ হাতলৈ আনিলে।

যেতিয়া বসন্তভানুৱে ৰাজ্য আক্ৰমণ কৰিলে, সেই সময়ত বুঢ়া-মন্ত্ৰী বসুৰক্ষিতে কেইজনমান বিশ্বস্ত নাগৰিকৰ সৈতে পৰামৰ্শ কৰি কোনোৰে একো গম ধৰিব নোৱাৰাকৈ এই বালক ভাস্কৰ বৰ্ম্মা, এওঁৰ তেৰ বছৰ বয়সীয়া ভনীয়েক মঞ্জুবাদিনী আৰু তেওঁলোক দুয়োৰে মাক দেৱী বসুন্ধৰাক লৈ নগৰৰ পৰা পলাই যায়। এওঁলোকৰেই কিবা দুৰ দৃষ্ট আছিল নেকি হঠাতে দাহ জ্বৰ হৈ মন্ত্ৰীয়ে ইহলোক ত্যাগ কৰে।

মাহিষ্মতী পুৰীত মহাৰাজৰ এজন বৈমাত্ৰেয়ভায়েক আছে। নাম মিত্ৰ বৰ্ম্মা। তেওঁৰ আশ্ৰয়তে কিজানি নিৰ্ব্বিঘ্নে থাকিব পাৰা যায়— এই ভাবি আমি যুক্তি কৰি এওঁলোকক তালৈ লৈ গলো। কিন্তু তাতো এটা বিষম অৱস্থাতহে পৰিবলগীয়া হলো। দুৰ্জনৰ চিত্ত সদায় অপবিত্ৰ, আৰু আনকো সি তাৰদৰে বুলি ধৰি লয়। আমাৰ আগতে বোধ নাছিল যে সি তেনেই অসৎ। সেই অনাৰ্য্যাই এই পতিপৰায়ণা পূত স্বভাবা দেৱীক মনৰ মাজত অন্য প্ৰকাৰে ভাবি ললে। এদিন সি ৰাণী আইৰ ওচৰত নিজৰ অসৎ অভিপ্ৰায় প্ৰকাশ কৰিলে। তেতিয়া ৰাণীয়ে বৰ ক্ৰুদ্ধ হৈ তাক যথেষ্ট তিৰস্কাৰ কৰিলে। ৰাণীৰ দ্বাৰা অপমানি হৈ মিত্ৰ বৰ্ম্মাই মনত এইটো স্থিৰ নিশ্চয় কৰি ললে, যে ৰাণীয়ে সুবিধা



পালে এদিন নিজৰ ল'ৰাক নিশ্চয় ৰাজপাটত বহুৱাব। গতিকে এতিয়াই এই কণ্টক আতৰোৱা মোৰ একান্ত কৰ্ত্তব্য হব। ইয়াক যদি কোনো প্ৰকাৰে হত্যা কৰিব পাৰো, তেনেহলে মই ভবিষ্যতে নিষ্কণ্টক হম, আৰু ৰাণীৰ মনৰ আশাও মনৰ মাজতে মাৰ যাব।

মিত্ৰ বৰ্ম্মাৰ এই প্ৰকাৰৰ গোপন অভিসন্ধিৰ কথা জানিব পাৰি ৰাণীয়ে এদিন গোপনে মোক কলে, বাচা নালীজঙ্ঘ! তুমিয়ে মোৰ বিপদৰ একমাত্ৰ আশ্ৰয়, আৰু অকৃত্ৰিম বিশ্বাসী বন্ধু। তুমি যি কোনো প্ৰকাৰে মোৰ এই লৰাটোৰ প্ৰাণ বচাই ৰাখিব লাগে। তুমি লৰাটোক লৈ আজিতেই ইয়াৰ পৰা আতৰি গৈ অন্য ঠাইত গোপনে থাকা গৈ। য'ত থাকিবা তাৰ পৰা যেন মাজে সময়ে মোক সংবাদ দি থাকা। ৰাণীৰ আদেশ অনুসাৰে ৰাজ ৰাণীৰ পৰা লৰাটোক লৈ পলাই আহি এই ঘোৰ বিন্ধ্যাটবীৰ মাজতো সোমাইছো। বহু দূৰ খোজ কাঢ়ি আহাৰ কাৰণে ভোক আৰু পিয়াহত লৰাটো বৰ ক্লান্ত হৈ পৰিল। মাজতে এঘৰ গোৱালৰ ঘৰত কিছুদিন আছিলো। ৰজাৰ চোৰাং চোৰাৰ আশঙ্কা কৰি তাৰ পৰা আহি আজি এই বিন্ধ্য পৰ্ব্বতৰ গহীন বনৰ মাজত সোমাইছো। লৰাটোৰ বৰ পিয়াহ লগাত পানী তুলিবলৈ ধৰোতে দুৰদৃষ্টৰ কাৰণে হঠাৎ এই কূপত পৰি গ'লো। সৌভাগ্যবশতঃ আপুনি আহি উদ্ধাৰ কৰিলে। অনাথ এই ৰাজকুমাৰক আপুনি এটা মহা সঙ্কটৰ পৰা ৰক্ষা কৰিলে, এই বুলি কৈ বুঢ়াই যোৰ হাত কৰি ঠিয়দি ৰ'ল।

'হেৰা! বাৰু কোৱাছোন এওঁৰ মাক কোন জাতিৰ? আৰু কোন বংশতে বা জন্মগ্ৰহণ কৰিছে?' মই সুধিলো। 'পাটলি পুত্ৰত বৈশ্ৰৱণ নামে এজন বৈশ্য আছিল। সেই বৈশ্যৰ এজনী কন্যা ওপজে। নাম সাগৰ দত্তা। কৌশলৰ ৰজা কুসুম ধন্বাই সেই বৈশ্য কন্যা সাগৰ দত্তাক বিয়া কৰায়। সাগৰ দত্তাৰ গৰ্ভত এই বালকৰ মাক ওপজে?' বুঢ়াই কলে। 'যদি এইটোৱে হয়, তেতিয়া হলে এওঁৰ মাকৰ আৰু মোৰ পিতাৰ মাতামহ দেখোন একেজনেই?' এই বুলি কৈ মই ল'ৰাটোক বুকৰ

মাজত সাবতি ধৰি মৰম কৰিলো। তেতিয়া বুঢ়াই মোক সুধিলে, যে ‘সিন্ধুদত্তৰ কেইবাটিও ল’ৰা। বাৰু কত্তকচোন আপনোৰ পিতা কোনজন ?’ ‘মোৰ পিতা সুশ্ৰুত’ এই বুলি কোৱাত বুঢ়া বৰ আনন্দিত হ’ল।

নিজকে বৰ নীতিজ্ঞ বুলি মনত গৰ্ব্ব কৰা সেই অশ্মক পতিক নীতিৰেই সমূলে নিৰ্ম্মূল কৰি এই বালকক আকৌ পিতৃৰাজ্যও অভিষিক্ত কৰিব লাগিব ; মনৰ মাজত এনে প্ৰতিজ্ঞা কৰি কেনেকৈনো এওঁলোকৰ ক্ষুধা নিবাৰণ কৰোঁ এই ভাৱনা কৰিবলৈ ধৰিলো। এনে সময়তে এটা হৰিণ ব্যাধ এজৰ হুপাত কাড়ৰ লক্ষ্য এৰাই আমাৰ পিনে দৌৰি আহিল। লগে লগে ব্যাধো আহি উপস্থিত হ’ল। তেতিয়া মই ব্যাধৰ হাতৰ পৰা ধনুখন আৰু হুপাত কাঁড় আনি চকুৰ পলকতে হৰিণটো এপাত কাড়েৰে মাৰি পেলালো। হৰিণটোক মাৰি তাৰে আধাখিনিমান ব্যাধক দিলো আৰু বাকীখিনি টুকুৰা টুকুৰিকৈ কাতি বনৰ জুইত পুৰি বুঢ়া, বালক আৰু মই তিনিও ভগাই খালো।

মৃগয়াত মোৰ নিপুণতা দেখা পাই ব্যাধ বৰ আশ্চৰ্য্যান্বিত হ’ল আৰু মনত আনন্দও পালে। মই তেতিয়া ব্যাধক সুধিলো “ব্যাধ! তুমি মাহিষ্মতীপুৰৰ কিবা খবৰ পোৱানে ?” ‘কিয় নাপাম দেউতা ? মাহিষ্মতীপুৰত বাঘৰ ছাল আৰু ছালৰ বাকচ বিক্ৰী কৰি আজি তাৰ পৰা ঘূৰি আহিছো। চণ্ডবৰ্ম্মাৰ সৰু ভায়েক প্ৰচণ্ড বৰ্ম্মাই অনন্ত বৰ্ম্মাৰ কন্যা মঞ্জুবাদিনীক বিয়া কৰাবলৈ বুলি তালৈ আহিছে। সেই বাবে সম্প্ৰতি মাহিষ্মতীপুৰী উৎসব মুখৰ হৈ পৰিছে। আনন্দত মানুহৰ মন উত্ৰাৱলহৈ উঠিছে’ ব্যধ কলে।

ব্যাধৰ মুখৰ পৰা সংবাদটো পাই মই বুঢ়াক কাণে কাণে কলো যে ধূৰ্ত্ত মিত্ৰ বৰ্ম্মাই কন্যা মঞ্জুবাদিনীৰ প্ৰতি কৰ্ত্তব্যপৰায়ণতা দেখুৱাই মাকৰ মনত বিশ্বাস উৎপাদন কৰি তেওঁৰ দ্বাৰা লৰাটোক কোনো মতে ফিৰাই নি হত্যা কৰিবৰ এটা দুৰভিসন্ধি মনত পাঙিছে। গতিকে তুমি তালৈ গৈ ল’ৰাটোৰ মঙ্গল বাতৰি দি মোৰ লগত দেখা সাক্ষাৎ হোৱাৰ কথাটো কৰা। তাৰ পাচত দুখ কৰি কান্দি কাতি প্ৰকাশ্যে



কৰা, যে ৰাজকুমাৰক বাঘে খাইছে। এই কথা শুনিলে সেই পাপিষ্ঠই মুখত যদিও দুখ প্ৰকাশ কৰিব মনৰ মাজত হলে এটা স্বস্তিৰ হুমুনিয়াহ পেলাই কাতৰ উক্তিৰে ৰাণীক সান্ত্বনা দিব। তেতিয়া গোপনে ৰাণীৰ দ্বাৰা তাক কোৱাবা যে ‘তাৰ কাৰণে তোমাৰ কথা আগতে প্ৰত্যাখ্যান কৰিছিলো, মোৰ পাপৰ কাৰণে আজি সি পৰলোকলৈ গ’ল। এতিয়া আৰু তোমাৰ আদেশ প্ৰত্যাখ্যান নকৰোঁ।’ এনেদৰে কলে সি সন্তুষ্ট হব আৰু পুনৰাই ৰাণীৰ সঙ্গ পাবলৈ অভিলাষ কৰিব।

এইখিনি তোমাক হলাহল মহাবিষ দিলো। ইয়াৰ নাম বৎস। ই যেন সাক্ষাৎ কালান্তক যম। সি যেতিয়া ৰাণীত আসক্ত হৈ পৰিব, তেতিয়া এই বিষ পানীত মিহলাই সেই পানীত এধাৰ মালা তিয়াই তাৰ গলত পিন্ধাই দি কব যে ‘যদি মই পতিব্ৰতা সতী হওঁ তেনেহলে এই মালা ধাৰে পাপিষ্ঠৰ প্ৰতি অসিৰ কাৰ্য্যকৰক’ তাৰ পাচত এই দ্বিতীয় ঔষধ পানীত মিহলাই সেই পানীত সেই মালা ধুই পেলাই কুমাৰী মঞ্জুবাদিনীৰ গলত দিব। তেতিয়া দেখা পাব যে মঞ্জুবাদিনীৰ তো একো নহয়ে ই, কিন্তু স্তনমণ্ডলৰ ওপৰত মুক্তাহাৰৰ দৰে অতিশয় শোভাহে বঢ়াব ! যেতিয়া একে ধাৰ মালাৰে এজনৰ মৃত্যু আৰু আন জনৰ শোভা হোৱা দেখা পাব তেতিয়া প্ৰজাবৃন্দই ৰাণীক প্ৰকৃততে সতী বুলি জানি তেওঁৰ অনুগত হৈ পৰিব।

এই কাৰ্য্য হৈ গলে প্ৰচণ্ড বৰ্ম্মাক এই দৰে অনুৰোধ কৰিবলৈ ৰাণীক কৰা যে ‘এই ৰাজ্যখন সম্প্ৰতি অৰাজক হৈ পৰিল। আপুনি এই ৰাজ্যৰ পৰিচালনাৰ ভাৰ গ্ৰহণ কৰিব লাগে আৰু লগতে কুমাৰী মঞ্জুবাদিনীৰ পানিগ্ৰহণো কৰিব বুলি ভাবো।’ প্ৰচণ্ড বৰ্ম্মাই নিশ্চয় সেইটো আনন্দৰ সৈতে স্বীকাৰ কৰিব।

মই এই কুমাৰক লগত লৈ সেই সময়ত তাতগৈ উপস্থিত হম, আৰু কাপালিকৰ বেশ ধৰি নগৰৰ ওচৰত মৰিশালিত আশ্ৰয় কৰি থাকি ৰাণীৰ ওচৰলৈ ভিখা কৰিবলৈ যাম। তেতিয়া তুমি পুৰবাসী কেতবোৰ বিশ্বাসী সম্ভ্ৰান্তপ্ৰজা আৰু মন্ত্ৰীক গোপনে মাতি আনি ৰাণীৰদ্বাৰা

তেওঁলোকৰ আগত এই দৰে কোৱাবা যে 'আজি যোৱা ৰাতি দেৱী বিন্ধ্যবাসিনীয়ে সপোনত মোক দেখা দি এই আদেশ দিলে যে ৰাণী। আজিৰ পৰা চাৰিদিনৰ মূৰত প্ৰচণ্ড বৰ্ম্মাৰ মৃত্যু ঘটিব। পাচদিনৰদিনা নৰ্ম্মদা নদীৰ পাৰত থকা মোৰ মন্দিৰৰ নিৰ্জনতা পৰীক্ষা কৰি যেতিয়া দুৱাৰ বন্ধ কৰি থৈ মানুহবিলাক ওলাই আহিব, তেতিয়া সেই মন্দিৰৰ ভিতৰৰ পৰা তোমাৰ ল'ৰাক কোলাতলৈ মন্দিৰৰ দুৱাৰ মুকলি কৰি এজন ব্ৰাহ্মণ যুবক ওলাই আহিব সেই ব্ৰাহ্মণ যুবকে তোমাৰ লৰাক এই ৰাজ্যত অভিষিক্ত কৰি নিজে ৰাজকাৰ্য্য চলাব। তোমাৰ লৰাক বাঘে খোৱা নাই, ময়ে বাঘৰূপ ধাৰণ কৰি তাক লুকাই ৰাখিছো। এই কুমাৰী মঞ্জুবাদিনীক সেই ব্ৰাহ্মণ যুবকেহে বিয়া কৰাব। কাৰণ সেই যুবকৰ ভাৰ্য্যাৰূপেহে নিৰ্দ্দিষ্ট হৈ আছে। সপোনৰ ফল বহু সময়ত অন্য-প্ৰকাৰ হোৱাও দেখা যায়। গতিকে যেতিয়ালৈকে ফল নহয়, তেতিয়ালৈকে আপোনালোকে যেন কতো প্ৰকাশ নকৰে।' তেওঁলোক তাত মান্তি নহৈ নেথাকে।

মই সেই সময়ত ৰাজকুমাৰৰ সৈতে তালৈ গৈ নগৰৰ বাহিৰৰ মৰি-শালিত কাপালিকৰ বেশ ধৰি থাকিম গৈ আৰু ভিখা কৰিবলৈ ৰাণীৰ ওচৰলৈ যাম। তাৰ পাচত যি কৰিব লাগে সেইটো মই কৰিম।

বুঢ়াই আনন্দিত হৈ মোৰ পৰামৰ্শমতে ৰাণীৰ ওচৰলৈ গ'ল আৰু সকলো কাম কৰিলে। চাৰিওফালে নগৰত এটা হৈ চৈ উঠিল যে হাঁয়! পতি ব্ৰতাৰ কি মাহাত্ম্য? একে ধাৰ মালাই এজনৰ প্ৰতি অসিৰ প্ৰহাৰ হ'ল, আৰু আন জনৰ প্ৰতি মুক্তামালাৰ কাৰ্য্য কৰিলে। এইটো কিবা চলগ্ৰহ বা ভোজবাজী বুলিও কব নোৱাৰি, কিয়নো যি ধাৰমালা ৰজাৰ গলত দিয়াত ৰজা মৰিল, সেই ধাৰ মালাকে আকৌ ৰাজকুমাৰীৰ গলত দিয়াত তেওঁৰ তো একো নহলেই, কিন্তু শোভাহে বঢ়ালে? এই পতিব্ৰতাৰ আদেশ যেয়ে অৱজ্ঞা কৰিব, সি নিশ্চয় কালৰ মুখত পৰিব লাগিব।

মই কাপালিক বেশ ধৰি নগৰৰ বাহিৰৰ মৰিশালিত আশ্ৰয় কৰি থাকি এদিন ৰাজকুমাৰক লগতলৈ ভিখা কৰিবলৈ ৰাণীৰ ওচৰলৈ



গ'লো। মোক দেখা পাই তেওঁ আথে বেথে আগবাঢ়ি আহি অভ্যৰ্থনা কৰি অতি নম্ৰভাৱে কলে, 'ভগবান! আপুনি সৰ্ব্বজ্ঞ তপস্বী। এই অনাথাক এটা কথাৰ সমিধান দি অনুগৃহীত কৰিব বুলি ভাবো। মই যোৱা কালি এটা সপোন দেখিছো। সেই সপোনৰ ফল ফলিবনে? যদি ফলে, তেনেহলে এই দাসীৰ বৰ সৌভাগ্য। কিয়নো এই সপোনে ইজনীৰ ভৱিষ্যতে এটা ডাঙৰ আশ্ৰয়ৰ সূচনা কৰিছে।'

ওচৰতে কন্যা মঞ্জুবাদিনী ঠিয়হৈ আছিল। মোক দেখা পাই তেওঁৰ মন মোত আকৃষ্ট হৈ পৰে। ৰাণীৰ ইঙ্গিত অনুসাৰে মঞ্জুবাদিনীয়ে মোক প্ৰণাম জনালে।

মঞ্জুবাদিনীৰ কমনীয় কান্তি প্ৰবাহত মোৰো মন ওপঙি ফুৰিব ধৰিলে। ৰাণীয়ে পাচত হাঁহি এটা মাৰি কলে, যে 'যদি মোৰ সপোনৰ ফল নফলে, তেন্তে আপোনাৰ এই বালক কাপালিকক বন্ধ কৰি ৰাখিম।' মঞ্জুবাদিনীৰ ৰূপত চঞ্চল হৈ পৰা মনটো কোনো মতে সামৰিলৈ ময়ো গম্ভীৰভাবে কলো বাৰু সেয়ে হব।

ৰাণীয়ে আমাক ভিখা দিলে। ভিখা লৈ তাৰ পৰা ওলাই আহি বুঢ়া নালীজঙ্ঘক সুধিলো, যে 'সেই অল্পায়ু প্ৰচণ্ড বৰ্ম্মা এতিয়া ক'ত?' 'এই নিষ্কণ্টক ৰাজ্য এতিয়া মোৰ এই বুলি মনত দৃঢ় ধাৰণা কৰি সভামণ্ডপত বহি আছে। চাৰণবিলাকে তাৰ নানাধৰণৰ স্তুতিগান কৰিব ধৰিছে' নালীজঙ্ঘই কলে।

তেন্তে তুমি এই বাগানত থাকা। এই বুলি বুঢ়াক বাগানত থৈ ৰাজধানীৰ ওচৰত থকা এটা পুৰণি দেবমন্দিৰলৈ গ'লো। তাতে কাপালিকৰ সাজপাৰ সোলোকাই থৈ সেইবোৰ ৰক্ষাৰ কাৰণে ৰাজকুমাৰক ভাৰ দি চাৰণৰ বেশ পৰিধান কৰিলো। কোনোৱে একো গম ধৰিব নোৱাৰাকৈ চাৰণ বেশে প্ৰচণ্ড বৰ্ম্মাৰ সভাত সোমালো। যেতিয়া বেলিৰ কিৰণ ৰাঙলি বৰণ হৈ উঠিল, তেতিয়া সভাস্থলোক বিলাকে যাতে মোৰ মনৰ অভিপ্ৰায় বুজিব নোৱাৰে তাৰবাবে নৃত্য, গীত, নানাপ্ৰকাৰ কান্দোনৰ ধ্বনিৰ অনুকৰণ, নানাবিধ হস্ত কৌশল, বিছা বুলনি, ওপৰলৈ ভাৰ

তুলি হাতেৰে বুলি যোৱা, মাছৰদৰে বগৰা বগৰি কৰা আদি কৌতুকজনক খেলা দেখুৱালো। সমজুৱা সকলৰ পৰা কেইখনমান ছুৰী আনি সেই ছুৰি কেইখন পুতি তাৰে ওপৰত শৰীৰটো তুলি দিলো। দেখা পাই সমজুৱাবিলাক একেবাৰে স্তম্ভিত হৈ পৰিল, আৰু সকলোৱে বিস্ময় মানিলে। অৱশেষত চিলাই চোমাবাৰ দৰে দৌৰাদৌৰি আৰু কুকুৰাৰদৰে হঠাৎ আক্ৰমণ কৰা আদি কেইটামান খেলা দেখুৱালো।

প্ৰচণ্ড বৰ্ম্মাই মই খেলা কৰা ঠাইৰ পৰা প্ৰায় আশীহাতমান নিলগত এখন সুন্দৰ আসনত নিবিষ্টচিত্তে বহি খেল চাই আছিল। মই অতৰ্কিতে তাৰ ওচৰলৈ গৈ গাবৰলেৰে বুকত এখন ছুৰী বস্তুৰাই দি চিৎকাৰ কৰি কলো যে বসন্ত ভানু হাজাৰ বছৰ জীয়াই থাকক। তেতিয়া এজন গাৱখীয়াই তৰোৱাল এখন লৈ মোক মাৰিলৈ খেদি আহিল। মই সিংহৰ দৰে তাৰ গাৰ ওপৰত জপিয়াই পৰি তাক মোচৰ মাৰি বগৰাই পেলালো আৰু কিল ভুকু মাৰি পেলাই থৈ তাৰ পৰা ওলাই আহিলো। মোৰ এই অমানুষিক কাৰ্য্য দেখা পাই সকলো সভাই চিত্ৰত অঙ্কিতৰ দৰে চাই ৰ'ল। এই চেগতে মই তাৰ পৰা বাহিৰ হলো আৰু কলো যে যদি কোনো জনে মোক আক্ৰমণ কৰিবলৈ আহে, তেনে হলে তাৰো গতি প্ৰচণ্ড বৰ্ম্মাৰ দৰে হব।

ৰাজধানীৰ চাৰিওফালৰ পকিগড়টো দুই পুৰুষমান ওখ হব। মই সেই গড়টোৰ ওপৰত লফিয়াই উঠি পাৰ হলো। আৰু পাৰ হৈ বাগানৰ মাজত সোমালো। গড়ৰ নিচেই কাষৰতে থকা তমাল গছৰ শাৰিৰ মাজে মাজে দি পূবফালে গৈ এটা ইটাৰ দ'ম পালো। তাৰপৰা ঘূৰি পশ্চিমফালে দি উত্তৰ মুৱাহৈ প্ৰাচীৰৰ কাষত থকা গড়খাৱৈ পাৰ হৈ সেই পুৱণি দেৱমন্দিৰত উপস্থিত হলো। মই কোনফালে দি ক'লৈকে গ'লো তাৰ যাতে কোনোৱে একো গম ধৰিব নোৱাৰে, তাৰ বাবে নালীজঙ্ঘই বালি চতিয়াই মোৰ ভৰিৰ খোজৰ চিনবিলাক মাৰি পেলালে। এইটো কৰিবৰ কাৰণেই তেওঁক আগতে বাগানত থৈ দিছিলো। মন্দিৰত সোমাই চাৰণৰ বেশ সোলোকাই থৈ আকৌ আগৰ কাপালিকৰ বেশ



ললো। পাচত মন্দিৰৰ পৰা ওলাই ৰাজকুমাৰৰ সৈতে ৰাজবাটেৰে মৰিশালিলৈ বুলি বাট ললো। মোৰ তেনে অমানুষিক নিষ্ঠুৰ কৰ্ম্মত, ভীতিবিহ্বল লোকসকলৰ মাজত তুমুল হাহাকাৰ লাগি গৈছে।

মই থকা মৰিশালিৰ পৰা দেবীমন্দিৰটো বেচি দূৰত নাছিল। এখন খন্টা সংগ্ৰহ কৰি সেই খন্টাৰ সহায়তে মৰিশালিৰ পৰা মন্দিৰৰ ভিতৰত থকা দেৱীৰ আসনৰ তললৈ এটা সুৰঙ্গ আগতে কৰি ৰাখিছিলো। সুৰঙ্গটো এনেভাবে কৰিছিলো যে তাৰ যেন কোনেও একো গম ধৰিব নোৱাৰে। এপৰমান ৰাতি হোৱাত ৰাণীয়ে অন্তঃপুৰৰ পৰা এজন লোকৰ হাতত গোপনে কিছুমান সুন্দৰ কাপোৰ আৰু অলঙ্কাৰ মোৰ ওচৰলৈ পঠাই দিলে। ৰাজকুমাৰ আৰু মই সেই কাপোৰ আৰু অলঙ্কাৰ পিন্ধি গাঁতত মনে মনে সোমাই ৰ'লো।

আগ দিনাতে ৰাণীয়ে প্ৰচণ্ডবৰ্ম্মাৰ দাহাদিক্ৰিয়া সম্পাদন কৰি এই কাৰ্য্যটো যে অশ্মক ৰজা বসন্তভানুৰ চক্ৰান্ত প্ৰসূত, এই কথা সমাজত প্ৰচাৰ কৰিলে। পাচ দিনা ব্ৰহ্ম মুহূৰ্ত্তে কিছুমাম বয়োবৃদ্ধ জ্ঞানী পুৰবাসী আৰু মন্ত্ৰীবৰ্গকৈলে ৰাণী দেবীৰ মন্দিৰলৈ আহিল, আৰু মন্দিৰটো পৰীক্ষা কৰি মন্দিৰৰ দুৱাৰ বন্ধ কৰি থৈ উৎকণ্ঠ চিত্তে বাহিৰত অপেক্ষা কৰি থাকিলে ৰাণীৰ সপোনৰ ফল ফলনে নাই তাকে চাবলৈ।

বাহিৰত ঢাক বজোৱা হ'ল। সেই ঢাকৰ শব্দটো এটা ছিদ্ৰেৰে মোৰ কাণত পৰিল। তেতিয়া মূৰেৰে প্ৰতিমাৰ সৈতে দেবীৰ প্ৰকাণ্ড লৌহৰ আসনখন এফলিয়া কৰি থৈ গাঁতৰ পৰা ওলালো, আৰু ৰাজকুমাৰকো উলিয়ালো। পাচত নিয়মমতে দেবী দুৰ্গাৰ পূজা কৰি মন্দিৰৰ দুৱাৰ মেলি ৰাজকুমাৰৰ সৈতে বাহিৰ হৈ ওলাই আহিলোঁ।

আমাক তেনেকৈ অসম্ভৱৰূপে ওলাই অহা দেখা পাই বাহিৰত ৰৈ থকা লোক বিলাকে বৰ বিস্ময় মানিলে। আনন্দত তেওঁলোক আত্মহাৰা হৈ হাতজোড় কৰি আমাৰ ফালে একেধিয়ানে চিত্ৰত অঙ্কিতৰ দৰে চাই ৰ'ল। মই তেতিয়া লোক সকলৰ প্ৰতি সম্বোধন কৰি কলো যে "দেবী বিন্ধ্যবাসিনীয়ে মোৰ দ্বাৰা আপোনালোকৰ প্ৰতি

এই উপদেশ দিছে, যে 'মই ৰাজকুমাৰক বাঘৰূপে অপহৰণ কৰি ইমান দিন ৰাখিছিলো। আজি আকৌ গটাই দিলো! আপোনালোকে এই ৰাজকুমাৰক মোৰ পুত্ৰ বুলি জানিব। অশ্মকপতি বসন্তভানুৰ দুৰ্ভেদ্য কপটজাল ভেদ কৰি, এই বালকক ময়ে ৰক্ষা কৰিছো বুলি জানিব।' দেবীয়ে আৰু এই বুলিও আদেশ কৰিছে, যে এই বালকক ৰক্ষা কৰাৰ প্ৰতিদান স্বৰূপে ৰাজকুমাৰৰ ভগ্নী কুমাৰী মঞ্জুবাদিনীক মোলৈ বিয়া দিব লাগিব।"

মোৰ এই উক্তিয়ে প্ৰজাবৰ্গৰ মনত এটা অভ্ৰান্ত বিশ্বাস জন্মালে? তেওঁলোকে আনন্দ প্ৰকাশ কৰি কবলৈ ধৰিলে, যে হাঁয় ভোজ বংশৰ কি সৌভাগ্য? কাৰণ আপোনাৰ দৰে সুপুৰুষ এজনক দেবীয়ে অনুগ্ৰহ কৰি ৰক্ষক নিযুক্ত কৰিছে। শাহু আয়ে এই কথা শুনি মনত যে কিমান আনন্দ পালে তাক কব নোৱাৰো। সেই দিনাতে মঞ্জুবাদিনীৰ সৈতে মোৰ বিয়া হৈ গ'ল।

বিয়াৰ দিনা ৰাতিতে গৈ সেই সুৰঙ্গটো আকৌ চিন চাব নোহোৱাকৈ থলোঁ। ৰাজ্যৰ শাসনভাৰ মোৰ হাতলৈ আনি প্ৰজাবৰ্গক এনেভাৱে পৰিচালনা কৰিব ধৰিলো, যে তেওঁলোকে মোৰ একো ত্ৰুটি বিচ্যুতি ধৰিব নোৱাৰিলে। ৰাজ্যৰ মাজত প্ৰজাবৰ্গৰ অন্ন বস্ত্ৰৰ কোনো অভাৱ অনাটন নোহোৱাৰ কাৰণে তেওঁলোকে আনন্দেৰে জীৱন যাত্ৰা নিৰ্ব্বাহ কৰিব ধৰিলে। অতি সুখে স্বচ্ছন্দে জীৱন নিৰ্ব্বাহ কৰিবলৈ পাই, প্ৰজা সকলে মোক কোনোৱা দেৱতাৰ অৱতাৰ বুলিহে মনত দৃঢ় বিশ্বাস কৰিলে, আৰু মোৰ নিৰ্দ্দেশ অনুসাৰে সকলো কাম সমাধা কৰি যাব ধৰিলে।

দেবীৰ পুত্ৰ বুলি ৰাজকুমাৰৰ প্ৰভাৱৰ কথা চাৰিওফালে বিয়পি পৰিল। শুভ মুহূৰ্ত্ত চাই পুৰোহিতক নিমন্ত্ৰণ কৰি আনি কুল ক্ৰমাগত নিয়ম অনুসাৰে বিধিপূৰ্ব্বক ৰাজকুমাৰৰ উপনয়ন সংস্কাৰ কৰা হ'ল। উপযুক্ত গুৰুৰ ওচৰত ৰাখি বেদ আদি সকলো শাস্ত্ৰ অধ্যয়ণ কৰাই তেওঁকে উপলক্ষ্য কৰি মই নিজেই ৰাজকাৰ্য্য চলাব ধৰিলো।



কিছুদিন যোৱাৰ পাচত মনত চিন্তা কৰিলো যে ৰাজ্যৰ ৰক্ষা কাৰ্য্য শক্তি তিনিটাৰ ওপৰত নিৰ্ভৰ কৰে। প্ৰভুশক্তি, মন্ত্ৰশক্তি আৰু উৎসাহ শক্তি, এই তিনিটা শক্তিও পৰস্পৰ সন্মিলিত হৈহে সন্ধি বিগ্ৰহ আদি কাৰ্য্য সাধন কৰে। মন্ত্ৰৰ দ্বাৰা বিষয়বিলাকৰ নিৰ্দ্ধাৰণ, প্ৰভাৱৰ দ্বাৰা কাৰ্য্যৰ আৰম্ভ আৰু উৎসাহৰ দ্বাৰা কাৰ্য্যৰ নিষ্পত্তি হয়। গতিকে ৰাজ্যৰূপ পাদপৰ মূল হৈছে পঞ্চাঙ্গ মন্ত্ৰ। কোষ আৰু দণ্ড হৈছে তাৰ প্ৰধান শাখা। উৎসাহযুক্ত সাম, দান, ভেদ আৰু দণ্ড এই চাৰিটা অবান্তৰ শাখা। বাসত্তৰ প্ৰকাৰ প্ৰকৃতি ইয়াৰ পাত। সন্ধি বিগ্ৰহ আদি গুণ চয়টা নতুন পল্লৱ। প্ৰভাৱ আদি শক্তি তিনিটা ফুল, আৰু গো ভূ হিৰণ্য আদি কোষ সঞ্চয় ইয়াৰ ফল। এই নীতি বৃক্ষই ৰজাৰ মহৎ উপকাৰ সাধন কৰে। এই নীতি বৃক্ষই অনেকক আশ্ৰয় কৰে, গতিকে সহায় নহলে ইয়াক ৰক্ষা কৰা টান।

কৌশল দেশৰ ৰজা মিত্ৰবৰ্ম্মাৰ আৰ্য্যকেতু নামে এজন বৰ বিচক্ষণ মন্ত্ৰী আছে। মন্ত্ৰীৰ যিমান বোৰ গুণ থকাৰ প্ৰয়োজন, সেই সকলো বোৰ তেওঁৰ আছে। তেওঁ কুমাৰৰ মাতৃপক্ষৰ লোক। যদি কোনো প্ৰকাৰে তেওঁক আনিব পাৰা যায়, তেনেহলে আৰু কোনো চিন্তা নাথাকে। তেওঁৰ কথা অবহেলা কৰাৰ বাবেই মিত্ৰবৰ্ম্মা সমূলে বিনষ্ট হ'ল।

এদিনাখন নালীজঙ্ঘক মনে মনে মাতি আনি শিকাই কলো, যে 'আৰ্য্য! আপুনি মন্ত্ৰী আৰ্য্যকেতুৰ ওচৰলৈ গৈ তেওঁক গোপনে কব যে মন্ত্ৰীমহোদয়! এইজন কোন মায়াবী পুৰুষ আহি ওলাল? যি এই ৰাজ্যৰ ওপৰত একাধিপত্য বিস্তাৰ কৰি পেলালে। সেই ধূৰ্ত্তই আমাৰ বালক ৰজাক একেবাৰে হাতৰ মুঠিত কৰি পেলাইছে। কব নোৱাৰাত পৰিছোঁ আমাৰ ৰজাক সি মুক্ত কৰিয়ে দিয়ে নে একেবাৰে গ্ৰাস কৰি পেলায়?' ইয়াৰ উত্তৰত তেওঁ যি কয় আপুনি সেইটো মোক জনাব।'

নালীজঙ্ঘই মোৰ কথামতে মন্ত্ৰীৰ ওচৰলৈ গৈ কিছুদিনৰ পাচত ঘূৰি আহি এদিন মোক কলে, যে আপোনাৰ নিৰ্দ্দেশ অনুসাৰে নানা

উপহাৰ, মনোহৰ বিচিত্ৰ আলাপ আৰু হাত ভৰি পিহি বিশ্বাস জন্মাই আপুনি কোৱামতে এদিন মন্ত্ৰীক সেই ভাবে কলো। তেতিয়া মন্ত্ৰীয়ে উত্তৰ দিলে যে, হেবা! নহয়, তুমি এনেকৈ নকবা। সেই মানুহজনত যিমান বোৰ গুণ আছে, আন কা'ৰো তাৰ এটাও নাই। তেওঁৰ মন অতিশয় উচ্চ আৰু পবিত্ৰ। বুদ্ধি অতি তীক্ষ্ণ। শাৰীৰিক শক্তি অপৰিমেয় তেওঁ উদাৰতাৰ চূড়ান্ত নিদৰ্শন। তেওঁৰ অস্ত্ৰ কৌশল অতি আচৰিত। শিল্পকলাতো তেওঁ বৰ নিপুণ। চিত্তৰ দয়াভাবো তেওঁৰ পৰিস্ফুট আৰু তেজস্বিতাও শত্ৰুৱে সহিব নোৱাৰা। তেওঁ শত্ৰুৰ পক্ষে কণ্টক বৃক্ষ আৰু মিত্ৰৰ পক্ষে চন্দন দ্ৰুম। তুমি নিশ্চয় জানিবা যে, এওঁৱেই নিজক অতিশয় নীতিজ্ঞ বুলি গৰ্ব্ব কৰা অশ্মক ৰজাৰ নীতি সমূলে উন্মূলিত কৰি ৰাজকুমাৰক পিতাকৰ আসনত বহুৱাইছে। ইয়াত অকনো সন্দেহ নাই।

নালী জঙ্ঘৰ মুখৰ পৰা সেই মন্ত্ৰীৰ এনে অভিমত জানিব পাৰি নানাবিধ উপহাৰ পঠাইদি মই তেওঁৰ মন যোগালো আৰু সন্তুষ্ট কৰি মোৰ প্ৰধান সহায় কৰি ললো। তেওঁৰ সৈতে লগহৈ সত্যবাদী আৰু সকলো প্ৰকাৰ দোষ ৰহিত কেইজনমান আন মন্ত্ৰীৰ সৈতে পৰামৰ্শ কৰি গুপ্তচৰৰ হতুৱাই নগৰৰ সকলো আভ্যন্তৰিণ ভালবেয়া খবৰ সংগ্ৰহ কৰিলো। নগৰত যিবিলাক লোক উৎকট ধনৰ লোভত পৰি শাসনৰ বাহিৰলৈ গৈছিল, সেই ধনগৰ্ব্বী লোক বিলাকক নানা উপায়েৰে আয়ত্তলৈ আনিলো। নিজৰ ধাৰ্ম্মিকতাৰ পৰিচয় দি নাস্তিক বিলাকক বিতাৰিত কৰিলো। শত্ৰুৰ একেবাৰে চিনচাব নোহোৱা কৰি সিহঁতৰ গুপ্ত ষড়যন্ত্ৰবোৰ একেবাৰে উদ্‌ঘাতিত কৰিলো। ব্ৰাহ্মণ আদি চাৰিজাতিক নিজ নিজ ধৰ্ম্মত সংস্থাপিত কৰি তেওঁলোকৰ পৰা নিয়মিতভাবে কৰ আদায় কৰি ধন সংগ্ৰহ কৰিব ধৰিলো। ধনেই সকলো কাৰ্য্যৰ মূল। অৰ্থ নহলে দণ্ড আদি সকলে ৰাজ কাৰ্য্য অচল হৈ পৰে। অৰ্থৰ অভাৱটো এটা মহাপাপহে যেন, গতিকে নানা উপায়ে অৰ্থসংগ্ৰহ কৰিব লাগিবই, এইদৰে মনত আলচ কৰি অৰ্থ-



সংগ্ৰহৰ বাবে নানাপ্ৰকাৰ উপায় উদ্‌ভৱন কৰিলো। মনত ভাবিলো যে এই ৰাজ্যৰ কেতবোৰ শ্ৰেষ্ঠ বীৰ মোৰ এনে অনুগত যে তেওঁলোকে মোৰ কাৰণে প্ৰাণ বিসৰ্জ্জন দিবলৈকো কুণ্ঠা বোধ নকৰে। দুয়োখন ৰাজ্যৰ সৈন্য সামন্ত যদি একগোট কৰা হয়, তেতিয়া হলে বসন্তভানুতকৈ বহু পৰিমানে বেচি হব। নীতিবিষয়তো বসন্তভানুতকৈ মই কোনো গুণে হীন নহয়। ইয়াৰ উপৰিও মানুহৰ মনৰ মাজত এনে এটা বদ্ধ মূল ধাৰণা হৈছে যে এই ৰাজকুমাৰ দেবী বিন্ধ্যবাসিনীৰ পুত্ৰ আৰু মই তেওঁৰ ৰক্ষক। মোৰ এই কপটপূৰ্ণ গুপ্ত ৰহস্য জালৰ আজিকোপতি কোনোৱে একো গুংসূত্ৰকে ধৰিব পৰা নাই।

আমাৰ ৰজা অনন্তবৰ্ম্মাৰ পুত্ৰই ভবানীৰ অনুগ্ৰহত এইৰাজ্য নিশ্চয় আকৌ লাভ কৰিব, এইবুলি সকলো প্ৰজা ভাস্কৰ বৰ্ম্মাৰ ওপৰত আশান্বিত হৈ আছে। ৰাজকুমাৰ ভাস্কৰ বৰ্ম্মাক দেবীয়ে সাহায্য কৰা বুলি ভাবি দৈৱশক্তিৰ ওচৰত মানবীয় শক্তি কোনো প্ৰকাৰে শ্ৰেষ্ঠ হব নোৱাৰে, এই ধাৰণাৰ বশবৰ্ত্তী হোৱাৰ কাৰণে ৰণক্ষেত্ৰত অশ্মকপতি বসন্তভানুৰ সৈন্য বিলাকক নিৰুৎসাহ যেনও দেখা গৈছে। আগৰে পৰা এইৰাজ্যৰ প্ৰজাবিলাকেও ৰাজপুত্ৰৰ অভ্যুদয়ৰ কামনা কৰি আছে। দান, সন্মান আদিৰে মই সন্তুষ্ট কৰাত এতিয়া আকৌ দুগুণে আগ্ৰহান্বিত হৈ পৰিছে। অশ্মক পতিৰ যিবিলাক অতি অন্তৰঙ্গ আৰু বিশ্বাসী কৰ্ম্মচাৰী আছে, মই পঠোৱা গুপ্তচৰ বিলাকে নানা কৌশল কৰি পৰস্পৰৰ ভিতৰত এনেদৰে ভেদ জন্মাবৰ চেষ্টা কৰিছে যে আপোনালোক আমাৰ পৰম বন্ধু। গতিকে আপোনালোকৰ যাতে ভবিষ্যতে মঙ্গল হয়, আপোনালাকক আমালোকৰ তেনে পৰামৰ্শ আগবঢ়োৱা উচিত। আপোনালোকে এইটো ভালদৰে জানে যে দেবী ভবানীয়ে ৰাজকুমাৰৰ সাহায্যৰ কাৰণে বিখ্যাত বীৰ বিশ্ৰুতক নিযুক্ত কৰিছে। অশ্মক পতি বা তেওঁৰ পক্ষৰ যি কোনো লোক যদি ৰাজকুমাৰ বা বিশ্ৰুতৰ বিপক্ষে ঠিয় দিয়ে তেওঁলোক যে যমৰজাৰ অতিথি হব লাগিব তাত সন্দেহৰ কোনো অৱকাশ নাই। গতিকে কুমাৰ ভাস্কৰ বৰ্ম্মা যেতিয়া লৈকে

অশ্মক পতিৰ পতিৰ সৈতে ৰণত অৱতীৰ্ণ নহয় তাৰ আগতে আপোনালোকে তেওঁৰ (ভাস্কৰ বৰ্ম্মাৰ) অনুসৰণ কৰক। যেয়ে তেওঁৰ পক্ষ অবলম্বন কৰিব, তেওঁ যথেষ্ট বৃত্তিলাভ কৰি পৰমানন্দে কাল যাপন কৰিব পাৰিব। নহলে ভৱানীৰ ত্ৰিশূলৰ ওপৰত উঠিব লাগিব যে তাত অকনো সন্দেহ নাই। ভৱানীয়েও নিজৰ বুলি ভাবি এই কথাটো এবাৰ জনাবলৈ আদেশ দিছে যে তোমালোকে মোৰ এই আদেশটো এবাৰ সকলোকে জনাই দিয়া। আপোনালোকৰ সৈতে বন্ধুতা থকাৰ বাবে এই কথাটো কোৱা হ'ল।

ৰাজকুমাৰক ভৱানীয়ে বৰ দিয়া বুলি জানিব পাৰি অশ্মকৰজাৰ প্ৰজাসকলৰ মন আগৰে পৰা ভিন্ন প্ৰকাৰৰ হৈছিল। মোৰ গুপ্তচৰ-বিলাকৰপৰা এনে কথা শুনি একেবাৰে সলনি হৈ গল। সিহঁত তেতিয়া মোৰফলীয়া হৈ পৰিল। এই সকলোবোৰ ঘটনা জানিব পাৰি অশ্মক ৰজা বসন্তভানুৱে মনত চিন্তা কৰিলে যে ৰাজকুমাৰৰ যিবিলাক প্ৰধান প্ৰধান প্ৰজা আছে সেইবিলাকে এওঁকে ৰজা হোৱা কামনা কৰে। মোৰ পক্ষৰ প্ৰজাবিলাকৰ মনৰ গতিও অন্য প্ৰকাৰ হোৱা দেখা গৈছে। এই অবস্থাত মই যদি একো প্ৰতিবিধান নকৰি নিশ্চেষ্ট হৈ বহি থাকো, তেনে হলে ভেদভাবাপন্ন নিজ ৰাজ্যও ৰক্ষা কৰা টানহৈ পৰিব। গতিকে মোৰ আভ্যন্তৰিন বলাবলৰ কথা জনা ভিন্নমতি মোৰ প্ৰজবিলাকৰ সৈতে মিলিত হৈ সিহঁতে যাতে মোৰ প্ৰজাবিলাকক ভিন্ন কৰিবৰ সুযোগ নাপায় তাৰ আগতে মোৰ ৰণ দিয়া উচিত হব। এইটো কৰিলে বিশ্ৰুত মোৰ আগত আহি উপস্থিত হবলৈ বাধ্য হব। আৰু মোৰ সৈন্য বিলাকক বিচ্ছিন্ন কৰিবৰ সুবিধা নাপাব। এনে থিৰ কৰি পৰৰ ৰাজ্য অন্যায়ভাবে আক্ৰমণ কৰা পাপৰ ফলত প্ৰেৰিত হৈহেঁ যেন সি কালৰ মুখৰ দৰে মোৰ সৈন্যৰ সমুখত উপস্থিত হ'ল। তেতিয়া ৰাজকুমাৰ আগহৈ গ'ল। ৰাজকুমাৰ ঘোৰাত উঠি অকলে অশ্মকপতি বসন্তভানুৰ ফালে আগবাঢ়ি যোৱা দেখা পাই বসন্তভানুৰ সেনাবিলাকে এওঁ যে এই বিপুল সেনাৰ অভিমুখে অকলে সাহস কৰি



আগবাৰি আহিছে ইয়াত ভৱানীৰ বৰেই একমাত্ৰ প্ৰধান কাৰণ, অন্য নহয়, এইবুলি চিত্ৰত অঙ্কিতৰ দৰে তধা লাগি চাই ৰল।

সেই সময়ত যুদ্ধদিয়াৰ কাৰণে বসন্তভানুক মই আহ্বান কৰিলো। সি ক্ৰুদ্ধ হৈ মোৰ অভিমুখে ধাবিত হ'ল আৰু তাৰোৱালেৰে মোক প্ৰহাৰ কৰিলে। মই কৌশল কৰি তাৰ তৰোৱালৰ প্ৰহাৰ ব্যৰ্থ কৰিলো আৰু প্ৰতি প্ৰহাৰেৰে মূৰটো কাটি মাটিত পেলাই দিলো। অশ্মক ৰজা বসন্ত ভানুৰ মূৰটো কাটি পেলাই দি তেওঁৰ সৈন্যবিলাকক লক্ষ্য কৰি কলো যে ইয়াৰ পাচত যদি কাৰবাৰ ৰণ দিবলৈ ইচ্ছা আছে, তেন্তে আগবাঢ়ি আহি মোৰ সৈতে ৰণ দিয়া, নাইবা ৰাজকুমাৰ ভাস্কৰ বৰ্ম্মাৰ চৰণৰ আশ্ৰয় গ্ৰহণ কৰি নিজ নিজ পদত অধিষ্ঠিত হৈ সুখে জীৱন নিৰ্ব্বাহ কৰা।

মোৰ তেনে কথা শুনি বসন্ত ভানুৰ সেনাবিলাক নিজ নিজ বাহনৰ পৰা নামিল, আৰু অতি বিনীত ভাৱে ৰাজকুমাৰৰ ওচৰত উপস্থিত হৈ আনুগত্য স্বীকাৰ কৰিলে।

অশ্মক ৰজা বসন্ত ভানুৰ ৰাজ্য ৰাজকুমাৰৰ অধীনস্থ কৰি সেই ৰাজ্য পৰিচালনা কৰাৰ বাবে কিছুমান বিশ্বস্ত লোকক যথোপযুক্ত পদবীত নিযুক্ত কৰিলো। আমাৰ আয়ত্বলৈ অহা সৈন্য সামন্ত বিলাকক লগতলৈ তাৰ পৰা ওভতি আহি ৰাজকুমাৰক পিতাকৰ ৰাজ্যত অভিষিক্ত কৰিলো।

এদিনাখন কুমাৰ ভাস্কৰ বৰ্ম্মা মাকৰ ওচৰত বহি আছে। এনেতে মই গৈ তেওঁলোকৰ ওচৰত উপস্থিত হৈ কলো যে মোৰ এটা ডাঙৰ কাম কৰিবলৈ বাকী আছে। সেই কামটো সমাধা কৰিব নোৱাৰা পৰ্য্যন্ত মই কোনো ঠাইতে থিৰ হৈ থাকিব নোৱাৰিম। গতিকে আপোনাৰ ভগ্না মোৰ ভাৰ্য্যা এই মঞ্জুবাদিনী সম্প্ৰতি আপনালোকৰ ওচৰতে থক। মোৰ কামটো যেতিয়া কৰা হব, তেতিয়া আকৌ ইয়ালৈ ঘূৰি আহি লগ লাগিম। মোৰ এই কথা শুনি মাকৰ ইঙ্গিত অনুসাৰে ভাস্কৰ বৰ্ম্মাই কলে, যে আমি যি শত্ৰু সংহাৰ পূৰ্ব্বক ৰাজ্য লাভ কৰি ইমান অভ্যুদয়ৰ মুখ দেখিবলৈ পাইছো, আপুনিয়ে তাৰ একমাত্ৰ কাৰণ। আপুনি নাথাকিলে এই ৰাজ্যৰ ভাৰ অলপ সময়ৰ কাৰণেও আমালোকে

বহন কৰিবলৈ সক্ষম হব নোৱাৰিম। গতিকে জানি শুনিও আপুনি কিয় এনে প্ৰস্তাব কৰিলে ?

"আপোনালোক এনে চিন্তাক মনত ঠাই নিদিব। আপোনাৰ ঘৰত যি মন্ত্ৰী শ্ৰেষ্ঠ আৰ্য্যকেতু আছে, তেওঁ অকলেই এনে ৰাজ্য এখন কিয় আৰু ইয়াতকৈ বহু ৰাজ্য চলাব পাৰে। গতিকে মই তেওঁৰ ওপৰত ৰাজ্য পৰিচালনাৰ ভাৰ দি যাম" এই প্ৰকাৰে মই প্ৰবোধ দিয়াতো তেওঁলোক যেতিয়া মান্তি নহল, তেতিয়া তেওঁলোকৰ অনুৰোধ ক্ৰমে আৰু কিছুদিন তাত বাস কৰিলো। উৎকলৰ ৰজা প্ৰচণ্ড বৰ্ম্মাৰ ৰাজ্য খন মোক এৰি দিলে। মই সেই ৰাজ্যৰ ভাৰ গ্ৰহণ কৰি ভাস্কৰ বৰ্ম্মাৰ পৰা বিদায় লৈ তাৰৈ যাবৰ বাবে যাত্ৰা কৰিলো। সেই সময়তে অঙ্গ ৰাজ সিংহ বৰ্ম্মাই সাহায্য কৰাৰ বাবে চৰ পঠাই দি মোক আহ্বান কৰিলে। মই তেওঁক সহায় কৰিবলৈ বুলি আহি পূৰ্ব্বৰ পুণ্য ফলতেই হবলা হঠাতে আপোনাৰ সাক্ষাৎ লাভ কৰিলো।

তাৰ পাচত নানাভাৱে আহি তাত লগ হোৱা অপহাৰ বৰ্ম্মা, উপহাৰ বৰ্ম্মা, অৰ্থপাল, প্ৰমতি মিত্ৰগুপ্ত, মন্ত্ৰগুপ্ত, আৰু বিশ্ৰুত প্ৰভৃতি ৰাজকুমাৰ বিলাকে পাটলীপুত্ৰত যৌবৰাজ্য অনুভৱ কৰা কুমাৰ সোমদত্তক বামলোচনা ভাৰ্য্যাৰ সৈতে আগৰ সঙ্কেত অনুসাৰে আহিবলৈ চৰ পঠাই দিলে। কুমাৰ সোমদত্তও সপত্নীক আহি উপস্থিত হ'ল। তেতিয়া ৰাজবাহন আদি সকলো কুমাৰ লগ লাগি নানা আলাপ আলো-চনাৰে অতি আনন্দেৰে চাউনি কৰি থাকিল।

এনেতে এদিন পুষ্পপুৰ নগৰৰ পৰা ৰজা ৰাজ হংসৰ আদেশ পত্ৰ এখন লৈ কিছুমান লোক আহি তাত উপস্থিত হ'ল। আৰু ৰাজবাহনক প্ৰণাম কৰি ক'লে, কুমাৰ! আপোনাৰ পিতা মহাৰাজ ৰাজহংসই আপোনালৈ এইখন আদেশ পত্ৰ দি পঠাইছে, গ্ৰহণ কৰক এই বুলি এখন পত্ৰ দিলে। ৰাজবাহনে ঠিয় হৈ সম্মান পূৰ্ব্বক পত্ৰখন গ্ৰহণ কৰি মূৰত তুলি ললে। পাচত সমাজৰ মাজত আবৰণ গুচাই সকলোৰে শুনাকৈ পাঠ কৰিবলৈ ধৰিলে।



স্বস্তি শ্ৰীপুষ্পপুৰ নগৰৰ পৰা শ্ৰীৰাজহংস নৃপতিয়ে ৰাজবাহন আদি কুমাৰ সকলক আশীৰ্ব্বাদেৰে অভিনন্দিত কৰি আজ্ঞাপত্ৰ পঠাইছে, যে তোমালোকে মোক প্ৰণাম কৰি মোৰ পৰা বিদায় লৈ দিগ্ বিজয় কৰাৰ কাৰণে যাত্ৰা কৰি গ'লা। যাওঁতে বাটত এখন শিৱালয়ৰ ওচৰত শিৱিৰ পাতি থাকিলা। কুমাৰ ৰাজহংস পূজা কৰিবলৈ বুলি সেই শিৱ মন্দিৰলৈ ৰাতি গ'ল। পাচদিনা ৰাতিপুৱাও যেতিয়া তেওঁ মন্দিৰৰ পৰা উভতি নাহিল; তেতিয়া তেওঁক নাপাই বাকীবিলাক ৰাজকুমাৰ বৰ বিমৰ্ষ হৈ পৰিল। পিচত তেওঁলোক সকলোৱে পৰামৰ্শ কৰি এইটো ঠিক কৰিলে যে আমি কুমাৰ ৰাজবাহনৰ সৈতে মিলিত হৈ হে ৰজা ৰাজহংসক প্ৰণাম জনাম্ নহলে প্ৰাণ ত্যাগ কৰিম। লগত থকা সৈন্যবিলাকক ৰাজ্যলৈ ওভোতাই পঠাই দি তোমালোক সকলো পৃথক্ পৃথক্ হৈ ৰাজবাহনৰ অনুসন্ধান কৰাৰ বাবে নানা দিগলৈ যাত্ৰা কৰিলা। যাত্ৰা কৰাৰ আগতে সকলোৱে এইটোও ঠিক কৰিলা আমালোক সকলোৱে এই ঠাইত মিলিত হম এই বুলি এখন ঠাই নিৰ্দ্দিষ্ট কৰিলা।

ঘূৰি আহা সৈন্য বিলাকৰ মুখৰ পৰা তোমালোকৰ তেনে খবৰ শুনি মই আৰু ৰাণী দুয়ো বৰ মৰ্ম্মাহত হৈ পৰিলো। দুঃখ সমুদ্ৰও পৰি আমাৰ পাৰকূল নোহোৱা হ'ল। মহামুনি বামদেৱৰ আশ্ৰমলৈ গলো। ভাবিলো আমাৰ মনৰ বেদনাটোৰ কথা মুনিৰ ওচৰত নিবেদন কৰি জীৱন বিসৰ্জ্জন দিম। সেই ত্ৰিকালজ্ঞ ঋষিয়ে আমাৰ মনৰ সঙ্কল্পৰ কথা ধ্যানবলেৰে জানিব পৰি কলে, ৰাজা! আপোনাৰ মনৰ সঙ্কল্পৰ কথা মই আগতে জানিব পাৰিছো। আপোনালোকে একো চিন্তা নকৰিব। সকোলো বিলাক ৰাজ কুমাৰে ৰাজ বাহনৰ বাবে কিছুকাল কষ্ট ভোগ কৰি শেষত সৌভাগ্যৰ গুণত অসাধাৰণ পৰাক্ৰমেৰে নানাদিগ্ জয় কৰি বহু ৰাজ্য আয়ত্ত কৰিব, আৰু যোল্লবছৰৰ পাচত দিগ্‌বিজয়ী কুমাৰ ৰাজ বাহনৰ সৈতে ঘূৰি আহি আপোনাক আৰু ৰাণী বসুমতীক প্ৰণাম জনাব। গতিকে তেওঁলোকৰ অনিষ্ট আশঙ্কা কৰি কোনো দুঃসাহসিক কাৰ্য্য নকৰিব। ঋষিৰ বাক্যত

বিশ্বাস স্থাপন কৰি কোনো মতে আজিলৈ আমি বাচি আছো। ঋষিয়ে কোৱা ষোল্ল বছৰ কালৰ শেষ সীমা উপস্থিত হোৱাত আশ্ৰমলৈ গৈ তোমালোক কত আছা আৰু কেতিয়া আহিবা সোধাত ঋষিয়ে কলে, যে ৰাজা! ৰাজবাহন আদি কুমাৰ বিলাকে বহু দুৰ্জয় শত্ৰু জয় কৰিছে। দিগবিজয়া পূৰ্ব্বক ভূমণ্ডলক নিজৰ অধীনলৈ আনি সম্প্ৰতি সকলোবিলাক কুমাৰে চম্পাপুৰীত লগলাগিছে। তেওঁলোকেক আনিবৰ কাৰণে আদেশ পত্ৰদি চৰ পঠাই দিয়ক। এই বুলি ঋষিয়ে কোৱাত তেওঁৰ অনুসাৰে এই পত্ৰ পঠালো। পত্ৰ পোৱাৰ পাচত যদি অলপ মান সময়ো পলম কৰা তেতিয়া হ'লে ৰাণী আৰু মোৰ নাম মাত্ৰহে শুনিবলৈ পাবা। পানী খাবলৈ হলেও যেন বাটতহে খোৱা।

ৰাজবাহনে পিতাকৰ এনে আদেশ পত্ৰ পাই ৰাজ্যলৈ যোৱাৰ কাৰণে থিৰ কৰি পূৰ্ব্বত জয় কৰা ৰাজ্যবিলাকৰ পৰিচালনা কৰিবলৈ ঠায়ে ঠায়ে উপযুক্ত কৰ্ম্মচাৰী নিযুক্ত কৰিলে। কেতবোৰ বিশিষ্ট সৈন্যেৰে পথ ৰক্ষা কৰি পিতৃবৈৰী মালৱৰাজ মানসাৰক পৰাজয় কৰি তেওঁৰ ৰাজ্য নিজৰ অধীনলৈ আনি সদলবলে পুষ্পপুৰলৈ গৈ পিতা আৰু আইক প্ৰণাম কৰিম এনে নিশ্চয় কৰি পৰিমিত সংখ্যক সৈন্য লগতলৈ সস্ত্ৰীক সকলো ৰাজকুমাৰৰ সৈতে মালৱ ৰাজ্য অভিমুখে যাত্ৰা কৰিলে।

মালৱ ৰাজ্যৰ ৰাজধানী উজ্জয়িনী। ৰাজবাহনে উজ্জয়িনীত প্ৰবেশ কৰি সেই ৰাজকুমাৰ বিলাকৰ সাহায্যত প্ৰবল পৰাক্ৰান্ত মালৱ ৰাজ মানসাৰক জয় কৰিলে ৰণত মানসাৰ নিহত হ'ল। ৰাজা মানসাৰৰ কন্যা অৱন্তি সুন্দৰীৰ ৰাজবাহনৰলগত হোৱা গোপন মিলনত সহায় কৰাৰ কাৰনে মন্ত্ৰী চণ্ডবৰ্ম্মাই পুষ্পোদ্ ভৱক সপৰিয়ালে কাৰাৰুদ্ধ কৰি ৰাখিছিল। কুমাৰ ৰাজবাহনে তেওঁক সপৰিয়ালে মুক্ত কৰি দিলে। মালৱ ৰাজ্য নিজ অধীনলৈ আনি তাৰ ৰক্ষনাবেক্ষনৰ বাবে কিছুমান বিশিষ্ট মন্ত্ৰী আৰু মুখিয়াল সৈন্য নিযুক্ত কৰিলে। পিচত অৱশিষ্ট সৈন্য বিলাকক লগত লৈ ৰাজকুমাৰ কুসুমপুৰলৈ সকলো আহি ৰাজা ৰাজহংস আৰু ৰাণী বসুমতীৰ চৰণত সেৱা জনালে।



পুত্ৰ ৰাজবাহন আৰু তেওঁৰ সহচৰ অন্যান্য কুমাৰ বিলাকৰ সমাগমত ৰাজাআৰু ৰাণীৰ আনন্দত হিয়া নাচি উঠিল। কুসুমপুৰ নগৰীত আনন্দ মুখৰ প্ৰজাৰ হৰ্ষ ধ্বনিৰে আকাশ পাতাল নিনাদিত হৈ পৰিল।

এই সময়ত মুনি বামদেৱে ৰজা আৰু ৰাণীৰ সাক্ষাতত কুমাৰ বিলাকক উদ্দেশ্য কৰি কলে যে তোমালোক সকলোৱে এতিয়া নিজ নিজ ৰাজ্যলৈ যোৱা আৰু ধৰ্ম্মত থাকি নীতি অনুসাৰে নিজ নিজ ৰাজ্য পৰিপালন কৰাগৈ তোমালোকৰ ৰজা আৰু ৰাণীৰ সাক্ষাত কৰিবলৈ যেতিয়া ইস্ছা কৰা, তেতিয়া মাজে সময় ইয়ালৈ আহিবা। মুনি বামদেৱৰ পৰা নিজৰ মনৰ কথা অভিব্যক্ত হোৱা দেখা পাই কুমাৰ বিলাকৰ মনত অপাৰ আনন্দ লাগিল। তেওঁলোকে ৰজা ৰাজহংস ৰাণী বসুমতী আৰু মুনি বামদেৱৰ ওচৰত বীৰত্বসূচক নিজ নিজ ভ্ৰমণ বৃত্তান্ত বৰ্ণাই তেওঁলোকৰ পৰা বিদায় লৈ প্ৰণাম কৰি নিজ নিজ ৰাজ্য অভিমুখে সপৰিয়ালে যাত্ৰা কৰিলে।

ৰজা আৰু ৰাণীয়ে কুমাৰ বিলাকৰ দুঃসাহসিক বীৰত্ব আৰু বুদ্ধিৰ মত্বাৰ কথা শুনি বৰ আহ্লাদিত হ'ল। শেষত ৰজা ৰাজহংসই মুনি বামদেৱক কলে; যে প্ৰভো আপোনাৰ প্ৰসাদত বাক্য আৰু মনেও ঢুকি নোপোৱা আনকি সঙ্কল্পৰো অতীত পৰম আনন্দৰ অধিকাৰী হবৰ আমাৰ সৌভাগ্য হ'ল। এতিয়া আপোনাৰ চৰণ প্ৰান্তৰ আশ্ৰয়ত থাকি বানপ্ৰস্থ অৱলম্বন পূৰ্ব্বক পৰমাত্মাৰ চিন্তাৰে জীৱনৰ অৱশিষ্ট সময়খিনি অতিবাহিত কৰিবৰ ইচ্ছা এটা মনৰ মাজত জাগৃত হৈছে। গতিকে প্ৰভুৱে কুমাৰ ৰাজবাহনক পুষ্পপুৰ আৰু মানসাৰৰ ৰাজ্য মগধত অভিষিক্ত কৰি বাকী কিজন কুমাৰক আন আন ৰাজ্যত ৰাজা পাতি দি মোৰ মনোবাঞ্চা যেন পূৰণ কৰে। তেওঁলোকে ৰাজবাহনৰ নিৰ্দ্দেশ অনুসাৰে নিজ ৰাজ্য পৰিপালন কৰি পূৰ্ব্ব সুখৰে সংসাৰ যাত্ৰা নিৰ্ব্বাহ কৰক।

পিতাকে বাণপ্ৰস্থ অৱলম্বন কৰিবলৈ ইচ্ছা প্ৰকাশ কৰা দেখি কুমাৰ ৰাজবাহনৰ মুখৰ ওপৰত এটা বিষাদৰ ছায়া বিৰিঙি উঠিল। তেতিয়া বামদেৱে কলে, কুমাৰ সকল। ক্ষত্ৰিয় জাতিৰ পৰিণত বয়সত বাণপ্ৰস্থ অৱলম্বন কৰা জাতীয় ধৰ্ম্ম। ৰজা ৰাজহংস জ্ঞানী আৰু নীতিজ্ঞ

লোক। তোমালোক সকলো কুমাৰ উপযুক্ত হৈছা জানি তেওঁ পৰিণত বয়সৰ উপযুক্ত পথতে আগ বাঢ়িবলৈ আগ্ৰহ কৰিছে! ইয়াত বিষাদৰ একো কাৰণ নাই। বৰং আনন্দ কৰাহে উচিত। মোৰ আশ্ৰমত থাকিলে এওঁ পৰলোকৰ সাৰথি ভগৱদ্‌ভক্তি কৰিব পাৰিব। তোমালোকেও নিশ্চিন্ত মনে ৰাজ্য পৰিপালন কৰিব পাৰিবা। গতিকে এওঁৰ ইচ্ছাত বাধা দিয়া তোমালোকৰ উচিত নহয়।

মহাৰ বামদেবৰ কথাত কুমাৰ বিলাকৰ মন শান্ত হ'ল। ৰজা ৰাজহংসৰ বাণপ্ৰস্থ অবলম্বনত আৰু কোনো প্ৰকাৰে আপত্তি নকৰিলে। ৰাজবাহনক পুষ্পপুৰ নগৰতে অভিষেক কৰা হ'ল। তেওঁৰ নিৰ্দ্দেশ অনুসাৰে আন কুমাৰ বিলাকে নিজ নিজ ৰাজ্যত অধিষ্ঠিত হৈ ধৰ্ম্ম অনুসাৰে নীতিপথত থাকি ৰাজ্য পৰিপালন কৰিবলৈ ধৰিলে। সকলো কুমাৰে মাজে সময়ে ৰজা ৰাজহংস আৰু ৰাণী বসুমতীক দেখা কৰিবলৈ মুনি বামদেবৰ আশ্ৰমলৈ অহা যোৱা কৰি থাকিল।

এনে ভাবে থকা ৰাজবাহন আদি সেই কুমাৰ বিলাকে ৰাজহংসৰ নিৰ্দ্দেশ অনুসাৰে ধৰ্ম্ম আৰু নীতি পথত থাকি ইন্দ্ৰৰো দুৰ্লভ ৰাজ্য সুখ অনুভব কৰি কাল অতিবাহিত কৰিবলৈ ধৰিলে।

ইতি—

আচাৰ্য্য দণ্ডিকৃত দশকুমাৰ চৰিত

সমাপ্ত

ওঁ তৎ সৎ ওঁ তৎ সৎ ওঁ তৎ সৎ

অনুবাদক—

অধ্যাপক—

শ্ৰীভগবান গোস্বামী কাব্য ব্যাকৰণ তীৰ্থ

ব্যাকৰণ শাস্ত্ৰী।

২৮।৩।৬১ইং